# জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ

(শঙ্কৰদেৱ, মাধৱদেৱ, নাৰায়ণ ঠাকুৰআতাৰ বংশাৱলী সম্বলিত)



শ্ৰীআনন্দি শইকীয়া

***Jagat Guru.Srimanta Sankar Dav*** *a collection of essays on Srimanta Sankardev written by the Sri Anandi Saikia, Published by Sri Maloti Saikia, Nagaon , Assam.*
*First published Feb.'2000, Rs. 90/- only.*

প্ৰকাশিকা ঃ শ্ৰীমালতী শইকীয়া
জলাহ গাঁও
পোঃ অঃ হালোৱা গাঁও
নগাঁও (অসম)
পিনঃ৭৮২১৪১

প্ৰথম প্ৰকাশ ঃ ২০০০ চন (ফেব্ৰুৱাৰী)

বেটুপাত ঃ শ্ৰীপ্ৰণৱ বৰুৱা, নগাঁও, অসম।

মূল্য ঃ ৯০.০০ টকা

ডি. টি. পি. ঃ শ্ৰীমন্টু আগমাচাৰ্য্য
শ্ৰীমনোজ কুমাৰ নাথ
শ্ৰীসত্য ব্ৰত কাকতি

মুদ্ৰক ঃ পঞ্চৰত্ন প্ৰিন্টাৰ্চ
হয়বৰগাঁও নগাঁও অসম।
অফ্‌চেট ঃ কমল শৰ্ম্মা

# মঙ্গলা চৰণ

প্ৰথমে গুৰুক　　কৰো প্ৰাণিপাত
শিৰ দিয়া চৰণত।
যাৰ উপদেশে　　জ্ঞানৰ প্ৰকাশে
গুছিল অবিদ্যা যত।।
মই কোন চাৰ　　কৃষ্ণক পাইবাৰ
যাহাৰ প্ৰসাদে জ্ঞান।
চৰণত নতি　　নছাৰোক মতি
ত্ৰাহি গুৰু ভগবান।।
জয় জয় দেব　　চৰণে বন্দোহো
নাৰায়ণ নিৰাকাৰ।
সুৰ নৰ·মুনি　　ধ্যানত চিন্তয়
ৰূপ দেখা নাই যাৰ।।
প্ৰভু ভগৱন্ত　　অনন্ত ঈশ্বৰ
প্ৰপন্ন জন তাৰণ।
পৰম দেৱতা　　জানিয়া তোমাৰ
চৰণে লৈলো শৰণ।।
জয় জয় জয়　　কৃষ্ণ কৃপাময়
ভজিলো তোমাৰ পাৱে।
তোমাৰ চৰণ　　পঙ্কজত মন
মজোক মোৰ স্বভাৱে।।
নমো নমো কৃষ্ণ হৰি　　নাৰায়ণ নিৰঞ্জন
নমো দেৱ দৈৱকী দয়াদ।
পৰম অনাথ আমি　　তোমাৰ চৰণে নমি
মাগো প্ৰভু ভকতি প্ৰসাদ।।
ধৰ্মক জানোহো মই　　তথাপি প্ৰবৃত্তি নাই
অধৰ্মতো নিবৃত্তি নোহয়।
হৃদি স্থিত হৈয়া তুমি　　যেন কৰা বাহা স্বামী
হৃষিকেশ কৰিবো তেনয়।।

# ঃ উচৰ্গা ঃ

পৰম আৰাধ্য
পিতৃ-
ঁকৃষ্ণৰাম শইকীয়া
মাতৃ-
ঁপ্ৰমীলা শইকীয়াৰ
প্ৰবিত্ৰ স্মৃতিত ।

সভক্তিৰে-
শ্ৰীআনন্দি শইকীয়া

# আগকথা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন চৰিত সমুদ্ৰ সদৃশ। অপাৰ সমুদ্ৰ সাঁতুৰি পাৰ হোৱা আৰু গুৰুজনাৰ জীৱন চৰিত লিখা একে কথা। ভালে কেইজন জ্ঞানী গুণী পণ্ডিত মহানুভৱ লোকে গুৰুজনাৰ জীৱন চৰিত লিখি প্ৰকাশ কৰিছে। সেই বুলিয়েই গুৰুজনাৰ বিষয় লিখিব লগীয়া কথাৰ অন্ত পৰিছে এনে নহয়। কবি যতীন্দ্ৰ নাথ দুৱৰাই লিখিছে -

তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ।

গোটেই অসম ভূমি বিস্তৃত জীৱন যাৰ।।

আমি বেদজ্ঞ নহওঁ, বৈষ্ণৱ ধৰ্ম তত্ত্বদৰ্শী নহওঁ, শিক্ষাৰ বহল জ্ঞান থকা লোক নহঁও, অন্য কোনো বিষয়ৰ তত্ত্বদৰ্শীও নহওঁ। গুৰু চৰিত পুথি পণ্ডিত লোকে লিখা দুজনা গুৰুৰ জীৱনী গ্ৰন্থ, অন্যান্য আলোচনী সাধু-সন্ত-মহন্তৰ বাণী পঢ়ি শুনি এই সমূহকে সমল হিচাবে লৈছো। আমি প্ৰকৃত ঘটনাৰ পৰা কালধি কাটি যোৱা নাই যদিও এই মহৎ লোক সকলৰ বাণী সাৰোগত কৰি আমাৰ মানস পটত ভাঁহি উঠা কিছু কথা সন্নিবিষ্ট কৰা হৈছে। ভাগৱত পুৰাণ, গীতা, কীৰ্ত্তন ঘোষা, নামঘোষা আদি শাস্ত্ৰৰ কাষ চাপি "জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ" কিতাপ খনি লিখিবলৈ সাহস কৰিছোঁ। তথাপিও মনলৈ ভয় আহে। একেষাৰ নীতি বচন আছে -

গৰুড় উৰাও দেখি কীট হৈয়া ধাওঁ।

মৌপিয়া চটকে পৰ্বত তুলি লওঁ।।

আমাৰো সেয়ে হৈছে। গুৰুজনাৰ বিষয়ে দুএষাৰ লিখিলে গুৰুসেৱা কৰা হ'ব বুলি ভাবিহে আমি লিখিবলৈ সাহস কৰিছোঁ।

এইখিনিতে আমি একেষাৰ কথা প্ৰকাশ কৰিব বিচাৰিছো। পুৰণি পুথিৰ সুশ্ৰাব্য আৰু শক্তিশালী ভাষা কিতাপ খনিৰ স্থান বিশেষে তুলি দি কিতাপ খনি অলংকৃত কৰাৰ সুযোগ লোৱা হৈছে; আমাক ক্ষমা কৰিব।

গুৰুজনাৰ প্ৰাচীন চৰিত পুথি সমূহৰ কিছু কথা যে প্ৰক্ষিপ্ত হৈছে এইকথা নুই কৰিব নোৱাৰি। এই চৰিত পুথি সমূহৰ কিছুমান কথাত মিল যদিও কিছুমান কথাত অমিলো আছে। সেইদৰে বৰ্ত্তমান গুৰুজনাৰ জীৱন কাহিনী লিখা গ্ৰন্থ সমূহতো কোনো কোনো কথাত অমিল পৰিলক্ষিত হয়। প্ৰাচীন ৰামচৰণ ঠাকুৰৰ চৰিত পুথি

খনিও কাৰোবাৰ হাতলাগি-প্ৰক্ষিপ্ত হোৱা নাই বুলি কব নোৱাৰি।

সি-যি-কি নহওক চৰিত পুথি, মহাপুৰুষ দুজনাৰ জীৱনী গ্ৰন্থ, বিভিন্ন শাস্ত্ৰ সমূহৰ আমি সহায় লৈছো বুলি আগত উল্লেখ কৰা হৈছে আৰু এই সমূহৰ ওপৰতে নিৰ্ভৰ কৰি বৰ্ত্তমান গ্ৰন্থ খনি যুগুত কৰা হৈছে।

কোনো কোনো লোকে গুৰুজনাৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মত দক্ষিণ পশ্চিম ভাৰতৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ পৰা বুলি কবলৈকো কুণ্ঠাবোধ কৰা নাই। তেওঁলোকে আজিলৈকে ইয়াৰ ওপৰত কোনো যুক্তি দাঙি ধৰিব পৰা নাই আৰু নোৱাৰেও। শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্ম গুৰু জনাৰ মৌলিক চিন্তাৰ বস্তু তাত কোনো সন্দেহ নাই।

শঙ্কৰ-মাধৱক আমি অসমীয়া জাতিৰ পিতা, ধৰ্মগুৰু, জাতিৰ জীৱন, অসমীয়া সাহিত্য সংস্কৃতিৰ প্ৰাণদাতা, সমাজ সংস্কাৰক আদি নানা বিশেষণেৰে বিভূষিত কৰো। কিন্তু পিতাৰ আদৰ্শ গ্ৰহণ কৰিছো কিমান ? দুজনা গুৰুৰ আদৰ্শ গ্ৰহণ নকৰাৰ ফলত আজি বৰ অসম খণ্ড-বিখণ্ড হল, অসমত জাতি বৰ্ণৰ ভেদাভেদ, নীচ বুলি চেই-চেই লেই-লেই কৰাৰ ফলত বিভিন্ন জনগোষ্ঠীৰ-মানুহে সাতাম পুৰুষীয়া ঐক্য সংহতি ভাঙ্গি বিদ্ৰোহী হৈ উঠিছে আৰু কোনো গোষ্ঠীৰ অন্তৰত ক্ষোভ, তুঁহজুইৰ দৰে এতিয়াও জ্বলি আছে। এই দুজনা গুৰুৱে এসময়ত মৃতপায় অসমীয়া জাতিৰ জীৱনী শক্তিৰ ক্ষীণ স্পন্দন দেখি বৈষ্ণৱ ধৰ্ম সংস্কৃতিৰে জীৱনী শক্তি প্ৰদান কৰি মৰিব খোজা অসমীয়া জাতিক উদ্ধাৰ কৰিছিল। দুজনা গুৰুৰ আদৰ্শ গ্ৰহণ নকৰাৰ ফলতে আজি অসমীয়া জাতিৰ পানীত হাঁহ নচৰা অৱস্থা। এতিয়াও যদি এই জাতিয়ে গুৰুৰ পথ অৱলম্বন নকৰে তেন্তে এই জাতিৰ মৃত্যু আৱশ্যম্ভাৱী।

আমি মনত ৰাখিব লাগিব অসমীয়া জাতি গঠনত সাত ৰহনীয়া ভাষা সংস্কৃতিৰ অবদান আছে। কোনো এক গোষ্ঠীৰ ভাষা সংস্কৃতিৰে অসমীয়া জাতি গঢ় লোৱা নাই । হৰিণাৰ মাংসই বৈৰীৰ দৰে- এসময়ৰ অসমীয়া বীৰ বীৰাঙ্গণা, লাচিত, চিলাৰায়, মূলাগাভৰু আদিৰ বীৰত্ব সুমৰি; জয়মতী কুৱঁৰী, মনিৰামদেৱানৰ আদৰ্শ সুমৰি অসমৰ বাহিৰৰ কিছুলোকে এই জাতিটো যাতে ঠান বান হয় তাৰ চেষ্টা চলাই আছে, ইন্ধন যোগাই আছে বুলি কলে বোধকৰো অত্যোক্তি কৰা ন'হব।

সন্তোষৰ কথা অসমৰ বৈষ্ণৱ ধৰ্মৰ সংস্কৃতিৰ মাজত এনে কিছুমান উপাদান

আছে, যিয়ে অসমবাসীক ভাতৃত্ববোধ জন্মাই ভেদা ভেদ উচ্চ নীচ ভাব নাইকিয়া কৰি স্নেহ প্ৰীতিৰ এনাজৰীৰে সকলোকে বান্ধি বৰ অসম গঢ়াত সহায় কৰিব পাৰে। ধৰ্মনীতি, ৰাজনীতি, সমাজনীতি, অৰ্থনীতিৰ সমন্বয়ত সমাজ তথা দেশ পৰিচালিত হয়। ধৰ্মনীতিক প্ৰথম স্থান নিদি যদি বাকীকিটাক আগস্থান দিয়া হয়, তেন্তে বিপদ আপদ ধ্বংশক মাতি অনা হ'ব। আমাৰ এই কথাষাৰে ধৰ্মনিৰপেক্ষতাৰ বিৰোধিতা কৰা নাই। ধৰ্মনীতিক আগস্থান নিদিয়াবাবেই কোনোটো পাপ কাম, কোনটো পুণ্য কাম হিতাহিত বিবেচনা হেৰুৱাই দেশত চুৰি ডকাইতি, ধৰ্ষণ, বলাৎকাৰ, হত্যা আদি অশান্তিয়ে দেখা দিছে।

সেইবুলি আমি নিজৰ ধৰ্মটোকে শ্ৰেষ্ঠ বুলি ভাবি গোড়ামী ভাব পোষণ কৰাটোও অন্যায়। গুৰু জনাই "পৰৰ ধৰ্মক নিহিংসিবা কদাচন" বুলিহে কৈছে। সত্য, শৌচ, দয়া ক্ষমা বিশ্বৰ সকলো ধৰ্মৰে মূল মন্ত্ৰ। গুৰুজনাৰ প্ৰবৰ্তিত বৈষ্ণব ধৰ্মৰ এই সত্য, শৌচ, দয়া, ক্ষমা চাৰি বস্তুৰেই ধৰ্ম্মৰ চাৰি খুটি।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আছিল ধৰ্ম প্ৰবৰ্ত্তক, কবি, সাহিত্যিক, শিল্পকলা বিষাৰদ, নাট্যকাৰ, সু-গায়ক, বায়ক, নৃত্য শিল্পী, সমাজ সংস্কাৰক, সাংস্কৃতিবান মহাপুৰুষ। একেজন লোকৰে ইমানবোৰ গুণ থকা বহুমূখী প্ৰতিভাবান মহাপুৰুষ-ধৰ্ম প্ৰবৰ্ত্তক জগতত পাবলৈ নাই। তেখেতৰ প্ৰবৰ্ত্তিত বৈষ্ণব ধৰ্মই অন্য ধৰ্মীক ঘৃণা নকৰি উচ্চ-নীচ, ধনী-দুখীয়া, জ্ঞানী-মূৰ্খ, জাতি বৰ্ণ ভেদাভেদ পৰিহাৰ কৰি, সাম্য মৈত্ৰী ভাতৃত্ব বোধ স্নেহ প্ৰীতিৰ এনাজৰীৰে বান্ধি একতা হবলৈ সদৌ বিশ্ববাসীকে উপদেশ দিছে। এয়া সদৌ বিশ্ববাসীৰে পালনীয় বস্তু।

এনেভাবে চলিলেহে বিশ্বত জুৰ বতাহ প্ৰবাহিত হব বুলি আশা কৰিব পাৰি। বিশ্ব ভাতৃত্ববোধ সমৃদ্ধ বৈষ্ণৱধৰ্ম প্ৰবৰ্ত্তক মহাপুৰুষ শংকৰদেৱক সাধু-সন্ত জ্ঞানী মনীষী সকলে 'জগতগুৰু' বুলিছে। গুৰুজনাই কীৰ্ত্তনত লিখিছে -

কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো কৰিবা প্ৰণাম।।

.................................................

সমস্ত ভূতত দেখিয়োক নাৰায়ণ।
জাতপৰে অনধৰ্ম সবে বিড়ম্বন।। (কীৰ্ত্তন)

এয়া জীৱ মাত্ৰতে চৈতন্য ঈশ্বৰৰ ৰূপ দৰ্শন কৰিবলৈ সেৱা কৰিবলৈ কৈছে। সকলোৰে কল্যাণৰ অৰ্থে কাম কৰাহে সেৱা। যি ধৰ্মত কেৱল উপাসনা আছে, জীৱৰ, মানৱ জাতিৰ কল্যাণৰ অৰ্থে কাম কৰাৰ কোনো নিদৰ্শন নাই, সেই ধৰ্মৰ কোনো মূল্য নাই। সেইবাবে জ্ঞানী, মনীষী সকলে মানৱ সেৱাই প্ৰকৃত ধৰ্ম বুলিছে।

মহাপুৰুষ শংকৰদেৱৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্মৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈশিষ্ট্য-ইয়াত নিহিত থকা মানৱতাবাদ। জনসাধাৰণৰ মঙ্গলৰ, সমাজৰ মঙ্গলৰ বাবেহে ধৰ্মৰ প্ৰয়োজন। প্ৰকৃত ধৰ্মই ব্যক্তি আৰু সমাজ মহীয়ান কৰি তোলে।

সকলো ধৰ্মতে দুটা দিশ আছে - নৈতিক দিশ আৰু আধ্যাত্মিক দিশ। নৈতিক দিশে মানুহৰ সৈতে মানুহৰ সম্পৰ্ক নিৰ্ণয় কৰে। আকৌ এই সম্পৰ্ক জনসাধাৰণৰ, সমাজৰ কল্যাণৰ অৰ্থে কৰা কৰ্মৰ জৰিয়তেহে হয় আৰু আধ্যাত্মিক দিশে আত্মাৰ সৈতে পৰমাত্মাৰ সম্পৰ্ক নিৰ্ণয় কৰে। ধৰ্মৰো দুটা দিশ উপাসনা আৰু জনসেৱা-

উপাসনাই মনশুদ্ধ আৰু স্থিৰ কৰে,

জ্ঞান আৰু সুবুদ্ধি জন্মাই।

জনসেৱাই দেহশুদ্ধ আৰু ভক্তিসিদ্ধি কৰে।

মনশুদ্ধ স্থিৰ হয় ফলে উপাসনা।

জ্ঞান সৎবুদ্ধি শৰীৰত জন্মে জানা।।

জনসেৱা ফলে জানা দেহ শুদ্ধ হয়।

ভক্তিও সিদ্ধি হইবে জানিবা নিশ্চয়।।

নৈতিক দিশটো বাদ দি আধ্যাত্মিক দিশতে থাকিলে বৰ্ত্তমান সমাজৰ বাবে ধৰ্মৰ অৰ্থ শূন্য হৈ পৰে। যুগাৱতাৰী মহাপুৰুষ শংকৰদেৱে তেৰাৰ ধৰ্মত দুয়োটা দিশতে গুৰুত্ব আৰোপ কৰিছিল। তেৰাই ভকতক লৈ নাম প্ৰসঙ্গ কৰি ভগৱন্তৰ গুণ নাম চৰিত্ৰ কীৰ্ত্তন কৰিছিল, শাস্ত্ৰ-তত্ত্ব ভকতৰ আগত ব্যাখ্যা দিছিল আৰু অক্লান্ত শ্ৰম কৰি বেদ, উপনিষদ, পুৰাণ আদি শাস্ত্ৰ মন্থন কৰি ধৰ্মতত্ত্ববোৰ সকলোৱে বুজিব পৰাকৈ সংস্কৃত শাস্ত্ৰৰ পৰা সৰল সহজ অসমীয়া ভাষালৈ অনুবাদ কৰি কাব্য গ্ৰন্থ সমূহ জন-কল্যাণৰ বাবে দি থৈ গৈছিল। ইয়াৰ বাহিৰেও বেদ উপনিষদ পুৰাণ সমূহ, আধাৰ হিচাবে লৈ বহুতো কাব্য গ্ৰন্থ, গীত, নাট ৰচনা কৰি মানৱ

জাতিৰ কল্যাণ সাধন কৰিছে। ইয়াৰ উপৰিও তেওঁৰ প্ৰপন্ন শিষ্য মাধৱদেৱ, অনন্তকন্দলি, ৰাম সৰস্বতী আদি কবি সকলক সংস্কৃত শাস্ত্ৰ অনুবাদ আৰু প্ৰণয়ন কৰিবলৈ আজ্ঞা আৰু অনুপ্ৰেৰণা যোগাইছিল। এই জন-কল্যাণমূলক কাব্যসমূহে অসমীয়া সকলো জাতি, ধৰ্ম নিৰ্বিশেষে অসমীয়া সাহিত্য সংস্কৃতিৰ গুৰি ধৰিছে। কবিয়ে শ্ৰীশঙ্কৰদেৱ নামৰ কবিতাত লিখিছে -

"জালিকটা যিকেডাল আছে পুষ্পহাৰ
সেয়ে মাথোন ভাষা কৰিছে পোহৰ।"

এতিয়া আমি অন্য দিশলৈ যাও -

আমাৰ অপৈনত হাতৰ লিখনিয়ে পঢ়ুৱৈ সমাজক কিমান সন্তোষ দিব পাৰিব সেই বিষয়ে আমাৰ সন্দেহ নথকা নহয়। তথাপি প্ৰথম প্ৰচেষ্টা হিচাবে পঢ়ুৱৈ সমাজে কিতাপখন বিচাৰ কৰি চাই ভুল ত্ৰুটিবোৰ আঙুলিয়াই দিব বুলি আশা কৰিলো। ইয়াত আমাৰ ভাষাৰ প্ৰাচুৰ্য্য নাই, প্ৰকাশভঙ্গীমাতো তথৈবচ। বিদ্যাবুদ্ধি হীনতা দোষত ইয়াত কিমান ভুল ভ্ৰান্তি বৈ গল ঠাৱৰ কৰিব নোৱাৰিলোঁ।

পৰম দয়ালু বাপ-বান্ধৱ, আইমাতৃ, পাঠক পাঠিকা সকলে দোষ ভাগ বাদ দি, গুৰুজনাৰ নৰলীলাৰ এক কণিকামান থকা বাবে অনাদৰ নকৰি গ্ৰহণ কৰিলে আমাৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিম। দুটা-এটা বৰ্ণাশুদ্ধি অনিচ্ছাকৃত ভাবে বৈ গৈছে, তাৰবাবে আমি সকলোৰে ওচৰত ক্ষমা খোজো।

জলাহ গাঁও (বঢ়মপুৰ)

কৃপা ভিক্ষাৰী -
শ্ৰীআনন্দি শইকীয়া
মজলীয়া স্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক,
প্ৰাক্তন সভাপতি,
চলচলি সাহিত্য সভা ঃ নগাঁও

# Preface

This is a book which presents the splendid life and works of Srimanta Sankardev who was a great son of Assam as well as a great religious reformer of the 15th century. This book is well written by the author Mr. Anandi Saikia a retired M.V. School Head master of his native locality of Jalah gaon in the Nagaon District, Assam.

The author of this religious book is a vicar who with his foresightedness carefully discussed the spirit of Sankardev and high-lighted summarily the vashnavik movement launched by Sankardev who was an abiding poet of the Assamese literature. The author adds some biographical sketches of two disciples of Sankardev and some religious ditty and ideals which can stir the present readers.

The author included some data-based writings as quotations of well-enough known Assamese writers. A list of some important books is appended at the end with due acknowledgement with the indebtedness and gratitude for the use of their books.

I wish a great success of this book. Hail writer Mr. Anandi Saikia.

By Mr. Lakshmi Ram Keot
President, Puranigudam Branch
of Assam Sahitya Sabha.
Date - 11-11-99

# আৱাহনী তোৰণ

মানৱ মুক্তিৰণৰ অক্লান্ত যোদ্ধা আৰু সমাজ উত্তৰণৰ অবিসম্বাদিত উদ্‌গাতা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অমৃত নিস্যন্দিনী ভক্তি ৰসৰ সুবিশাল প্ৰবাহে ভাৰতৰ পূব প্ৰান্তত (অসমত) অস্পৃশ্যতাৰ ভাব প্ৰক্ষালন কৰি এক বিশাল অসমীয়া সাহিত্য-সংস্কৃতিৰ ওখ ঢাপ মাৰি গ'ল। অসমৰ সাংস্কৃতিক সমাজৰ বৌদ্ধিক বিশালতাৰ বাস্তৱায়নত শৃঙ্খলা গঠন কৰি জাতীয় জীৱনত এক স্বৰ্ণযুগ ৰচনা কৰি গ'ল। শ্ৰীমন্ত শঙ্কৰদেৱ অসমীয়া জাতিৰ গুৰুৰো গুৰু জগত গুৰু।

গুৰুজনাই সমগ্ৰ অসমীয়া জাতিকে এক চিৰ স্মৰণীয় পৰ্য্যায়লৈ কেনেদৰে উত্তৰণ ঘটাব বিচাৰিছিল তাৰ এক আলোক সন্ধানী বিশ্লেষণৰ পৰিপ্ৰেক্ষিততে এই গ্ৰন্থ খনিৰ জন্ম।

গুৰু জনাৰ প্ৰতিভা আছিল আকাশ লঙ্ঘী। এই প্ৰতিভাৰ সম্যক আলোচনা এক প্ৰকাৰ অসম্ভৱ আৰু দুৰূহ কাৰ্য্য। শ্ৰদ্ধেয় আনন্দি শইকীয়া দেৱৰ "জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ" গ্ৰন্থখনি সূক্ষ্ম ভাবে অৱলোকন কৰিলে এইটো প্ৰতীয়মান হয় যে, শঙ্কৰী সাহিত্যৰ গভীৰ অধ্যয়নে শইকীয়াদেৱৰ প্ৰজ্ঞাৰ পৰিধি পৰিব্যাপ্ত কৰি তুলিছে। সৃজনশীল আৰু সমালোচনা মূলক দুয়োটা দিশতে লিখকৰ পুষ্ট অভিজ্ঞতাৰ স্বাক্ষৰ সমুজ্জ্বল।

কোনো কোনো ক্ষেত্ৰত দেখা যায় সমালোচনাৰ নামত ব্যক্তিগত বা গোষ্ঠীগত বাক্‌বিতণ্ডা চলি থাকে। কিন্তু শ্ৰদ্ধেয় শইকীয়াদেৱে নিৰপেক্ষ দৃষ্টিভঙ্গীৰে পণ্ডিত মণ্ডলীৰ মতামত আৰু নানা শাস্ত্ৰৰ যুক্তি, ধৈৰ্য্য সহকাৰে বিচাৰ বিশ্লেষণ কৰিহে নিজামত সাব্যস্ত কৰিব খুজিছে। মাজে মাজে ভাবাবেগৰ গভীৰ অনুৰণন ঘটিলেও বিষয় বস্তু আড়ষ্ট হৈ পৰা নাই। ঠায়ে ঠায়ে ভাষা সংস্কৃত গন্ধীয়া হলেও শব্দ সংযোজন নিখুঁট আৰু মজবুত।

বিষয়বস্তু উপস্থাপনত পুথিগত তথ্যপাতিৰ বিশেষ পয়োভৰ হলেও এই কথা অনস্বীকাৰ্য্য যে , সকলো তথ্যপাতিকে বিচাৰ বিশ্লেষণৰ কষটি শিলত ঘঁহিহে পাতত তোলা হৈছে। তদুপৰি স্বনামধন্য বিখ্যাত লিখক সকলৰ লেখা উদ্ধৃতি দি বিভিন্ন চৰিত পুথিৰ তথ্য দাঙি ধৰি তৰ্কজালৰ কুহেলিকা ভেদ কৰি

সত্য উপস্থাপনত সফল কাম হোৱা যেন লাগে।

তত্ত্বগধুৰ শঙ্কৰী সাহিত্য দৰ্শনৰ ওপৰত আলোকপাত কৰা এই গ্ৰন্থ খনিয়ে নিশ্চয় সহৃদয় পাঠক সকলৰ পৰা সমাদৰ পাব। শঙ্কৰদেৱে ৰূপ দিব খোজা সমাজখনে প্ৰগতিৰ পথত পোৱা বাধা বিঘিনিৰ এক সৰল চিত্ৰণ গ্ৰন্থকাৰে দিব বিচাৰিছে। একো একোটা সময়ৰ প্ৰমাণিক বিষয় বস্তু তেখেতে তথ্য ভিত্তিক দিবলৈ প্ৰয়াস কৰিছে। শঙ্কৰদেৱৰ জীৱনৰ ঘাট প্ৰতিঘাট আৰু বিভিন্ন সময়ত হোৱা তাৰ পৰিণাম শিক্ষা সিদ্ধান্ত আৰু প্ৰগতিৰ ৰূপটো লিখকে ফুটাই তুলিবলৈ চেষ্টাৰ ত্ৰুটী কৰা নাই। গুৰু দুজনাৰ পাছৰ গুৰু সকলৰ যেনে গোপাল আতা, দামোদৰদেৱ, বংশী গোপালদেৱ আদিৰ দিনৰ পৰা অসমীয়া সমাজ আৰু ধৰ্মীয় অৱক্ষয়ৰ ছবি এখন লিখকে আংশিক ভাৱে হলেও দিব বিচাৰিছে। মোৰ বোধেৰে গ্ৰন্থখনিয়ে ভক্ত সম্প্ৰদায় আৰু বিদ্বৎ সমাজক সন্তুষ্ট কৰিব পাৰিব।

গ্ৰন্থখনিত শইকীয়া দেৱৰ বৈষ্ণৱ সাহিত্যৰ বিস্তৃত অধ্যয়ন আৰু বিদ্যায়তনিক শৃঙ্খলা ফৰিং ফুটা হৈ পৰিছে। শঙ্কৰী সাহিত্যৰ ৰসাস্বাদনত নিশ্চয় গ্ৰন্থখনি সহায়ক হব। গ্ৰন্থখনি পঢ়ি মই বিশেষ উপকৃত হলোঁ।

শ্ৰীধীৰেন্দ্ৰ নাথ শইকীয়া
জলাহ্ গাঁও
প্ৰাক্তন সভাপতি চলচলি সাহিত্য সভা
নগাঁও (অসম)১৯৯৬ চন
শিক্ষক, উচ্চতৰ মাধ্যমিক বিদ্যালয়।

# "কিঞ্চিত অনুভৱ"

ইমান তত্বগধুৰ বিষয় এটাৰ ওপৰত গবেষণামূলক সত্য তথ্য সম্বলিত কঠোৰ প্ৰচেষ্টাৰ কাম এইজন লেখকৰ দ্বাৰা সমাহিত হৈছে। তাৰ বাবে লেখক প্ৰকৃতাৰ্থত ধন্যবাদৰ পাত্ৰই নহয়, এটা আধ্যাত্মিক দুঃসাহসিক মনৰ যে অধিকাৰী তাকেই প্ৰতিপন্ন কৰাত বাস্তৱ সত্য উদঘাটিত হৈছে বুলি ঠাৱৰ কৰিছোঁ।

গ্ৰন্থখনিৰ তথ্য সমূহে কোনো ঠাইত উল্লেখ কৰা তথ্যই বিতৰ্কৰ সৃষ্টি কৰিব যে ই সঠিক। কিন্তু কৃতকৰ্ম লক্ষণীয় যেনেই লাগিছে। গুৰুজনাৰ মানবীয় প্ৰমূল্যবোধক যিটো প্ৰাসংগিকতাৰে বহলাই উপস্থাপন কৰি জগত সভালৈ নিয়াৰ বলিষ্ঠ প্ৰয়াস কৰা হৈছে সি নিশ্চয় গুৰুজনাৰ প্ৰতি থকা অগাধ আত্মবিশ্বাসকেই জলন্ত নিদৰ্শন হৈ ইতিহাসত ৰ'ব। লেখকৰ ভাষা নিতান্তই বোধগম্য হোৱাকৈ প্ৰাঞ্জল আৰু ৰসোতীৰ্ণ হৈছে। ঈশ্বৰ বিশ্বাসত গদগদ হোৱা লেখকজনৰ চিন্তাৰ দৌৰ ইমান প্ৰশস্ত হোৱাটো সঁচাকৈয়ে নৈসৰ্গিক প্ৰকাশ বুলি ঠাৱৰাব পাৰি।

যাই নহওক লেখকৰ কষ্টকৰ ইচ্ছা শক্তিৰ বাবে প্ৰশংসা নকৰাৰ একো কাৰণেই থাকিব নোৱাৰে। গভীৰ শাস্ত্ৰ অধ্যয়ন যে লেখকৰ আছে সেই কথাও নুই কৰিব নোৱাৰি। অন্যৰ কাৰণে যিয়েই নহওক লেখকৰ নিমিত্তে এইখন গ্ৰন্থ আলোক সন্ধানী বুলিব পাৰি। এই আলোকে শঙ্কৰ মাধৱকেই নহয় ভকত বৈষ্ণৱ সকলক পুংখানুপুংখ ভাবে বুজিব পৰাকৈ বেকত কৰা কাৰ্য্য গুৰুত্ব সহকাৰে প্ৰাসংগিক। লেখকৰ এই কষ্টৰ বাবে পঢ়ুৱৈ সমাজে উৎসাহ যোগালে নিতান্তই উচিত হব যে ই নিশ্চিত। লেখকৰ উত্তৰোত্তৰ আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ সহযাত্ৰীৰ চিন্তাৰে।

১/১/২০০০

শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ বৰুৱা
সাহিত্যিক পেঞ্চনাৰ
নগাঁও।

# "একেষাৰ"

## লিখক শ্ৰীআনন্দি শইকীয়াৰ ৰচিত গ্ৰন্থ

## "জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ"।

শ্ৰীলক্ষীৰাম কেওঁট
সভাপতি পুৰণিগুদাম সাহিত্যসভা
১০ নবেম্বৰ ১৯৯৯ চন।
নগাঁও ঃ অসম।

লিখক শ্ৰীআনন্দি শইকীয়াই "জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ" নামৰ এখনি গ্ৰন্থ ৰচনা কৰি তাৰ হাতে লিখা শকত পাণ্ডুলিপিটো মোক পঢ়ি চাবলৈ দি বিষয় গ্ৰন্থত সন্নিবিষ্ট উদ্ধৃতি আদিকে ধৰি সকলো চাইচিতি একেষাৰ লিখিবলৈ অনুৰোধ কৰিলে। এখন গ্ৰন্থৰ ওপৰত একেষাৰ লিখি দিবলৈ বৰ ভয়ানক টান কাম। কিন্তু তেখেতৰ মনটো বৰ উল্লাসিক দেখি তেওঁৰ পাণ্ডুলিপিটো মই হাত পাতি ললোঁ।

সাহিত্য আৰু ইতিহাস, ধৰ্ম আৰু দৰ্শন, ভাষাতত্ব আৰু কাব্য তত্ত্ব, সমাজ তত্ত্ব অৰ্থনীতি আৰু সাংস্কৃতিক ৰূপৰ কলাময় জ্ঞান প্ৰজ্ঞানৰ বহুধা উপকৰণেৰে ভৰা বা প্ৰজ্ঞাৰ প্ৰয়োগান্তিক ৰূপ কথাৰে ঠাহ খাই থকা বুলি এই গ্ৰন্থখনি সাহিত্যৰ ভিতৰ চোতালতে আদৰি সাদৰি থব পাৰিনে বাহিৰ চোতালতে এলাগি কৰি এৰি পেলাই থব পাঠক সমাজে তাৰ মতামত দিয়াৰ পৰা মই বিৰত থাকিলো কিন্তু! তথাপি আজিৰ ৰক্তাক্ত সময়ৰ - চন ১৯৯৯ৰ ১০নবেম্বৰত কওঁ - বৰ্ত্তমান সন্ত্ৰাসময়ৰ অমোঘ ৰূপত অসমীয়া বুদ্ধিজীৱি আৰু মনীষী সকলে জন সমাজত শান্তি স্বস্তি আৰু মংগল মাংগল্যৰ এক সাৰস্বত সাধনাৰ জোনাকী ক্ষণ মান সৃষ্টি কৰাৰ প্ৰয়োজন আহি পৰিছে। যেনেকৈ তাহানিৰ একেই ধৰ্ম কৰ্মৰ গ্লানিময় সময়ত অসমত যি মহতী প্ৰচেষ্টা গুৰুজনা শ্ৰীমন্ত শঙ্কৰৰ, তেওঁৰ চিন্তা শিল্পৰ যি নব্য উদ্ভাৱন আৰু কৌশলী সংযোজন- তাৰ সৌকুমাৰ্যখচিত মনোময় নিৰ্মিত খিনিক মানৱিকী বিদ্যাৰ সংজ্ঞালৈ ৰূপ দিয়াৰ চিন্তা প্ৰণালী খিনি উদ্ধৃত কৰাৰ প্ৰয়োজনো আজিৰ অসমৰ সামাজিক পৰিবেশত আহি পৰিছে আৰু এনে ক্ষেত্ৰতে এনে গ্ৰন্থই সামাজিক প্ৰয়োজন পূৰ ৰুৰক। এনে গ্ৰন্থই সাধাৰণ পাঠকৰ জ্ঞানাবেগৰ নীলিম দুৱাৰ খোলক বুলি একেষাৰ কৈ লিখক শ্ৰীআনন্দি শইকীয়াৰ মংগল কামনা কৰিলো।

এম. ভি. স্কুলৰ অৱসৰ প্ৰাপ্ত প্ৰধান শিক্ষক শ্ৰীআনন্দি শইকীয়া নগাঁও জিলাৰ চাৰিজন ছহীদৰ স্মৃতি মণ্ডিত বঢ়মপুৰৰ গাতে লগা জলাহ গাঁৱৰ বয়োবৃদ্ধ লিখক শ্ৰীশইকীয়াদেৱ এজন শংকৰ সংঘৰ সেৱক। এখেত এজন কবিও। সমাজকৰ্মী শ্ৰীশইকীয়া গাঁৱৰ সূত্ৰধাৰী আৰু নামাচাৰ্যও। এখেতে ফকৰা যোজনা আৰু হিন্দুধৰ্মৰ বিষয়েও আৰু দুখনি গ্ৰন্থ ৰচনা কৰি প্ৰেছত দিয়াৰ যো-জা কৰিছে।

"সেৱা লহৰি" নামৰ শিশু উপযোগী কবিতাৰ সৰু পুথি এখনিও শ্ৰীশইকীয়াই ইতিমধ্যে প্ৰকাশ কৰি উলিয়াইছে।

ইং চন ২০০০ ৰ ভিতৰত তেখেতৰ আৰু চাৰিখন গ্ৰন্থ প্ৰকাশ কৰাৰ মানস কৰা ভাৱটি মোৰ আগত ব্যক্ত কৰাত হঠাতে মনত পৰিল বাইবেল মহাগ্ৰন্থত কোৱা সেই কথাষাৰলৈ- "আটাইতকৈ ওখ গছজোপাতকৈও ওখ গছ থাকিব পাৰে"

হৃদয় খুজি নোপোৱাৰ দিন এতিয়া। হৃদয়ৰ সুখৰ দুখৰ কথা এষাৰ কবলৈ প্ৰাণৰ মানুহ বিচাৰি পাবলৈ আৰু এতিয়া নাই। বন্ধুত্ব আৰু মিতিৰালি এতিয়া কেৱল এটা ফৰ্মেলিটি মাথোন। ধৰ্ম, দৰ্শন, সভ্যতা, আপোনত্ব, বিশ্বাস, ভৰষা এতিয়া সকলো মানৱীয় গুণৰ আকাল। ধন উপাৰ্জনৰ কৌশলতে মানুহ এতিয়া গোপনে ব্যস্ত। এনে সময়ত লিখকৰ এয়া ভাল চিন্তা।

বৰ্ত্তমান অসমৰ আঞ্চলিক ভাষা সমূহৰ হেচা ঠেলাত আৰু ধনবান অসমীয়া লোকৰ ইংৰাজী ভাষাৰ পৃষ্ঠপোষক কৰাৰ সময়ত অসমীয়া ভাষা সাহিত্য মহৎ হব নোৱাৰিলেও, জাতিৰূপে অসমীয়া বৰ্ত্তি থাকিব নোৱাৰিলেও কিন্তু শ্ৰীমন্ত শংকৰদেৱ মহান হৈয়ে থাকিব। বোধহয় এইটোৱেই কিজানি আমাৰ অসমীয়া মানুহৰ জীৱন কলাময় কেৱল শংকৰী নৃত্য-গীত, নাটক, সাহিত্য, ধৰ্ম, দৰ্শন, শৰণ, ভজন, নাম প্ৰসংগ, ভাওনা সবাহৰ বহুধা ব্যঞ্জনাৰেই ব্যাপৃত হৈ আছে আজিও। মই ভাবো লুইতপৰীয়া অসমীয়া লোক সকলৰ বাহিৰেও লুইতৰ দুয়ো পাৰৰ পাহাৰ ভৈয়ামত বসবাস কৰি থকা বঙালী, নেপালী, বিহাৰী মণিপুৰী, নগা, কছাৰী, বড়ো, পাঞ্জাবী, মাৰোৱাৰী, উৰিয়া, মিএঞা, অৰুণাচলী, চিলেটীয়া প্ৰভৃতি জাতিৰ প্ৰেৰণাৰ, বিশ্বমানৱৰ শিল্পী, মহাকবি, নাট্যগুৰু আৰু সাংস্কৃতিক গুৰুৰূপে শংকৰদেৱক এখন গ্ৰন্থৰ নায়ক কৰি লিখিব লাগিব-তাকে নকৰি শংকৰ দেৱক অলৌকিক গুণেৰে ভৰাই লিখিলে তেওঁৰ সংস্কৃতিবান জীৱনৰ ধ্ৰুপদী উচ্চতা ৰক্ষা নহৈ হ্ৰাসহে হব, তেওঁৰ কৰ্মযজ্ঞৰ ৰূপ বা আদৰ্শ বিস্তাৰ নহৈ টুটিব হে।

অসমীয়া জাতিৰ-সৰ্বশ্ৰেষ্ঠ পুৰুষ জনক সাধুকথাৰ নায়ক কৰি কিতাপত অংকন কৰিলে সাধাৰণ লোকেও নিশ্চয় ভাল নেপাব।

শ্ৰীযুত আনন্দি শইকীয়াই তেওঁৰ এই গ্ৰন্থত শংকৰদেৱৰ অদ্বৈতবাদ ঈশ-দৰ্শনৰ কথাও ভালেখিনি কথাৰে ব্যাখ্যাৰে আৰু উদ্ধৃতিৰে প্ৰতিপন্নৰ এটা ক্ষীণ চেষ্টা কৰিছে। শংকৰদেৱৰ এই দৰ্শন যদি কোনোবা পাঠকৰ আত্মাৰ সংলাপ হয় পৰমাত্মাৰ প্ৰতি, তেন্তে শইকীয়াৰ সেই লিখনিৰ সাৰ্থক হব।

"জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ" গ্ৰন্থৰ ভাষা শৈলী প্ৰাঞ্জল। গ্ৰন্থখনিত শঙ্কৰদেৱৰ প্ৰিয় শিষ্য মাধৱদেৱৰ লগতে অন্যান্য শংকৰী ভক্তবৃন্দৰ কথাও বৰ্ণিত হৈছে। শংকৰদেৱৰ ধৰ্ম সংস্কৃতি আৰু সাহিত্য ৰচনাৰ সকলো কথাই এই গ্ৰন্থত জ্ঞান, প্ৰজ্ঞান, গুৰু, সদাচাৰ, নীতি ধৰ্ম আৰু মানৱ জীৱনৰ অনেক লাগতিয়াল আদৰ্শৰ কথা পাব-পাৰই।

কিতাপৰ পাতত থকা গুৰুৰ পৰাও শিক্ষা লব পাৰি, কিতাপৰ পাতত থকা বন্ধু মানুহৰ লগতো সখ্যতা স্থাপন কৰি অনুভূতি প্ৰৱন হব পাৰি। অৰণ্যত ভয়ংকৰ বাঘৰ মুখামুখী নোহোৱাকৈও কিতাপৰ বাঘ "উইলিয়াম ব্লেক" কবিৰ বাঘ কবিতা পঢ়িও বাঘৰ কথা কিছু অনুভৱ কৰিব পৰাৰ দৰে লিখক শ্ৰীআনন্দি শইকীয়াৰ এই গ্ৰন্থইও অনেক পাঠকক হৰি ভকতৰ গুৰু কল্পতৰু শ্ৰীমন্ত শঙ্কৰক চিনাই দিব পাৰিবই পাৰিব।

জীৱন যাপনৰ মহৎ আদৰ্শৰ বাবে সকলো মানুহকে আদৰ্শ-গুৰুৰ প্ৰয়োজন। শঙ্কৰদেৱো এজন আদৰ্শ গুৰু। মানুহক পৰম মংগলজনক কথা শিকাওতা গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ- এক পূৰ্ণ মানৱ-পৰম পুৰুষ-আৰু জগত গুৰু।

শেষত মোৰ শ্ৰদ্ধাৰ লিখক শ্ৰীআনন্দি শইকীয়াৰ মংগল কামনা কৰিলো।

# আমাৰ একেষাৰ ঃ

আমাৰ এই ক্ষুদ্ৰ পুথিখনি অশেষ যত্ন কৰি চাই 'আবাইনী তোৰণ' ভাগ লিখি দিয়া বাবে চলচলী সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শিক্ষক, সাহিত্যিক শিক্ষাবিদ শ্ৰীযুত ধীৰেন্দ্ৰ নাথ শইকীয়া দেৱৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

বিশিষ্ট শিক্ষাবিদ, পণ্ডিত, প্ৰথিত যশা কবি সাহিত্যিক ড° লীলাৱতী শইকীয়া বৰাই নিজৰ বহুমূলীয়া সময় খৰচ কৰি পাণ্ডুলিপিটো চাই খুঁটি নাটি দেখুৱাই, দিহা পৰামৰ্শ দিয়া কাৰণে তেওঁলৈ অফুৰন্ত কৃতজ্ঞতা যাচিছোঁ।

পুৰণিগুদাম সাহিত্য সভাৰ সভাপতি, কবি, সাহিত্যিক, শিক্ষক, শিক্ষাবীদ, সমাজ কৰ্মী শ্ৰীযুত লক্ষ্মীৰাম কেওঁটদেৱে নিজৰ বহুমূলীয়া সময় খৰছ কৰি পাণ্ডুলিপিটো চাই 'একেষাৰ' লিখি দিয়াৰ বাহিৰেও পুথিখন প্ৰকাশৰ ক্ষেত্ৰতো পৰামৰ্শেৰে সহায় কৰা বাবে তেখেতক আন্তৰিক কৃতজ্ঞতা জনালোঁ। সাহিত্যিক পেঞ্চনাৰ, কবি, সাহিত্যিক, নগাঁও জিলা সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি শ্ৰীযুত বুদ্ধীন্দ্ৰ কুমাৰ বৰুৱাদেৱে পাণ্ডুলিপি চাই "কিঞ্চিত অনুভৱ" লিখা বাবে বৰুৱাদেৱৰ ওচৰত আমি কৃতজ্ঞ। আমি আৰু কেইগৰাকীমান স্বনামধন্য সাহিত্যিক পণ্ডিত লোকৰ ওচৰত এই পুথিখনিৰ পাণ্ডুলিপিটো চকুফুৰাই দিবৰ কাৰণে আগবঢ়াইছিলো। অকিঞ্চনৰ লিখনি বুলিয়েই নে কি নেজানো তেখেত সকলে নিজৰ বহুমূলীয়া সময় খৰচ কৰিবলৈ ইচ্ছা নকৰিলে।

মনৰ উগুণ থুগুলতে পাণ্ডুলিপিটো দুবছৰ কাল ছপাশালত দিয়া নাছিলো। পিছত মনৰ তাৰণাত পাণ্ডুলিপিটো ছপা কৰি উলিওৱা হ'ল। আমি যে ভুলৰ হাতৰ সাৰিব নোৱাৰিম ই ধুৰুপ। সদাশয় বিদ্বৎ সমাজৰ ওচৰত আমি ক্ষমা প্ৰৰ্থনা কৰিলোঁ। ভুলখিনি আঙুলিয়াই দি আমাক কৃতাৰ্থ কৰে যেন।

পুথিখনি লিখা কামত ভাতৃ প্ৰতিম শ্ৰীভুবন চন্দ্ৰ বৰাই আমাক উৎসাহিত কৰিছিল। এদিন বৰাই আমাক বাটত পাই কৈছিল- "দাদা মোৰ গুৰু চৰিত এভাগ আছে। সেই ভাগ পঢ়ি তাৰ সাৰমৰ্ম খিনি আমাক দিব বুলি আশা কৰিলোঁ।" বৰাই দিয়া ৰাম চৰণ ঠাকুৰৰ গুৰু চৰিত ভাগ পঢ়ি গুৰুজনাৰ বিষয়ে লিখিবলৈ কৌতুহল জন্মিল। সেইবাবে শ্ৰীবৰাৰ অশেষ শলাগ ললোঁ।

ভাতৃ প্ৰতিম শ্ৰীপ্ৰভাত চন্দ্ৰ দাসে গুৰু দুজনাৰ জীৱনীগ্ৰন্থ আমাক অধ্যয়ন কৰিবলৈ দি সহায় কৰা বাবে শ্ৰীদাসলৈ পাহৰিব নোৱাৰিলোঁ।

আমাৰ সহধৰ্মীনী শ্ৰীমালতী শইকীয়াই পুথিখন লিখি থকা অৱস্থাত আমাক উদগনি দিছিল এই বুলি - "আপোনাৰ জীৱনত কিতাপ খন লিখি শেষ নহবইনেকি? কেতিয়া লিখি শেষ হব, কেতিয়া ছপাশাললৈ পঠাব?" তেওঁৰ শলাগ ললোঁ।

জেষ্ঠ পুত্ৰ শ্ৰীমুকুল শইকীয়া আৰু কনিষ্ঠ পুত্ৰ শ্ৰীবিপুল শইকীয়াই ধৰ্মমূলক তত্বমূলক গ্ৰন্থ সংগ্ৰহ কৰি আনি আমাক অধ্যয়ন কৰিবলৈ দিছিল আৰু কিতাপখন সোনকালে প্ৰকাশ কৰিবলৈ সময়ে সময়ে কৈ আছিল। তেওঁলোকৰো শলাগ নলৈ নোৱাৰিলোঁ।

জেষ্ঠা বোৱাৰী শ্ৰীমঞ্জুলা বৰা শইকীয়া আৰু কনিষ্ঠা বোৱাৰী শ্ৰীশিৱানী বৰঠাকুৰ শইকীয়াই কপি কৰাত সহায় কৰাৰ বাবে তেওঁলোকৰো শলাগ ললোঁ। স্বনাম ধন্য শ্ৰীযুত প্ৰণৱ বৰুৱাদেৱে বেটুপাত তৈয়াৰ কৰি দিয়াৰ বাবে তেখেতৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিলো।

পঞ্চৰত্ন প্ৰিন্টাৰ্চৰ স্বত্বাধীকাৰী শ্ৰীযুত প্ৰবীন চন্দ্ৰ গোস্বামী আৰু কৰ্ম্মীবৃন্দই যত্ন সহকাৰে পুথিখন ছপাই সোনকালে উলিওৱাৰ বাবে তেখেত সকলৰ ওচৰত আমি কৃতজ্ঞ।

জলাহ গাঁও
পোঃ অঃ হালোৱা গাঁও
নগাঁও (অসম)
পিনঃ৭৮২১৪১
১৯৯৯ চন,ডিচেম্বৰ।

লিখক-
শ্ৰীআনন্দি শইকীয়া
অসম সাহিত্য সভাৰ আজীৱন সদস্য
পঞ্জীয়ন ক্ৰমাঙ্ক ঃ ৫২০৫

# ভূমিকা

গীতাত ভগবান শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৈছে -

যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।

অভুত্থানম্ ধৰ্মস্য তদাত্মানং সৃজ্জামহম্।

পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।

ধৰ্ম সংস্থাপনা ৰ্থায় সম্ভৱামি যুগে যুগে।।

হে অৰ্জ্জুন। যেতিয়া ধৰ্মৰ গ্লানি হয়, অধৰ্মৰ প্ৰাদুৰ্ভাৱ হয়, দুষ্টক দমন কৰি সাধুক ৰক্ষা আৰু ধৰ্ম পুনৰ সংস্থাপনৰ কাৰণে যুগে যুগে মই অৱতাৰ হওঁ।

বিশ্বৰ বুৰঞ্জী চালে দেখা পাওঁ পৃথিবীৰ কোনো এখন দেশত যেতিয়াই অন্যায়, অত্যাচাৰ ব্যভিচাৰে দেখা দিয়ে, জনগণৰ শান্তিত ব্যাঘাট জন্মাই, দেশত হত্যা, লুণ্ঠন, ধৰ্ষণ, চোৰ-ডকাইতৰ উৎপাতে চৰম সীমা পায় তেতিয়াই সেই সেই দেশত একোজন ক্ষণজন্মা মহাপুৰুষ আবিৰ্ভাৱ হৈ দেশত শান্তিৰ পথ দেখুৱায়। সেইসকল মহাপুৰুষে ধৰ্মৰ মাধ্যমেৰে পৃথিবীত শান্তি স্থাপন কৰি ইহকাল পৰকালৰ তৰণৰ উপায় দিয়াৰ বাহিৰেও ধৰ্ম সংস্কৃতিৰে সমৃদ্ধ, পৱিত্ৰ জ্ঞান পূৰ্ণ গ্ৰন্থ ৰাজি ৰচনা কৰি পৃথিবীত চিৰ শান্তিৰ উপায় দি থৈ যায়।

এই ভাৰত ভূমিত অতি প্ৰাচীন কালত বুদ্ধদেৱে জন্ম গ্ৰহণ কৰি সত্য অহিংস ধৰ্ম প্ৰচাৰ কৰি সত্য অহিংস পৰোপকাৰ ভাবেৰে জনগণক উদ্বুদ্ধ কৰি শান্তি স্থাপন কৰিছিল। তাৰ নিজৰা আজিয়ো বৈ আছে। সেই দৰে মক্কাত মহাপুৰুষ হজৰৎ মহম্মদ, জেৰুজালেমত মহাপুৰুষ যিশুখৃষ্ট আবিৰ্ভাৱ হৈ বিশ্বত শান্তি মৈত্ৰী ভাতৃত্ব বোধেৰে শান্তিৰ উপায় দি গৈছে। ভাৰতত জন্ম গ্ৰহণ কৰি শঙ্কৰাচাৰ্য্য ৰামানুজ, ৰামানন্দ, শ্ৰীচৈতন্য, গুৰু নানক,তুকাৰাম প্ৰভৃতি মহাপুৰুষ সকলে শান্তি ধৰ্ম প্ৰচাৰ কৰি জন গণৰ কল্যাণ সাধন কৰি থৈ গৈছে।

পূৰ ভাৰতত (অসমত) যেতিয়া ধৰ্মৰ নামত ব্যভিচাৰ চলিল হাঁহ, ছাগ, মহিষ কাটি আনকি নৰ বলি দিও দেৱ দেৱীৰ পূজা সেৱা চলিল, সমাজ কু সংস্কাৰে আচ্ছন্ন হ'ল, মানুহে কু আচৰণ কৰিবলৈ ল'লে সমাজে সজ আচাৰ নীতি নিয়ম বিসৰ্জ্জন দিলে, সেই সময়ত পোন্ধৰ শতিকাত কৃষ্ণ অংশে মহা পুৰুষ শ্ৰীমন্ত

শংকৰদেৱৰ আবিৰ্ভাৱ হ'ল। তিমিৰাচ্ছন্ন অসমত বিশ্বৰ শান্তি মৈত্ৰী ভাতৃত্ববোধ আৰু মানব ধৰ্মৰ উপদেশ বাণীৰে সমৃদ্ধ বৈষ্ণৱ ধৰ্ম (একশৰণ নাম ধৰ্ম) প্ৰবৰ্ত্তন কৰোঁতা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ তেনে এজন মহাপুৰুষ।

মাধৱদেৱে গুৰু ভটিমাত লিখিছে -

ত্ৰিভুৱন বন্দন দৈৱকী নন্দন।

যো হৰি মাৰল কংস।।

জগজন তাৰণ দেৱ নাৰায়ণ।

শঙ্কৰ তাকেৰি অংশ।।

প্ৰাক্ শঙ্কৰী যুগত অসমত বলি বিধান কৰি দেৱ-দেৱীৰ সেৱা পূজাই প্ৰাধ্যন্য লাভ কৰিছিল যদিও অসমত বৈষ্ণৱ ধৰ্মৰ এটা সোঁত সমান্তৰাল ভাবে বৈ আছিল। সেই সোঁত ক্ষিপ্ৰ নহয়যদিও শুকাইয়ো যোৱা নাছিল। দশম শতিকাত ৰচিত কালিকাপুৰাণ চতুৰ্দ্দশ শতিকাত ৰচিত যোগিনী তন্ত্ৰতো বিষ্ণু উপাস্য দেৱতা হিচাবে প্ৰকাশ পাইছে। যোগিনী তন্ত্ৰত বিষ্ণুক সৰ্ব্বশ্ৰেষ্ঠ দেৱতা বুলি প্ৰকাশ কৰিছে। "নাৰায়ণঃ শ্ৰেষ্ঠো দেৱানাং পুৰুষোত্তমঃ" কালিকা পুৰাণতো বিষ্ণুৰ মহাত্ম্য প্ৰকাশ কৰিছে। কালিকা পুৰাণত কৈছে - এইখন পুৰাণত বিষ্ণুৰমাহাত্ম্য প্ৰকাশ কৰা অনান্য বাক্যৰ উপৰিও বশিষ্ঠ্যৰ মুখেৰে কোৱাইছে "স্বয়ং বিষ্ণু পুনৰায় এই ঠাইলৈ নাহে মানে কামৰূপত দেৱী পূজা বামা পন্থাৰে চলিব, দেশ ম্লেচ্ছাচ্ছন্ন হ'ব।"

স্বয়ং বিষ্ণুৰ্নাচায়াতি যাবৎ স্থানমিদং পুনঃ।

বিৰলাশ্চাগমাঃ সন্তু যত্ৰতৎ প্ৰতিপাদিকা।।

অৰ্থাৎ - কালিকা পুৰাণৰ মতে কামৰূপত তান্ত্ৰিক ধৰ্ম আছিল আৰু এই দেশত অন্যান্য দেৱদেৱীৰ সেৱা উপাসনা থাকিলেও বৈষ্ণৱ ধৰ্মৰো পাদুৰ্ভাব আছিল। ইয়াৰ বাহিৰে গোলাঘাটৰ দেওপানীৰ ওচৰত পোৱা বিষ্ণুমূৰ্ত্তি, নগাঁও জিলাৰ ডবকা গোসাই জুৰিত পোৱা বাসুদেৱ মূৰ্ত্তি, নৱম শতিকাৰ বুলি পণ্ডিত সকলে প্ৰমাণ কৰিছে। অশ্বক্ৰান্তৰ বিষ্ণুমূৰ্ত্তি, প্ৰাচীন অসমৰ ফলি, শিলালিপি সমূহ, কীৰ্ত্তন ঘৰৰ ভেটি বান্ধোতে শঙ্কৰদেৱে পোৱা চতুৰ্ভুজ বিষ্ণুমূৰ্ত্তি আৰু স্থাপত্য ভাস্কৰ্য্যই প্ৰাচীন অসমৰ বৈষ্ণৱ ধৰ্মৰ স্বাক্ষৰ বহন কৰিছে।

সপ্তম শতিকাৰ আগৰ কুমাৰ ভাস্কৰ বৰ্ম্মাৰ পাঁচ পুৰুষ আগৰ, মহাভূতি

· বৰ্মনক "পৰম ভাগৱত" বোলা এখন শিলালিপি মিকিৰ পাহাৰৰ বৰগঙ্গা অঞ্চলত আবিষ্কৃত হৈছে। এই নিদৰ্শন সমূহে প্ৰাক্‌শঙ্কৰী যুগত অসমত বৈষ্ণৱ ধৰ্ম থকাৰ প্ৰমাণ কৰে। এই যুগত অসমত বৈষ্ণৱ ধৰ্ম থকাৰ আৰু বহুত নিদৰ্শন আছে।

প্ৰাক্‌শঙ্কৰী যুগত অসমত বৈষ্ণৱ ধৰ্মৰ এটি সোঁত বৈ আছিল যদিও মহাকাশত বহুত নক্ষত্ৰ থাকিলেও সূৰ্য্যৰ অবিহনে পৃথিৱীত পোহৰ নোহোৱাৰ দৰে শ্ৰীমন্ত শঙ্কৰদেৱৰ অবিহনে অসমত বৈষ্ণৱ ধৰ্মই গা কৰি উঠিব পৰা নাছিল। শঙ্কৰদেৱৰ সবল নেতৃত্বত অসমত ভক্তি আন্দোলনে নতুন ৰূপত গঢ়লৈ উঠিল।

মহাপুৰুষ শঙ্কৰদেৱে বাৰ বছৰ কাল ভাৰতৰ বিভিন্ন তীৰ্থ ভ্ৰমণ কৰি, অগণন শাস্ত্ৰ মন্থন কৰি, অসমৰ হাবা পানীৰ লগত সুজা পূৰ্ব্ব প্ৰচলিত কৃষ্টিৰ লগত সংমিশ্ৰণ কৰি, পূৰ্ব্ব প্ৰচলিত ভাগৱতী ধৰ্মত নতুন ৰূপ, ৰস, ৰহন দি; আগৰ কু আচাৰ নীতিত থকা আবৰ্জ্জনা গুছাই উদাৰ ভাব দি তাত প্ৰাণ দি, নতুন ধৰ্মৰ দৰে প্ৰচাৰ কৰিছিল। মহাপুৰুষৰ প্ৰচাৰিত ধৰ্মৰ পটভূমিত বৈষ্ণৱ আন্দোলনৰ যি জোৱাৰ উঠিছিল তাত কোনো গোষ্ঠীৰ প্ৰভুত্ব বিস্তাৰৰ উপায় নাছিল। গুৰুজনাৰ সাৰ্ব্বজনীন বৈষ্ণৱ ধৰ্মই সততে জনগণৰ মন আকৃষ্ট কৰিছিল। তেৰাই নিজ ঔৰষ জাত পুত্ৰৰ হাতত ধৰ্মৰ পৰমাৰ্থ বস্তু দি থৈ যোৱা নাছিল। গুৰুজনাই ধৰ্মত জাতি ভেদত বাধা আৰোপ কৰিছিল। ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱ নাছিল আৰু ইয়াৰ আচাৰ্য্য, গুণ অনুসৰি যেই সেই বৰ্ণৰ লোকেই হব পাৰে। সকলো জাতি বৰ্ণৰ ধৰ্মাচাৰ্য্যৰ সমান আসন, বৰ্ণৰ উচ্চ নীচ নাই।

গুৰুজনাই লিখিছে -

ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যাৰ দৃষ্টি একতুল।।
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাকেসে পণ্ডিত বুলি সি সি সৰ্ব্বজান।।

(একাদশ স্কন্ধ ভাঃ)

বিশ্বৰ বুৰঞ্জীলৈ চালে এটা কথা চকুত পৰে, পৃথিৱীত যি সকল ধৰ্ম গুৰুৱে নিজ ধৰ্ম প্ৰচাৰ কৰি গল, সেই সকল মহাপুৰুৱে ইহলীলা সম্বৰণ কৰাৰ পাছত ধৰ্ম সমূহৰ মতৰ কিছু তাৰতম্য হোৱা দেখা যায়। যেনে - গুৰু দেহান্তৰৰ পাছত খৃষ্ট

ধৰ্মত্ত ৰোমান কেথলিক, প্ৰোটেষ্টান, ইছলাম ধৰ্মত চিয়া, চুন্নি, বৌদ্ধ ধৰ্মত বজ্ৰযান, সহজযান আদি।

সেইদৰে মহাপুৰুষ শঙ্কৰদেৱ মাধৱদেৱৰ ইহলীলা সম্বৰণৰ পাছত চাৰিটা সংহতি হ'ল - কাল সংহতি, ব্ৰহ্ম সংহতিঁ, পুৰুষ সংহতি, নিকা সংহতি। আচৰিত কথা এই উত্তৰ পুৰুষ গুৰু সকলে একেজন গুৰুতে শৰণ, দীক্ষা, মন্ত্ৰ, ভজন গ্ৰহণ কৰি একে বিধি আচাৰ ভক্তি নীতি নিয়মৰ মাজতে থাকি কেনেকৈ চাৰি সংহতি সৃষ্টি কৰিব পাৰিলে? একেজন গুৰুত শৰণ লৈ একেজন গুৰুৰ অভিমত একেনহে ভিন্ন হোৱালৈ চাই, এয়া মহাপুৰুষ গুৰুজনাৰ ধৰ্মমতক প্ৰাধান্য নিদি নিজ নিজ মতক প্ৰাধান্য দি গুৰুজনাৰ এক শৰণ হৰি নাম ধৰ্ম তথা অসমীয়া জাতিৰ অকল্যাণ সাধিছে বুলি ভবাৰ থল আছে। এনে আদৰ্শই জাতিৰ ভৱিষ্যত অন্ধকাৰ মাতি অনা বুলি ভাবিব পাৰি। এই বিষয়ে কিতাপ খনিৰ শেষত কিছু বহলাই আলোচনা কৰা হৈছে।

"শঙ্কৰ আমাৰ গুৰু" বুলি আমি সকলোৱে কওঁ। এই কথা কায় বাক্যে মনে চিতে গুৰুজনাৰ আদৰ্শ ধৰ্ম সংস্কৃতি, উদাৰ ভাব গ্ৰহণ কৰি উচ্চ নীচ জাতি বৰ্ণ ভেদাভেদ ত্যাগ কৰি ভাতৃত্ব বোধ প্ৰেম প্ৰীতিৰে বান্ধ খাব পাৰিলেহে "শঙ্কৰ আমাৰ গুৰু" বাক্য সাৰ ৰক্ষা কৰা হ'ব। বৈকুণ্ঠৰ কল্পতৰু বৃক্ষই কামনাৰ সকলো বস্তু দিব পাৰে বুলি ভক্ত সকলে বিশ্বাস কৰে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্ম (একশৰণ নাম ধৰ্ম) কল্পতৰু বৃক্ষ স্বৰূপ-তাত সন্দেহ নাই।

সেয়েহে মাধৱ পুৰুষে লিখিছে -

শ্ৰীমন্ত শঙ্কৰ    হৰি ভকতৰ
জনা যেন কল্পতৰু।
তাহান্ত বিনাই    নাই নাই নাই
আমাৰ পৰম গুৰু।।
জয় জয় জয়    কৃষ্ণকৃপাময়
ভজিলো তোমাৰ পাৱে।
তোমাৰ চৰণ    পঙ্কজত মন
মজোক মোৰ স্বভাৱে।।

সেৱক -
শ্ৰীআনন্দি শইকীয়া

# সূচীপত্র

## প্ৰথম অধ্যায়

(পৃষ্ঠা নং ১-১৭)



## দ্বিতীয় অধ্যায় (বৰদোৱা খণ্ড)

(পৃষ্ঠা নং ১৮-৭২)

## তৃতীয় অধ্যায় (ধুৱাহাটা খণ্ড)

(পৃষ্ঠা নং ৭৩-৯৮)



## চতুৰ্থ অধ্যায় (পাটবাউসী খণ্ড)

(পৃষ্ঠা নং ৯৯-১৩৪)

৩০। গুৰুজনাৰ নাট ৰচনা, পাটবাউসীত নাম প্ৰসঙ্গৰ টৌ আৰু ভক্তসকলৰ শৰণ, ব্যাস কলাই, কছাৰী ৰজাৰ শৰণ।

৩১। কোঁচ আৰু আহোমৰ সংঘৰ্ষ।
শঙ্কৰদেৱৰ গাৰ্হস্থ্য জীৱন, ৰামানন্দৰ শিক্ষা, বিবাহ আৰু কমল লোচনৰ মৃত্যু।

৩২। গুৰু জনাৰ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ।
বিষ্ণুপুৰী সন্যাসী।

৩৩। গুৰুজনাৰ শাস্ত্ৰ ৰচনা, - (কীৰ্ত্তন, ভাগৱতৰ পদ) ভাগৱতৰ পদ ৰচনা, নামঘোষাৰ সূচনা, ভু বনেশ্বৰী চিলাৰায়ৰ বিবাহ আৰু চিলাৰায়ৰ শৰণ।

৩৪। প্ৰথম স্কন্ধ ভাগৱত, পাৰিজাত হৰণ আৰু অন্য নাট বৰগীত ৰচনা, মাঁধৱ কন্দলি, ৰামায়ণৰ ৰচনা, মাধৱ কন্দলি আৰু সমসাময়িক কবি ধৰ্মগুৰু, ভাগৱতৰ দ্বিতীয় স্কন্ধ, একাদশ স্কন্ধ আৰু একাদশী ব্ৰত, গুৰুজনাৰ আৰু অন্য ভকত সকল।

## পঞ্চম অধ্যায় (বেহাৰ খণ্ড)

(পৃষ্ঠা নং ১৩৫-১৬৯)

৩৫। কৰ্মকাণ্ডী ব্ৰাহ্মণৰ খল, ৰাজৰোষত গুৰুজনা, গুৰুজনাৰ ভকত নিৰ্য্যাতন, গুৰুজনাৰ ধৰ্ম, আৰু গুৰুজনাৰ প্ৰতি ৰাজ আকাঙ্খা, নাৰায়ণ ঠাকুৰ আতাৰ গুৰু দৰ্শন, শঙ্কৰদেৱৰ ৰাজ সভালৈ আগমন।

৩৬। বেহাৰত শঙ্কৰদেৱ, ৰাজসভাত শঙ্কৰদেৱৰ ব্ৰাহ্মণৰ লগত বাদ, গুণমালা ৰচনা।

৩৭। শান্তি পুৰীয়া কবি চন্দ্ৰ পণ্ডিত, কাকত কূটাৰ তাৎপৰ্য্য, গুৰুজনাৰ ধৰ্মৰ প্ৰতি নৰনাৰায়ণ ৰজাৰ শ্ৰদ্ধা, মধুপুৰ সত্ৰ, দ্বাদশ স্কন্ধ ভাগৱত।

৩৮। মহাপুৰুষ শঙ্কৰদেৱৰ ৰচিত গ্ৰন্থ সমূহ, পাটবাউসীত থকা গুৰুজনাৰ সাঁচীপতীয়া পুথিৰ বিবৰণ, ব্ৰাহ্মণ সকলৰ নাম ধৰ্মৰ প্ৰতি শ্ৰেষ্ঠতা প্ৰদৰ্শন, বৃন্দাবনীয়া বস্ত্ৰ, গুৰুজনা পাটবউসীলৈ প্ৰত্যাবৰ্ত্তন।

৩৯। মাধৱদেৱ- বঢ়াৰ পো, চান্দসাৰ শৰণ, শিলাগ্ৰামৰ ব্ৰাহ্মণ পণ্ডিতৰ শঙ্কৰদেৱক সাক্ষাত।

৪০। পুনৰ ৰাজ সভাত শঙ্কৰদেৱ, ৰাম বিজয় নাট, ৰজানৰ নাৰায়ণৰ শৰণ ভিক্ষা, মাধৱদেৱৰ ওপৰত ধৰ্মৰাজ্যৰ ভাৰ অৰ্পণ।

৪১। গুৰুজনাৰ বেহাৰলৈ শেষ যাত্ৰা, গুৰুজনা গগক কুচিত, বেহাৰৰ পথত

## ঃ ষষ্ঠ অধ্যায় ঃ

(পৃষ্ঠা নং ১৭০-১৯২)



## পৰিশিষ্ট

(পৃষ্ঠা নং ১৯৩-২৬৯)

# জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ

# জয় গুৰু শঙ্কৰ

## প্ৰথম অধ্যায়

### মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ উপৰিপুৰুষ সকল ঃ-

শ্ৰীমন্ত শঙ্কৰদেৱৰ আদি পুৰুষ অত্ৰি গোত্ৰ সম্ভূত প্ৰেম পূৰ্ণানন্দ গিৰী। পূৰ্বতে এওঁলোকে কনৌজপুৰত বাস কৰিছিল। প্ৰেম পূৰ্ণানন্দ গিৰীয়ে কৃষ্ণক উপাসনা কৰি কৃষ্ণগিৰী নামে পুত্ৰ লাভ কৰে। কৃষ্ণগিৰীয়ে ভগৱন্তক সুবৰ্ণ দি আৰাধনা কৰাত সুবৰ্ণগিৰী নামে পুত্ৰ ওপজে। সুবৰ্ণ গিৰীয়ে গন্ধৰ্ব সকলক আৰাধনা কৰি গন্ধৰ্বগিৰীক পুত্ৰৰূপে পায়।

গন্ধৰ্বগিৰী জ্ঞানী ধাৰ্মিক আৰু পণ্ডিত লোক আছিল। গন্ধৰ্বগিৰীৰ ভাৰ্য্যা তিনিগৰাকী - অৰুণী, অনুসূয়া আৰু ইন্দুনী। ইন্দুনী দুৰ্ভগা আছিল। দহ বছৰ কাল স্বামী তেওঁৰ কাষলৈকে যোৱা নাছিল। সন্তানহীনা ইন্দুনীয়ে স্বামীৰ ঔৰষে সন্তান পোৱাৰ কামনাৰে শিৱ আৰাধনা কৰিছিল। ইন্দুনীয়ে ভাবিছিল পুত্ৰ হলে স্বামী বন্ধ্যা গুছে আৰু কন্যা হলে স্ত্ৰী বন্ধ্যা গুছে; গতিকে এটি কন্যা সন্তান হবৰ বাবে শিৱক আৰাধি কন্যা সন্তান লাভ কৰা বৰ লৈছিল। গন্ধৰ্বগিৰী ইন্দুনীৰ প্ৰতি আকৃষ্ট হৈ সূতিকা গৃহলৈ গৈছিল। গন্ধৰ্বগিৰীৰ ঔৰষে ইন্দুনীৰ গৰ্ভত কন্যা কৃষ্ণকান্তিৰ জন্ম হল।

উপযুক্ত বয়সত পিতৃ গন্ধৰ্বগিৰীয়ে কৃষ্ণকান্তিৰ বিবাহৰ আয়োজন কৰিছিল যদিয়ো কৃষ্ণকান্তিয়ে বিবাহত অসন্মত হৈ কলে- তেওঁৰ স্বামী নাৰায়ণ, গতিকে কুমাৰী জীৱন যাপন কৰিব। কৃষ্ণকান্তিয়ে পুত্ৰ কামনাৰে বিষ্ণুবুদ্ধিৰে শিৱক আৰাধনা কৰিলে। হৰি ভক্ত শিৱ সন্তোষ হৈ কৃষ্ণকান্তিৰ আগত উপস্থিত হ'ল আৰু তথাস্তু বুলি অন্তৰ্ধ্যান হ'ল।

ভক্তৰ বানী ৰক্ষা কৰিবৰ কাৰণে নাৰায়ণে বৈকুণ্ঠৰ পৰা গৰুড় স্কন্ধে গমন কৰিলে। এনে সময়তে কৃষ্ণ কান্তিয়ে হৰি আৰাধনা কৰি আছিল। নাৰায়ণে গৰুড স্কন্ধৰ পৰা বীৰ্য্য এৰিলে, কৃষ্ণকান্তিয়ে সেই বীৰ্য্য মুখ পাতি গ্ৰহণ কৰিলে। কৃষ্ণকান্তি লগে লগে গৰ্ভৱতী হল। কিছু দিনৰ পাছত মহান শৌৰ্য্য বীৰ্য্যৰ এটি পুত্ৰ উপজিল। পুত্ৰটিৰ নাম লণ্ডাদেৱ ৰাখিলে। দেৱবীৰ্যে জন্ম লোৱাৰ বাবে তেওঁৰ লণ্ডা নামৰ পাছত দেৱ শব্দ যোগ দি লণ্ডাদেৱ নাম থলে। এই পৰিয়ালটি ভূঞা বংশ নামে

পৰিচিত, জাতিত কায়স্থ। সেই সময়ত (ত্ৰয়োদশ শতিকাৰ আগ ভাগ) ভাৰতৰ সেই কনৌজ অঞ্চল মুছলমান ৰজাৰ অধিকাৰত আছিল।

তাৰো আগৰে পৰা সেই অঞ্চলত মুছলমানৰ অত্যাচাৰত বহুত মানুহ সেই ঠাই এৰি অন্য ঠাইলৈ পলাই গৈছিল। লণ্ডাদেৱো পলাই আহি গৌড দেশৰ গ'গৰীয়া পুৰত বসবাস কৰেহি। লণ্ডাদেব অস্ত্ৰে শস্ত্ৰে আৰু শাস্ত্ৰতো পণ্ডিত আছিল। লণ্ডাদেব ভূঞা অস্ত্ৰতো নিপুণ বুলি জানি গৌডেশ্বৰে নিজ ৰাজ্যত হোৱা বঙালৰ অত্যাচাৰ দমনৰ কাৰণে লণ্ডাদেৱক দায়িত্ব দিলে। লণ্ডাদেবে যুঁজত জয় লাভ কৰিলে,-শত্ৰুৰ শোণিতেৰে নৈ বৈ গ'ল। গৌডেশ্বৰে সন্তোষ পাই লণ্ডাদেৱক মাটি বৃত্তি দি পুৰস্কৃত কৰিলে।

লণ্ডাদেৱৰ বহুত দিনলৈকে কোনো সতি সন্ততি নোহোৱাত পুত্ৰ কামনাৰে চণ্ডী দেৱীক আৰাধনা কৰিছিল। চণ্ডীৰ বৰত লণ্ডা দেবে ভাৰ্য্যা সুভদ্ৰাৰ গৰ্ভত শৌৰ্য্য বীৰ্য্যবান এটি পুত্ৰ লাভ কৰিলে। চণ্ডীৰ বৰত পোৱা বাবে পুত্ৰৰ নাম চণ্ডীবৰ ৰাখিলে। চণ্ডীবৰ দেৱী উপাসক আছিল বাবেই চণ্ডীবৰক দেবী দাসো বোলে।

গ'গৰীয়া পুৰত বাৰিষা ব্ৰহ্মপুত্ৰৰ পানী সোমাই খেতি পথাৰ নষ্ট কৰিছিল। গৌডেশ্বৰ ধৰ্মনাৰায়ণে পানীসোমোৱা জানত ধৰ বান্ধি পানী নোসোমোৱা ব্যৱস্থা কৰিছিল যদিও বহুযত্ন কৰিও কৃতকাৰ্য্য হব নোৱাৰিলে। শেষত পৰম জ্ঞানী চতুৰ, পণ্ডিত চণ্ডীবৰে কৌশলেৰে ধৰ বান্ধি পানী নিবাৰণৰ ব্যৱস্থা কৰিলে। গৌডেশ্বৰে অপুত্ৰক চণ্ডীবৰৰ পুত্ৰ হবলৈ বৰ দিলে আৰু পুৰস্কৃত কৰিলে।

## গৌড়েশ্বৰ আৰু কমতেশ্বৰৰ যুদ্ধ আৰু মিত্ৰতা, ভূঞা সকলৰ কামৰূপ আগমন ঃ-

চণ্ডীবৰ বলে বীৰ্য্য অগ্ৰগণ্য পণ্ডিত আৰু বুদ্ধিবান লোক আছিল। কিছুদিনৰ পাছত চণ্ডীবৰৰ ভাৰ্য্যা সন্ধ্যাৰ গৰ্ভত এটি বীৰ্য্যবান পুত্ৰ ওপজে। ৰজাৰ বৰত হোৱা পুত্ৰটিৰ নাম চণ্ডীবৰে ৰাজধৰ ৰাখিলে।

চতুৰ্দ্দশ শতিকাৰ দ্বিতীয় চতুৰ্থাংশত কমতেশ্বৰ দুৰ্লভ নাৰায়ণ আৰু গৌডেশ্বৰ ধৰ্ম্মনাৰায়ণৰ মাজত এখন ৰণ হয়। এই ৰণৰ কাৰণত বুৰঞ্জী নিমাত যদিও ড মহেশ্বৰ নেওগৰ মতে জমিন নামৰ দেশৰ বাবে দুয়ো ৰজাৰ যুদ্ধ হয়। সাতদিন সাতৰাতি যুদ্ধত অগণন প্ৰজা ক্ষয় হল। শোণিতেৰে নদী বৈ গ'ল, মৰা শৰে ৰণক্ষেত্ৰ উপচি পৰিল। এই শোকাবহ ঘটনাত দেৱীভক্ত দুয়ো ৰজাই শোক পাই মিত্ৰতা কৰিলে।

বন্ধুত্ব গাঢ় হবৰ বাবে দুৰ্লভ নাৰায়ণে নিজ দুহিতাক গৌড়েশ্বৰলৈ বিয়া দিয়ে। দুৰ্লভ নাৰায়ণে নিজ ৰাজ্যত ব্ৰাহ্মণ, কায়স্থ নথকাত গৌড়েশ্বৰ ধৰ্মনাৰায়ণক চৈধ্য ঘৰ ব্ৰাহ্মণ, কায়স্থ বিচাৰিলে। গৌড়েশ্বৰে সাত ঘৰ কায়স্থ আৰু সাতঘ ৰ ব্ৰাহ্মণ দিলে। ইয়াৰ ভিতৰত কায়স্থ চণ্ডীবৰ ভূঞাকো কমতেশ্বৰ দুৰ্লভ নাৰাযণে পালে। অসমলৈ অহা কায়স্থ কেইঘৰ হ'ল - চণ্ডীবৰ, শ্ৰীহৰি, শ্ৰীপতি, শ্ৰীধৰ, হৰি, চিদানন্দ আৰু সদানন্দ। ব্ৰাহ্মণ কেইঘৰ হল - ৰঘুপতি, ৰামবৰ, কৃষ্ণ পণ্ডিত, মথুৰা, লোহাৰ ৰৰণ আৰু ধৰম। কায়স্থ সকলৰ ভিতৰত চণ্ডীবৰ আছিল বিদ্বান, বীৰ্য্যবান, চতুৰ, পণ্ডিত, শাস্ত্ৰজ্ঞ আৰু অস্ত্ৰ চালনাত নিপুণ আদি বহুগুণৰ অধিকাৰী। এই চণ্ডীবৰেই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অসমলৈ অহা আদি পুৰুষ।

## শ্ৰীমন্ত শঙ্কৰদেৱৰ বংশলতা ঃ-

আদি পুৰুষ- প্ৰেমপূৰ্ণানন্দ গিৰী



কৃষ্ণ গিৰী



সুবৰ্ণ গিৰী



গন্ধৰ্ব্ব গিৰীৰ

তিনি ভাৰ্য্যা- ইন্দুনী, অনসূযা, অৰুণী



কন্যা-কৃষ্ণ কান্তি স্বাঃ নাৰায়ণ



পুত্ৰ- লণ্ডাদেৱ ভাঃ সুভদ্ৰা

(কনৌজপুৰৰ বাসস্থান এৰি

গ'গৰীয়াপুৰত বসতি কৰে)



চণ্ডিবৰ ভাঃ সন্ধ্যা।

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বংশ লতাঃ

চণ্ডীবৰ, ভাঃ সন্ধ্যা (এওঁৰ দিনতে ভূঞা সকল কামৰূপলৈ আহিছিল)




কোনো পণ্ডিতে হাথিয়াদলৈৰ পুত্ৰহে ৰাতি কান্ত বুলি কয়।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বীৰ্য্যে আই কালিন্দীৰ গৰ্ভজাত সন্তান সকলৰ কমল লোচন আৰু ৰুক্মিনীৰ (বিষ্ণুপ্ৰিয়া) অকালতে মৃত্যু হয়। গুৰু পুত্ৰ ৰমানন্দ আৰু হৰিচৰণৰ হে বংশ ক্ৰম তলত দেখুউৱা হৈছে।




নিৰঞ্জন চৌধুৰী শঙ্কৰদেৱৰ আজো নাতি জোৱাই। স্বৰ্গদেউ জয়ধ্বজ সিংহই এই নিৰঞ্জন চৌধুৰীৰ ওচৰত শৰণ গ্ৰহণ কৰিছিল।

## লেঙ্গামাগুৰিত চণ্ডীবৰ ঃ-

কমতা পুৰৰ ৰজা দুৰ্লভ নাৰায়ণে চণ্ডীবৰক হাজোৰ ওচৰৰ লেঙ্গামাগুৰিয়া নামে ঠাইত থাকিবলৈ দিলে। ভূঞাসকলৰ এই আগমন নিশ্চয়কৈ কব নোৱাৰিলেও পণ্ডিত সকলে চতুৰ্দ্দশ শতিকাৰ ৬ষ্ঠ দশক বুলি ঠাৱৰ কৰিছে। ঘৰবাৰী সজা কামত চণ্ডীবৰক সহায় কৰিবৰ বাবে কমতেশ্বৰে নাহৰ, তগৰ, সৰুধন, তিতা নামে চাৰিজন মানুহ পঠালে। বহুকাল চণ্ডীবৰে লেঙ্গামাগুৰীতে বাসবাস কৰি আছিল। এই লেঙ্গামাগুৰীতে চণ্ডীবৰৰ পুত্ৰ ৰাজধৰ জন্ম হয় আৰু ইয়াতেই ৰাজধৰৰ পুত্ৰ সূৰ্য্যবৰো জন্ম হয়।

লেঙ্গাখাগুৰীত কিছুকাল থকাৰ পাছত চণ্ডীবৰে শুনিবলৈ পালে যে তেওঁৰ পিতৃ লণ্ডাদেৱৰ অসুখ। চণ্ডীবৰে গ'গৰীয়ালৈ গৈ পিতৃৰ অৱস্থা দেখি শোক পালে কিন্তু কেইদিনমানৰ পাছতে লণ্ডাদেৱে ইহসংসাৰ এৰিলে।

## চণ্ডীবৰ কাৰাগাৰত, মুক্তি আৰু পুনৰ লেঙ্গামাগুৰীলৈ প্ৰত্যাবৰ্ত্তন ঃ-

চণ্ডীবৰে পিতৃশ্ৰাদ্ধ সমাপন কৰি উভটিবৰ সময়ত এটা ডাঙৰ বিপদৰ সন্মুখীন হ'ল। চণ্ডীবৰ গৌড়েশ্বৰৰ বৰপ্ৰিয়পাত্ৰ আছিল। কামৰূপলৈ যাওতে গৌড়েশ্বৰে বছৰত এবাৰ ৰজাক দেখা কৰিবলৈ চণ্ডীবৰক পৰামৰ্শ দিছিল। কিন্তু বহুদিনৰ মূৰত চণ্ডীবৰ গ'গৰীয়ালৈ আহিও ৰজাক দেখা নকৰাকৈ উভতি যোৱাত গৌড়েশ্বৰ কোপিত হ'ল। চণ্ডীবৰক লেঙ্গামাগুৰীৰ পৰা চল কৰি ধৰি আনিবৰ কাৰণে গৌড়েশ্বৰে দূতপঠালে। ৰজাৰ দূত আহি চণ্ডীবৰক কলেহি -"আপুনি আমাৰ ৰজাৰ মহামিত্ৰ, ৰজাই আপোনাৰ লগত বন্ধুত্ব স্থাপন কৰিবৰ বাবে আমাক নিবলৈ পঠাইছে।" চণ্ডীবৰে আনন্দ মনে আহি ৰাজ চ'ৰা পোৱাৰ লগে লগে বন্দী কৰি কাৰাগাৰত সুমুৱাই থলে। দহমাহ কাৰাগাৰত থকাৰ পাছত চন্দ্ৰকবি নামৰ এজন ব্ৰাহ্মণ পণ্ডিত শিষ্যসহ গৌড়েশ্বৰৰ ৰাজসভাত উপস্থিত হৈ কলে যে, "বহুত ৰাজ্যৰ পণ্ডিতক তেওঁ বাদ কৰি পৰাস্ত কৰিছে। এতিয়া এই দেশৰ পণ্ডিতসকলৰ লগত বাদ কৰিব খোজে।"

গৌড়েশ্বৰে নিজ দেশৰ ডাঙৰ পণ্ডিত সকলক মতাই আনি চন্দ্ৰকবিৰ লগত বাদ কৰিবলৈ দিলে। কিন্তু সকলো পণ্ডিত বাদত হাৰিল। ৰজাই বৰ লাজ পালে। এই কথা চণ্ডীবৰৰ কাণতো পৰিল তেওঁ প্ৰকাশ কৰিলে-"ৰজাই যদি হুকুম দিয়ে ময়ো অলপ বাদ কৰি চাবৰ ইচ্ছা আছিল।" চণ্ডীবৰৰ প্ৰকাশে চন্দ্ৰকবিৰ কৰ্ণ স্পৰ্শ কৰিলে। "মহাৰাজ! আপোনাৰ কাৰাগাৰত এজন পণ্ডিত আছে। তেওঁক মোৰ ওচৰলৈ আহিবলৈ দিয়ক।" গৌড়েশ্বৰে চণ্ডীবৰক কাৰাগাৰৰ পৰা আনি দাড়ি-চুলি কাটি, সুন্দৰ পোছাক পিন্ধাই, চন্দ্ৰকবিৰ ওচৰত উপস্থিত কৰালে। চণ্ডীবৰক বাদত বলে নোৱাৰি লাজ পাই সেই দেশ এৰি চন্দ্ৰ কবি গুচি গ'ল। গৌড়েশ্বৰে সন্তোষ পাই চণ্ডীবৰক মুক্তি দিলে আৰু বহুত ধন সোণ দি বিদায় দিলে। চণ্ডীবৰ আহি পুনৰ লেঙ্গামাগুৰীয়া পালেহি। চণ্ডীবৰৰ কণিষ্ঠ পুত্ৰৰ নাম নৰহৰি বা মিত্ৰদেৱ।

জেষ্ঠ পুত্ৰ ৰাজধৰৰ বহুকাললৈ সতি সন্ততি হোৱা নাছিল। চণ্ডীবৰে এটি পুত্ৰ-নাতি দেখিবলৈ কামনা কৰিছিল। পুত্ৰকামনাৰে ৰাজধৰে সূৰ্য্য পূজা কৰিছিল।

পূজাত সন্তোষ পাই ৰাজধৰক এটি পুত্ৰ পাবলৈ সূৰ্য্যই বৰ দিলে। কিছুকালৰ পাছত ৰাজধৰৰ ভাৰ্য্যা দেহুতিৰ গৰ্ভত এটি পুত্ৰ উপজিল। সূৰ্য্যৰ বৰত পুত্ৰ পোৱা বাবে সন্তানটিৰ নাম সূৰ্য্যবৰ ৰাখিলে।

## ভোটৰ লগত চণ্ডীবৰৰ ৰণ, জয়লাভ আৰু লেঙ্গামাগুৰী ত্যাগ, ভূঞাসকলৰ সৈতে টেম্বুৱানী গমনঃ-

কমতেশ্বৰ দুৰ্লভ নাৰায়নৰ ৰাজ্যত ভোটে বৰ অত্যাচাৰ কৰিছিল। ভোটৰ অত্যাচাৰত বাধা দিবৰ বাবে দুৰ্লভ নাৰায়ণে ভোটৰ লগত দুই এঠাইত ৰণ দিছিল যদিও কৃতকাৰ্য্য হব নোৱাৰিলে। ভোটে ৰাজ্যৰ বহুত ধন সোণ লুটি লৈ লেঙ্গামাগুৰীয়া পালেগৈ। চণ্ডীবৰে পথাৰত ধান দোৱাই আছিল আৰু ৰাজধৰে ডাঙৰি বান্ধি আছিল। সেই ডাঙৰি বন্ধাৰ পৰাই ভোটে ৰাজধৰক ধৰি নিলে। নিৰুপায় হৈ চণ্ডীবৰে পোন্ধৰ জন সাহসী লোক লগত লৈ হাতত ঢাল তৰোৱাল ধনু যাঠি লৈ প্ৰায় তিনিশ ভোটক বাটতে আগচি ৰণ দিলে। সকলোকে কাটি ৰণত জয়ী হৈ চণ্ডীবৰে বয়বস্তুসহ ৰাজধৰক মুকলি কৰি আনিলে। চণ্ডীবৰ দেৱী উপাসক আছিল। সেই বাবে তেওঁ "দেৱীদাস" নামেও জনাজাত। চণ্ডীবৰে (দেৱীদাসে) ভিতৰুৱাকৈ গম পালে যে ভোটে তেওঁৰ ওপৰত প্ৰতিশোধ লবলৈ ছেগ বিচাৰি আছে। এই ঠাইত থকা নিৰাপদ নহব বুলি ভাবি চণ্ডীবৰে ৰজা দুৰ্লভ নাৰায়ণৰ পৰা বিদায়লৈ তেওঁ ভূঞাবংশৰ সপৰিয়ালে লেঙ্গামাগুৰী এৰি গোপেশ্বৰ পালেগৈ। তাতকৈ ভাল ঠাই পায়নে কি বিচাৰি মানুহ পঠাই শস্যে মৎসে উপযোগী দ ঠাই খেতি কৰাৰো সুচল টেম্বুৱানী পালে। ভূঞাসকলৰ সৈতে চণ্ডীবৰ নাৱেৰে উজাই আহি টেম্বুৱানী ঠাই দেখি সন্তোষ মনে তাতে বসবাস কৰি থাকিল। সেই সময়ত সূৰ্য্যবৰৰ বয়স তিনি বছৰ দুমাহ মাত্ৰ।

চণ্ডীবৰ, ৰাজধৰে ভূঞা সকলক প্ৰবোধ দি টেম্বুৱানী জানৰ ইপাৰে সিপাৰে গাঁও নিৰ্ম্মান কৰিলে।

খেন বংশৰ ৰজা দুৰ্লভ নাৰায়ণে খুজি অনা চৌধ ঘৰ ব্ৰাহ্মণ কায়স্থৰ লোকেই বাৰভূঞা পৰিয়াল আৰু চণ্ডীবৰ আছিল শিৰোমণি ভূঞা। সাতঘৰ ব্ৰাহ্মণ সাতঘৰ কায়স্থৰ প্ৰধান বাৰজনক বাৰভূঞা বোলে। কিন্তু পণ্ডিত সকলে এই ক্ষেত্ৰত বাৰ শব্দটো দ্বাদশ অৰ্থ কৰা নাই বাৰৰ অৰ্থ বহুহে।

## ভূঞাবংশৰ বিৱৰণ, চণ্ডীবৰৰ পৰলোক, ভূঞাসকলৰ আদি বাসস্থানঃ-

ভূঞা সকল এক শ্ৰেণীৰ ভূ-স্বামী। ব্ৰাহ্মণ, মুছলমান আদি নানা জাতিৰ ভূঞা আছে। শঙ্কৰদেৱে দশমত ভূঞা শব্দৰ ঠাইত 'ভৌমিক' ব্যৱহাৰ কৰিছে।

'ভূঞা' শব্দটো সংস্কৃত ভূমি শব্দৰ পৰাই উদ্ভূত। 'ভূঞা' অৰ্থাৎ একোটা অঞ্চলৰ শাসনকৰ্ত্তা-ৰজা। বঙ্গদেশৰ পাল আৰু সেন ৰজাসকলৰ দিনত ভূঞাসকলেই দেশ শাসন কৰিছিল। বঙ্গৰ বাৰভূঁইয়া' বাৰজন ভৌমিক বা ৰজা উপাধিধাৰী জমিদাৰ। অসমলৈ অহা 'বাৰ ভূঞা' সকলৰো বাৰ শব্দই বহু অৰ্থহে কৰিছে কোনো নিৰ্দ্দিষ্ট সংখ্যা বুজুৱা নাই।

অস্ত্ৰজ্ঞ, শাস্ত্ৰজ্ঞ, শৌৰ্য্য-বীৰ্য্য, পাণ্ডিত্য শ্ৰেষ্ঠ, চতুৰ চণ্ডীবৰ ভূঞাই ভূঞাসকলৰ লগত আলচ কৰি টেম্বুৱানীজানৰ দুয়ো পাৰে আলি বন্ধাই পুখুৰী খন্দাই চকুত লগা গাঁও নগৰ নিৰ্ম্মাণ কৰি এই টেম্বুৱানীতে মহা আড়ম্বৰে জীৱন যাপন কৰে।

কোনো চৰিত পুথি আৰু পণ্ডিতৰ মতে ভূঞাসকল টেম্বুৱানীৰ পৰা আলিপুখুৰীলৈ যায়। তাত কিছুকাল থাকি শঙ্কৰ দেৱৰ বিশবছৰ বয়সত আলিপুখুৰীত কছাৰীৰ অত্যাচাৰত থাকিব নোৱাৰি পুনৰ টেম্বুৱানীত-বটদ্ৰৱা-বৰদোৱালৈ ঘূৰি অহাৰ কথা কৈছে আৰু আলিপুখুৰীত শঙ্কৰদেৱৰ জন্ম হৈছিল বুলি কৈছে। কিন্তু গুৰুজনাৰ নিজৰ লিখনিত ক'তো আলিপুখুৰী শব্দ উল্লেখ নাই আৰু তেৰাৰ নিজৰ বৰ্ণনাত ভূঞাসকলে দুডোখৰ ঠাইত বাসস্থান সলনি কৰা কথা পোৱা নেযায়।

কোনো কোনো চৰিত পুথি আৰু পণ্ডিতে গুৰুজনাৰ জন্মস্থান বৰদোৱা বুলি উল্লেখ কৰিছে। ভূঞাসকলে টেম্বুৱানীত আলি বন্ধাই পুখুৰী খন্দাই ধুনীয়া চহৰ পাতিছিল। প্ৰকৃততে সেই ঠাইকে আলিপুখুৰী বুলিছিল, পিছলৈ সেই ঠায়েই বটদ্ৰৱা বা বৰদোৱা নামে খ্যাত হ'ল। আদিতে টেম্বুৱানী আলিপুখুৰী ঠাই একেখনেই দুখন ঠাই নহয়। টেম্বুৱানীত বসবাস কৰা ভূঞাসকল ৰজা দুৰ্ল্লভ নাৰায়ণে অসমৰ বাহিৰৰ পৰা আনি বহুউৱা লোক আৰু এই সকলৰ বংশধৰ মহাপুৰুষ শঙ্কৰদেৱ। কিন্তু কোনোৱে বাহ্ৰু ভূঞাভিঠাত বাসকৰা ভূঞাসকলৰহে বংশধৰ বুলি কয়। এই কথাৰ কোনো যুক্তি নাই। লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে-"শ্ৰীশঙ্কৰদেৱ কমতাপুৰৰ ৰজাই পতা ভূঞাৰহে সন্ততি আছিল, বাহ্ৰুভূঞা ভিঠাত বাসকৰা বাৰভূঞাৰ সন্ততি নহয়।"

চৰিত পুথিত বাহ্রভূঞা ভিঠাৰ কথা উল্লেখ আছে। বাহ্রভূঞা ভিঠা বুলিলে বৰদোৱাৰ উত্তৰ-পূৱত থকা ৰামপুৰ অঞ্চলৰ পূবে কলিয়াবৰলৈকে বুজায়। ইয়াত বাসকৰা ভূঞাসকল অসমৰ পূবৰ পৰা ভটীয়াই অহা লোক। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ তাহানিৰ চুতীয়া ৰাজ্যৰ দেশত ৰাজত্ব কৰা ভূঞাসকলৰ বংশধৰে আৰিমত্ত ৰজাৰ মন্ত্ৰী সমুদ্ৰৰ পৰাহে এই বাৰভূঞাৰ উদ্ভৱ হৈছিল। সমুদ্ৰৰ (পিচত ৰজা) নাতিনী জীয়ৰীৰ পুত্ৰ শান্তনু আৰু সুমন্তৰ সূৰ্য্যৰ বৰত বাৰজনকৈ পুত্ৰ হৈ ৰাজত্ব কৰিছিল। পিছত শান্তনুৰ পুত্ৰ সকলে বৰ বাৰভূঞা আৰু সুমন্তৰ পুত্ৰসকলে সৰু বাৰ ভূঞা নামে খ্যাত হয়। শান্তনুৰ পুত্ৰ সকলে (বৰ বাৰ ভূঞা) লক্ষীমপুৰত আৰু সুমন্তৰ পুত্ৰ সকলে (সৰু বাৰভূঞা) বৰ্ত্তমান নগাঁও জিলাৰ ৰামপুৰত বেলেগ ভাবে ৰাজত্ব কৰে। ৰামপুৰত বাসকৰা ভূঞাসকল সৰু বাৰভূঞা নামে খ্যাত।

## টেম্বুৱানীত ভূঞাসকল ঃ-

অসমৰ বাহিৰৰ পৰা অহা ভূঞাসকলে শস্যে, মৎস্যে অনুপাম টেম্বুৱানীত (আলিপুখুৰী) আদৰ্শ গাঁও স্থাপন কৰি ধনে ধানে আঢ্যৱন্ত হৈ ভূঞা সকলে সুখে সন্তোষে জীৱন নিৰ্ব্বাহ কৰি আছিল। কিছুকালৰ পাছত ইয়াতে চণ্ডীবৰো পৰলোক হয়। ৰাজধৰে পিতৃ চণ্ডীবৰ আৰু পিতামহ লণ্ডাদেৱৰ হৈ জ্ঞাতি কুটুম্ব সকলক পহু, মাছ, কাছ আনি ব্ৰহ্ম ভোজ দিলে। চণ্ডীবৰৰ মৃত্যুৰ পাছত ৰাজধৰ শিৰোমণি ভূঞা হয়। কিছুকালৰ পাছত ৰাজধৰৰ ভাৰ্য্যা দেৱহুতীৰ গৰ্ভত লহায়ুধ আৰু দুটি জমজ পুত্ৰ সন্তান জয়ন্ত আৰু মাধৱৰ জন্ম হয়। ৰাজধৰৰ ভাতৃ নৰহৰি বা মিত্ৰদেৱ অপুত্ৰক। ৰাজধৰৰ যমজ সন্তান দুজনৰ জেষ্ঠ জয়ন্ত আৰু কণিষ্ঠ মাধৱ। উপযুক্ত বয়সত ৰাজধৰে চাৰিও পুত্ৰলৈ বিয়া কৰালে। সূৰ্য্যবৰলৈ, ৰামগিৰী চৌধুৰীৰ ভাৰ্য্যা ৰোহিনীৰ গৰ্ভজাত ৰূপৱতী গুণৱতী কন্যা খেৰসুতীক বিয়া কৰালে। প্ৰসৱকালত ৰোহিনী খেৰপাৰি শুই আছিল। তাতে কন্যাটিৰ জন্ম হোৱা বাবে কন্যাৰ নাম খেৰসূতী ৰাখিলে। হলায়ুধলৈ সুভদ্ৰাক, জয়ন্তলৈ গুটিমালীক আৰু মাধৱলৈ সুভাগীক বিয়া কৰালে।

ৰাজধৰৰ চাৰিও পুত্ৰৰ বহুত দিনলৈকে সতি সন্তান নোহোৱাত ৰাজধৰে দুখ মনেৰে সূৰ্য্যবৰক কলে-

ৰাজধৰে বোলে বাপু শুণা সূৰ্য্যবৰ
সন্ততি নভৈল দেখো তোমাৰ বংশৰ।

চাৰিও ভাতৃৰ মাজে পুত্ৰ কাৰো নাই - - - - ।

ভূঞা সকলৰ প্ৰত্যেক জনেই প্ৰথম অৱস্থাত পুত্ৰ কন্যাহীন আছিল বুলি চৰিত পুথি সমূহে কয়। পিছত বৰ মাগিহে সন্তানৰ মুখ দেখিছিল আৰু যাৰ পৰা বৰ পাইছিল সেই অনুসৰি পুত্ৰৰ নাম ৰাখিছিল।

সূৰ্য্যবৰে ইন্দ্ৰ, সূৰ্য, চন্দ্ৰ, বায়ু বৰুণ কুবেৰ আদি দশদিগ পালক পূজা কৰিলে। তুষ্ট হৈ দেৱতা সকলে সূৰ্য্যবৰক বৰদিলে, আৰু মূৰত পুষ্পবৃষ্টি কৰিলে। সূৰ্য্যবৰৰ বীৰ্য্যে খেৰসূতীৰ গৰ্ভত আহিন মাহৰ শুক্লা দশমীত শুক্ৰবাৰে এটি পুত্ৰ জন্ম হল। দেৱতাসকলে সূৰ্য্যবৰৰ মূৰত কুসুম বৃষ্টি কৰিছিল কাৰণে দৈবজ্ঞ ব্ৰাহ্মণে গণি পঢ়ি চাই পুত্ৰটিৰ নাম কুসুম্বৰ ৰাখিলে। এই কুসুম্বৰেই শ্ৰীমন্ত শঙ্কৰদেৱৰ পিতৃ। সূৰ্য্যবৰৰ ভাৰ্য্যা খেৰসুতীৰ গৰ্ভত এটি কন্যাও উপজিছিল। নাম অৰুণী। অৰুণীক বুঢ়াখাঁলৈ বিয়া দিলে। বুঢ়াখাঁৰ পুত্ৰ কেটাখাঁ। বুঢ়াখাঁ শঙ্কৰদেৱৰ পেহাক আৰু কেটাখাঁ শঙ্কৰৰ পেহী পুত্ৰ ভাই। হলায়ুধ অপুত্ৰক আছিল। তেওঁ কম বয়সতে মৃত্যু হল। শঙ্কৰদেৱৰ দ্বিতীয় বিবাহৰ সময়লৈকে হলায়ুধ জীৱিত আছিল বুলি পণ্ডিত সকলে কয়। জয়ন্তৰ পুত্ৰ সতানন্দ, মাধৱৰ পুত্ৰ ৰতি কান্তগিৰী। ৰতি কান্তগিৰীৰ পুত্ৰ হাথিয়া দলৈ। কোনো পণ্ডিতৰ মতে হাথিয়া দলৈৰ পুত্ৰহে ৰতিকান্ত গিৰী বুলি কয়।

## কুসুম্বৰ শিৰোমণি ভূঞাৰ বিবাহ ঃ-

যোগ্য কালত সূৰ্য্যবৰে পুত্ৰ কুসুম্বৰৰ বিবাহ আয়োজন কৰিলে। সেই ঠাইতে শ্ৰীহৰি ভূঞা নামৰ এজন জ্ঞানী লোক আছিল। তেওঁৰ ভাৰ্য্যা মালাকান্তিৰ গৰ্ভত পুত্ৰ হৃদয়ানন্দৰ জন্ম হয়। হৃদয়ানন্দৰ পুত্ৰ ৰামৰিপু; ৰামৰিপুৰ পুত্ৰ-অনিৰুদ্ধ। অনিৰুদ্ধৰ ভাৰ্য্যা শৈব্যা সতীৰ গৰ্ভত কন্যা সত্যসন্ধা জন্ম হয়। অনিৰুদ্ধই নিজ কন্যা ৰূপৱতী গুণৱতী সত্যসন্ধাক কুসুম্বৰলৈ বিয়া দিবলৈ ইচ্ছাকৰি টেম্বুৱানী (আলিপুখুৰী)লৈ গৈ সূৰ্য্যবৰক অনুৰোধ কৰিলে। সূৰ্য্যবৰৰ সন্মতিক্ৰমে কুসুম্বৰ সত্যসন্ধাৰ বিবাহ উলহ মালহেৰে সম্পন্ন হল।

আই সত্যসন্ধাই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ মাতৃ। বহুদিন কোনো সতি সন্ততি নোহোৱাত সূৰ্য্যবৰে মনত দুখ পাই আকৌ শ্ৰীপতি ভূঞাৰ কন্যা অনুধৃতিক কুসুম্বৰলৈ বিয়া কৰালে। তাৰ পাছতো কিছুকাল কোনো সতি সন্তান নাই। নাতি মুখ নেদেখি সূৰ্য্যবৰৰ মনত বৰ দুখ।

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱ ঃ-

এদিন সূৰ্য্যবৰে পুত্ৰ কুসুমক কলে "তই শিঙ্গৰীত গৈ শিৱক পূজা কৰ- পুত্ৰ লাভ কৰিব পাৰিবি।" কুসুম্বৰে পিতৃ আজ্ঞা শিৰোধাৰ্য্য কৰি অনেক সম্ভাৰ গোটাই শিৱক বিষ্ণু বুদ্ধিৰে পূজা কৰিলে।

ৰামানন্দ দ্বিজৰ চৰিতত উল্লেখ কৰিছে -

নামো বাসুদেৱ চৰণে তোমাৰ
মনক পূৰা আমাৰ।
মৎস্য কুৰ্ম্মৰূপ ধৰিয়া আছাহা
তুমি বিষ্ণু অৱতাৰ।।
গঙ্গা যে যমুনা কাষতে উত্তৰ
সমীপতে মহাদেৱ।
দিয়ো পুত্ৰদান নমাগোহো আন
চৰণত কাৰো সেৱ।।
একেবিষ্ণু আসি তিনিমূৰ্ত্তি ভৈলা
হিতক চিন্তিলোকৰ।
উৰিষ্যা নগৰী জগন্নথ ৰূপ
শিঙ্গৰীত গোপেশ্বৰ।।

শিৱ শব্দে কেশ কৃষ্ণকো বুজাই।

"কেশৱ শিৱ শিৱ ঘোষিও সদায়
ৰাম নাম বিনে বান্ধৱ নাই।"

(কীৰ্ত্তন-প্ৰহ্লাদ চৰিত্ৰ)

ডঃ বানীকান্ত কাকতিয়েও তেখেতৰ "পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা" নামৰ গ্ৰন্থত শিৱ বা বিষ্ণু একাৰ্থ ভাৱত প্ৰমাণ সহকাৰে উল্লেখ কৰিছে।

কুসুম্বৰক সপোনত শিৱই নিজ ৰূপ ধাৰণ কৰি পুত্ৰ হবলৈ বৰ দি অন্তৰ্ধ্যান হ'ল। এদিন ৰাত্তি আই সত্যসন্ধাই সূতিকা গৃহত সপোন দেখিলে- মাথে জটা, শিৰে অৰ্দ্ধচন্দ্ৰ, গলত মনুষ্যৰ মুণ্ডমালা, কটিত বাঘৰ ছাল, কপালত ত্ৰিশূল, গাত ভষ্মধূলা,

ৰূপেৰে শিৱই একো নোকোৱাকৈ থিয় হৈ আছে।

আৰু দেখিলে-চাৰি হাতত শঙ্খ চক্ৰ, গদা, পদ্ম; মূৰত কিৰীটি মৈৰা পাখী, কণ্ঠত কৌস্তুভ মণি, গলত বনমালা, শ্যাম কলেৱৰত পীত বস্ত্ৰে সুশোভীত, নাসা তিলফুল, কৰ্ণত কুণ্ডল, বক্ষত শ্ৰীবৎস্যপান্তি ৰূপে যেন সূতিকা গৃহত কৌটি সূৰ্য্য উদয় হৈছে।

সেই ৰূপৰ আগত মহাদেৱৰ ৰূপ ক্ষুদ্ৰ দেখা গৈছে আৰু মহাদেৱৰ ৰূপটো ম্লান হৈছে। আজানুলম্বিত বাহু, নখ কান্তি অৰুণ, চক্ৰাকাৰ কেশ, আঙুলি চম্পা কলি, ভগৱানৰ এই ৰূপটো সতীয়ে সপোনত কিছুপৰ চাই আছিল। পিছত শিৱই সেই মনোহৰ ৰূপ ধৰি নি সতীৰ শিৰ ভাগে বহুৱাই দিলে। সতীৰ শিৰ ভাগে বহি, গৰ্ভত প্ৰবেশ কৰিলে কিন্তু সতীয়ে সেই কথা নেজানিলে।

মহাভয় পাই সতীৰ নিদ্ৰা ভঙ্গ হল আৰু উঠি বহিল। লগে লগেই সতীয়ে স্বামীক সকলো কাহিনী ক'লে। দুয়ো বহি হৰি আৰাধনা কৰি থাকোতে ৰাতিপুৱাল।

কেইদিনমানৰ পাছত সত্যসন্ধা আই ঋতুমতী হ'ল। মাঘমাহৰ দহ তাৰিখ গুৰুবাৰে দ্বিতীয়া তিথিৰ ৰাতি কুসুম্বৰৰ বীৰ্য্যে সত্যসন্ধা আইৰ গৰ্ভত গুৰুজনা গৰ্ভস্থিত হ'ল। ১৪৪৯ খৃষ্টাব্দৰ (১৩৭১শক) আহিন মাহৰ পাঁচ তাৰিখ শুক্লা দশমী তিথি শুক্ৰবাৰে চাৰি দণ্ড ৰাতি যোৱাৰ পাছত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম হয়। চান্দৰী, মাধৱী দুজনী ধায়ে শঙ্কৰক ধুৱাই পখলাই কোলাত ললে। জন্মৰ সময়ত অকস্মাৎ বাদ্য ভণ্ডেৰে মেদিনী তলবল হ'ল। বাদ্যশুনি নাৰীসকলে উৰুলী দিলে, বাৰ ভূঞাসকল ৰাতিয়েই দৌৰা দৌৰি কৰি গোটখালে। দশদিগপালে বিমানত বহি পুষ্প বৃষ্টি কৰিলে। কুসুম্বৰৰ পুত্ৰ মুখ চাই ভূঞাসকল আনন্দ মনেৰে সকলো ঘৰা ঘৰি গ'ল। গুৰুজনাৰ জন্ম সময়ৰ শুভ লক্ষণ সমূহ দৈত্যাৰি ঠাকুৰ আৰু ৰামানন্দ দ্বিজই একে ধৰণেৰেই বৰ্ণনা কৰিছে। ৰামানন্দ দ্বিজে লিখিছে -

এক দণ্ড মানে জন্ম সময়ত
প্ৰকাশিলা পুৰী খান।
অন্ধকাৰ নিশা জ্যোতিময় দেখি
সবাৰো বিশ্ময় মন।।
পৰম শোভন সুগন্ধ বাতাস
কতোক্ষণে বহিলেক।
ঘ্ৰাণ পায়া অতি সমস্তে লোকৰ
প্ৰসন্ন মন ভৈলেক।।

ঘোৰা চিঁহৰিলা বাজানা বাজিল
যতেক বাদ্য সকল।
পুত্ৰ উতপতি শুনি কুসুমৰ
ভৈলা অতি কৌতুহল।।

কথাগুৰু চৰিতত বৰ্ণনা কৰিছে - জলজন্তু, থলজন্তু, বনচৰ, হয়-হস্তী, কাঁহ, ভে ৰু ডবা, কালি, শঙ্খ পৰ্য্যন্ত বাজি উঠিল।

কুসুম্বৰে ভূঞাসকলৰ গণক সণ্ঢৰা দলৈক মাতি আনি শাস্ত্ৰ বিধি চাই গণনা কৰিবলৈ কলে। গণনা কৰি সণ্ঢৰা দলৈয়ে কুসুমক কলে - "তোমাৰ পুত্ৰ গুণে নাৰায়ণ সম, গম্ভীৰে সাগৰ, প্ৰতাপে আদিত্য, মহা মহা পণ্ডিতো এওঁৰ লগত বাদ কৰি হাৰ মানিব, দেৱ দেৱীৰ পূজা সেৱা ৰহিত কৰিব। এওঁ পৰম পুৰুষ, এওঁৰ যশে জগত ব্যাপিব।" শঙ্কৰে জন্ম লওতে তিনডাল নাৰীয়ে মেৰাই আহিছিল। এই তিনি নাৰীৰ অৰ্থ দলৈয়ে কলে প্ৰথম নাৰীয়ে গুৰু, দ্বিতীয় নাৰীয়ে দেৱ আৰু তৃতীয় নাৰীয়ে নাম ভকতৰ অৰ্থ কৰিছে। সণ্ঢৰা দলৈক কুসুম্বৰে ধন-বিত ধেনু বস্ত্ৰ দি বিদায় দিলে।

## শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মস্থান ও বটদ্ৰৱা টেম্বুৱানী নামৰ কিংবদন্তি ঃ-

গুৰুজনাৰ জন্মস্থান বৰদোৱা, আলিপুখুৰী ঠাইৰ মাজত পণ্ডিত সকলৰ মতভেদ আছে বুলি আগত প্ৰকাশ কৰা হৈছে। প্ৰকৃততে টেম্বুৱানী জান বৈ যোৱা গোটেই বৃহৎ অঞ্চলটোকে টেম্বুৱানী বুলিছিল। এই টেম্বুৱানীৰ সকলো ঠাই একেধৰণৰ নহয়। কোনো ঠাই শস্যে মৎস্যে সুচল। বাৰভূঞা চণ্ডীবৰে এনে এডোখৰ সুচল ঠাইকে বাছিলৈ তাতে বসবাস কৰি আলি পুখুৰী খন্দাই ধুনীয়া চহৰ পাতি সুখে সন্তোষে বাস কৰিছিল। আলিয়ে পুখুৰীয়ে চহৰ নিৰ্ম্মাণ কৰাৰ কাৰণে সেই টেম্বুৱানীকে আলিপুখুৰী বুলিছিল, টেম্বুৱানী আলিপুখুৰী একে ডোখৰ ঠাই সেই ঠায়েই পিছলৈ বটদ্ৰৱা বা বৰদোৱা নামে জনাজাত হয় বুলি আগতো উল্লেখ কৰা হৈছে।

বিশেষকৈ গুৰুজনাৰ আত্ম পৰিচয়ত জন্ম স্থান টেম্বুৱানী টেমুনিযা, বটদ্ৰৱা, বৰদোৱা নামৰ হে উল্লেখ আছে। তাত ক'তো আলিপুখুৰী স্থানৰ কথা উল্লেখ নাই। গতিকে নিঃসন্দেহে কব পাৰি গুৰুজনাৰ জন্ম স্থান বৰদোৱা হে, আলিপুখুৰী নহয়। দশম স্কন্ধ ভাগৱতত আত্ম পৰিচয়ত তেৰাই লিখিছে -

বৰদোৱা নামে গ্ৰাম শস্যে মৎস্যে অনুপাম
লোহিতৰ অতি অনকূল।
সেহি মহা গ্ৰামেশ্বৰ আছিলন্ত ৰাজধৰ
কায়স্থ কুলৰ পদ্মফুল।।
তানপুত্ৰ সূৰ্য্যবৰ মহাবৰা দেশধৰ
দানী মানী পৰম বিশিষ্ট।
যাৰ যশ এভো জ্বলৈ জয়ন্ত মাধৱ দলৈ
দুই ভাই যাহাৰ কনিষ্ঠ।।
তানেপুত্ৰ কুলোদ্ধাৰ ভৌমিক মধ্যত সাৰ
প্ৰসিদ্ধ কুসুম নাম যাৰ।
তানে পুত্ৰ শিশুমতি কৃষ্ণপাৱে কৰি নতি
বিৰচিলা শঙ্কৰে পয়াৰ।।

অষ্টম আৰু একাদশ স্কন্ধ ভাগৱততো গুৰুজনাই জন্মস্থান সম্পৰ্কে একে কথাকে দোহাৰিছে। গুৰুজনাই ৰুক্মিনীহৰণ কাব্যত চণ্ডীবৰৰ পৰিচয় দি লিখিছে-

টেম্বুৱনী বন্ধে বসাইলা প্ৰৱন্ধে
বট্ৰদবা নামে গ্ৰাম
দুৰ্ল্লভ নাৰায়ণে যাক বহুমানে
দিলা দেৱীদাস নাম

ধুৱাহাটা ত্যাগ কৰি নাৱেৰে লুইতেৰে ভটীয়াই যাওতে গুৰুৱে মাধৱক শিঙ্গৰী ঘাটৰ পৰা বৰদোৱাহে দেখুৱাইছিল।

'মাধৱত পূৰ্ব্বকথা কহিল শঙ্কৰ।
পূৰ্ব্বে জন্ম ভিঠা আছে জানা আমাসাৰ।।
উত্তৰে শিঙ্গৰী দক্ষিণে বৰদোৱা।
সেহিস্থানে আছিলন্ত জনাবাৰ ভূঞা।।
গঙ্গা শান্তিধৰ আছে আনোচিহ্ন যত।
শুনিয়া মাধৱে কথা পুছে শঙ্কৰত।।
উঠিয়োক বাপ তেবে সেহি চিহ্ন চাও।
শঙ্কৰে বোলন্ত আৰ সিঠাইক নাযাও।।

দৈতাৰি ঠাকুৰৰ গুৰু চৰিতত লিখিছে ঃ-

চণ্ডীবৰে ৰাজসেৱা বিস্তৰ কৰিল।
দুৰ্ল্লভ নাৰায়ণে দেৱীদাস নাম দিল।।
দেৱীদাসে বসাইলন্ত টেম্বৱাণী বান্ধে।
বৰদোৱা নামে গ্ৰাম পৰম প্ৰবন্ধে।।

এখন চৰিত পুথিত প্ৰকাশ পাইছে (বটদ্ৰবা কিংবদন্তি নামৰ লগত মিলা) ঃ-

শঙ্কৰ স্বৰূপে আসি আদি নিৰঞ্জন।
মাধৱ স্বৰূপে হলিৰাম উৎপন্ন।।
প্ৰদুম্ন পুৰুষোত্তম নামে ভৈলা জাত।
অনিৰুদ্ধ চতুৰ্ভুজ ভৈলন্ত সাক্ষাত।।
জয়তি শ্ৰীবৎস বটদ্ৰবা নাম যাৰ।
শঙ্কৰ স্বৰূপে হৰি তাতে অৱতাৰ।।
পঙ্কজ বিলাস নামে আসি ভৈলা থান।
শ্ৰীমন্ত শঙ্কৰে তাক কৰিলা নিৰ্ম্মাণ।।
কুণ্ডিলক যাইতে বেদ নিধিৰ সহিতে।
খনিতেক জুৰাৱন্ত গোবিন্দে তহিতে।।
সেহি মহা থানে পাছে শ্ৰীমন্ত শঙ্কৰ।
অৱতৰী কৰিলন্ত কাৰ্য্য নিৰন্তৰ।।

ৰামচৰণ ঠাকুৰে গুৰুচৰিতত গুৰুজনাৰ জন্মস্থান আলি পুখুৰী বুলি লিখিছে যদিও পাছত জন্মস্থান বটদ্ৰবা বা বৰদোৱা বুলি প্ৰকাশ কৰিছে।

বংশী গোপাল দেৱে গুৰুজনাৰ মহাত্ম্য বৰ্ণনাত লিখিছে ঃ-

সপ্ত বৈকুণ্ঠৰ শক্তি বৰদোৱা থান।
তথাতে ৰহিলা সবে কৰিয়া কীৰ্ত্তন।।
যৈত আসি গুৰুজনে ভৈলা অৱতাৰ।
অন্য ভূমি কোন সম হৈবে বৰদোৱাৰ।।

পুৰুষোত্তম ঠাকুৰে লিখিছে ঃ-

জয় জয় বটদ্ৰবা বৈকুণ্ঠ দুতয়।
সেহি স্থানে নিজ গুৰু ভৈলন্ত উদয়।।
সেহি স্থানে নিজগুৰু পাতিলন্ত হাট।
ৰাম নাম মহাৰত্ন বেসাইলন্ত তাত।।
মধ্যে পদশিলা দক্ষিণত নামঘৰ।
মণিকুট গৃহ বান্ধি ৰহিলা শঙ্কৰ।।

পাটবাউসীত কণ্ঠভূষণ দ্বিজই শঙ্কৰক বাদত বলে নোৱাৰি কাশীধামৰ ব্ৰহ্মানন্দ গুৰুৰ ওচৰত শাস্ত্ৰ শিকি আহি শঙ্কৰক পৰাস্ত কৰা অভিপ্ৰায়ে ব্ৰহ্মানন্দৰ আগত শঙ্কৰৰ পৰিচয় দিওতে কণ্ঠভূষণে কৈছিল -

বটদ্ৰবা নাম গ্ৰামে জনম তাহাৰ।
এক শৰণ ধৰ্ম তেহে কৰিছে প্ৰচাৰ।।

**ৰাম চৰণ ঠাকুৰৰ গুৰু চৰিতত লিখিছে ঃ-**

মহাসুখে ৰইল আসি টেম্বুৱানী পায়।
ইপাৰে সিপাৰে গ্ৰাম নিৰ্ম্মলা প্ৰবন্ধে।
বঞ্চিলন্ত তৈতে তেবে পৰম আনন্দে।।

## শঙ্কৰদেৱৰ জন্মস্থান সম্পৰ্কে ঃ-

কাশীবাৰাণসীত থাক ব্ৰহ্মানন্দ সন্ন্যাসীয়ে গুৰুজনা জন্মৰ বহু পূৰ্বতে তেওঁৰ গুৰু বিষ্ণুপুৰী সন্ন্যাসীৰ পৰা সংবাদ পাইছিল যে তেতিয়াৰ অসমত একেশ্বৰবাদী এজন মহাপুৰুষৰ আবিৰ্ভাৱ হব। বিষ্ণুপুৰীয়ে দেহত্যাগ কৰাৰ পূৰ্বেই ভাগৱতৰ সাৰ "ৰত্নাৱলী" সংস্কৃত গ্ৰন্থখনি ৰচনা কৰি তেওঁৰ শিষ্য ব্ৰহ্মানন্দক হস্তান্তৰ কৰি নিৰ্দ্দেশ দিছিল যে, "ব" কাৰ আদি নামৰ স্থানত 'শ' কাৰ আদি নামৰ নামিক মহাপুৰুষজন যেতিয়া আবিৰ্ভাৱ হব তেওঁৰ হাতত 'ৰত্নাৱলী' গ্ৰন্থ খনি অৰ্পণ কৰিব লাগে।"

তান্ত্ৰিক ব্ৰাহ্মণ কণ্ঠভূষণে তৰ্কত শঙ্কৰ দেৱৰ ওচৰত পৰাস্ত হৈ শঙ্কৰদেৱক পৰাস্ত কৰাৰ অভিপ্ৰায়ে ব্ৰহ্মানন্দ সন্ন্যাসীৰ আশ্ৰমত থাকি শাস্ত্ৰবিদ্যা শিকিছিল।

অধ্যয়নত থকা সময়ত কথা প্ৰসঙ্গত ভাগৱত ব্যাখ্যাৰ ক্ষেত্ৰত ব্ৰহ্মানন্দই কণ্ঠভূষণৰ মুখে একেশ্বৰবাদী শঙ্কৰদেৱৰ সংবাদ পায়। তেতিয়া উক্ত 'ৰত্নাৱলী' গ্ৰন্থখন সেই বৰদোৱাত ( 'ব' কাৰ আদি নাম) জন্মগ্ৰহণ কৰা শঙ্কৰদেৱৰ ('শ' কাৰ আদি নাম) ওচৰলৈ কণ্ঠভূষণৰ হাতত পঠাই দি কৈছিল - যে "তেওঁ (কণ্ঠভূষণে) শঙ্কৰদেৱৰ ওচৰত ক্ষমা খুজি তেওঁতে শৰণ লব লাগে আৰু 'ৰত্নাৱলী' গ্ৰন্থখন শঙ্কৰদেৱৰ হাতত অৰ্পণ কৰিব লাগে।"

ৰাম নৌ জন্ম হোৱাৰ পূৰ্ব্বে ৰামায়ন সৃষ্টি হোৱাৰ দৰে শঙ্কৰদেৱৰ জন্ম হোৱাৰ বহু পূৰ্বে বৰদোৱাত শঙ্কৰদেৱ নামৰ এজন অৱতাৰী পুৰুষ যে আবিৰ্ভাৱ হ'ব তাক বিষ্ণুপুৰীয়ে তেওঁৰ শিষ্য ব্ৰহ্মানন্দৰ আগত ভবিষ্যৎ বাণী কৰি গৈছিল।

("কমতাপুৰত মহাপুৰুষ শঙ্কৰদেৱ" গ্ৰন্থৰ পৰা উদ্ধৃতি পৃঃ ১৮ শ্ৰীঅম্বিকা চৰণ চৌধুৰী)

গুৰুজনাৰ জন্মস্থান যে বৰদোৱা এই কথা গুৰুজনাই ৰুক্মিণী হৰণ কাব্য, হৰিচন্দ্ৰ উপাখ্যান, উত্তৰাকাণ্ড ৰামায়ণ, অজামিল উপাখ্যান, অমৃত মন্থন আৰু বলিচলনতো উল্লেখ কৰিছে।

বটদ্ৰবা নামটো কোনো কোনোৰ মতে কিংবদন্তি যদিও ওপৰত উল্লেখ কৰা সাধু সন্তৰ লিখনিৰ লগতো মিল পোৱা যায়। কিংবদন্তি অনুসৰি বৰাহ বিষ্ণুৱে হিৰণ্যক্ষক বধ কৰি ৰসাতলৰ পৰা দাঁতৰ আগেৰে পৃথিবী উদ্ধাৰ কৰি আহি এই ঠাইতে জিৰণি লৈছিল। তাতে থকা এডোখৰ দ ঠাইত বৰাহ ৰূপী বিষ্ণুৱে লেটি লওঁতে এডাল নোম সৰি পৰিছিল। কালক্ৰমত তাত এজোপা বট বৃক্ষৰ উৎপত্তি হ'ল। শ্ৰীকৃষ্ণই কুণ্ডিলৰ পৰা ৰুক্মিণীক লৈ উভটি আহি সেই ঠাইতে জিৰণি লওতে শাৰঙ্গ ধনুখন বট বৃক্ষত আঁওজাই থৈছিল। হঠাৎ ধনুখন বাগৰি পৰি ধনু আকৃতিৰ এটা চিন ৰ'ল। মধ্যৰাতি গুৰুজনাই আকাশী গঙ্গা নমাওতে সেই ঠাইতে পবিত্ৰ গঙ্গাৰ জল ধাৰাসাৰে পৰি বটবৃক্ষ দবি গৈ পোট গল। বটবৃক্ষ দবি যোৱা বাবে বটদ্ৰবা নাম হ'ল আৰু কৃষ্ণৰ শাৰঙ্গ ধনুৰ আকৃতিৰে আকাশী গঙ্গাৰ উৎপত্তি হল।

আন এটি কিংবদন্তি অনুসৰি কুণ্ডিল গমনৰ পথত বেদনিধি ব্ৰাহ্মণ ৰথৰ গতিবেগত উশাহ নিশাহ নিৰুধ হৈ মূৰ অচগুাই কৰি ঢলি পৰোতে সেই ঠাইতে কৃষ্ণই ৰথ ৰাখি কাষতে থকা জানৰ পানী আনি মূৰত দিয়াতহে বামুনৰ চেতন আহিল। চেতন পাই বামুনে জোলোঙাৰ পৰা তামোল উলিয়াই খাবলৈ ধৰোতেই টেমিটো বাগৰি জানত পৰিল। কৃষ্ণই টেমিটো বিচাৰি জানৰ পৰা তুলি আনি বামুনক দিয়াত তামোল খাই উলহ মালহেৰে কুণ্ডিল নগৰলৈ যাবলৈ সাজু হ'ল। সেই বাবেই এই জানটোৰ নাম টেমিনিয়া, টেমুনিয়া, কালক্ৰমত টেম্বুৱানী হ'ল।



# দ্বিতীয় অধ্যায়

## (বৰদোৱা খণ্ড)

## মহাপুৰুষ শঙ্কৰদেৱৰ বাল্য লীলা ঃ-

পাচতি উৎসৱ আৰু ৰাশি যোগ গণনা ঃ শঙ্কৰদেৱৰ জন্মৰ পাঁচদিনৰ দিনা কুসুম্বৰে পচতি উৎসৱ পাতিছিল। নিমন্ত্ৰণ পাই গণক সণ্ঢৰা দলৈয়ো উৎসৱলৈ আহিছিল। সেই উৎসৱত ব্ৰাহ্মণ সকল, বাৰভূঞা সকল, নাৰীসকল আৰু অন্যান্য জ্ঞাতি বন্ধু সকল আহি উপস্থিত হল। উলহে মালহে নাৰী সকলে কলহে কলহে পানী আনি শিশু শঙ্কৰক বেই তলত বহুৱাই, তেল হৰিদ্ৰাৰে নোওৱা কাম আৰম্ভ কৰিলে। প্ৰথমে নাৰী সকলে নোৱাব ধৰিলে। নাৰীসকলে উৰুলী দিয়াৰ লগে লগে বাদ্য ভণ্ডেৰে আকাশ মুখৰিত হ'ল, আনন্দতে নাৰী সকলে গীত নৃত্যও কৰিলে। এনে আনন্দ পূৰ্ণ উৎসৱত শঙ্কৰৰ সন্মুখতে বহি থকা আই সত্যসন্ধাই নোওৱাৰ পাছত নোৱনী কাৰ্য্য শেষ হয় আৰু শঙ্কৰক কোচত আনি চোতালত বহুৱালে। সকলোৱে ফুল দুৰ্ব্বাক্ষত দলিয়াই 'জয় শঙ্কৰ' বুলি দীৰ্ঘ জীৱন কামনা কৰিলে। কুসুম্বৰে সকলোকে অপ্যায়িত কৰি ব্ৰাহ্মণ, জ্ঞানী, বৃদ্ধ সকলক ধন বস্ত্ৰ দান কৰি বিদায় দিলে। ধাই চান্দৰী মাধৱীয়ে শঙ্কৰক কোচত ললে পচতি উৎসৱৰ সামৰণি পৰিল।

উৎসৱৰ শেষত সণ্ঢৰা দলৈয়ে ৰাশি চক্ৰ গণনা কৰি কুসুমক কলে "কুসুম! তুমি পূৰ্ব্বজন্মত নন্দ আৰু তোমাৰ ভাৰ্য্যা যশোদা আছিল। দ্বাপৰৰ সেই যদুপতি কৃষ্ণই তোমাৰ পুত্ৰ ৰূপে জন্ম লৈছে। এওঁ তপ, জপ, যাগ, যজ্ঞ, দেৱ দেৱীৰ সেৱা পূজা নিৰৰ্থক কৰি একশৰণ হৰি নাম ধৰ্ম মূল মন্ত্ৰৰে কলিৰ লোকক উদ্ধাৰ কৰিব। এওঁৰ নাম "গঙ্গাধৰ" কিন্তু শঙ্কৰ নামে প্ৰসিদ্ধ হব।"

কুসুম্বৰে শিৱৰ বৰত পুত্ৰ পোৱা বাবে লৰাৰ নাম গঙ্গাধৰৰ উপৰিও "শঙ্কৰ বৰ" ৰাখিলে।

মাধৱ পুৰুষে গুৰু ভটিমাত লিখিছে -

ত্ৰিভূবন বন্দন দৈৱকী নন্দন<br>
যোহৰি মাৰল কংস।<br>
জগজন তাৰণ দেৱ নাৰায়ণ<br>
শঙ্কৰ তাকেৰি অংশ।।

মাধৱ পুৰুষে আকৌ লিখিছে ঃ-

দ্বাপৰ যুগৰ দৈৱকী নন্দন
কলিত কুসুম্বৰ ঘৰে।
কৃষ্ণেসে শঙ্কৰ স্বৰূপ ধৰিয়া
জগত উদ্ধাৰ কৰে।।

এখন চৰিত পুথিত প্ৰকাশ পাইছে -

শিৱদেৱী পূজা খণ্ডিব সমস্ত
পূৰ্ব্বৰ যত কাৰণ।
কৃষ্ণ দেৱ নাম ধৰ্মক চিনাই
কহিবে এক শৰণ।।

## ঈশ্বৰ পুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ ঃ-

ভগৱানৰ সৃষ্ট বিশ্বব্ৰহ্মাণ্ডত যেতিয়াই অন্যায় অত্যাচাৰ উৎপীড়ন, ধৰ্মৰ গ্লানি, সন্তৰ ওপৰত অত্যাচাৰ হৈছে তেতিয়াই ভগৱান অৱতাৰ হৈ দুষ্টক দমি, ধৰ্মসংস্থাপন কৰি সন্তক ৰক্ষা কৰা নিদৰ্শন ধৰ্ম শাস্ত্ৰ সমূহে দাঙি ধৰিছে। সত্যযুগত বটুৰূপে (অদিতি কাস্যপৰ পুত্ৰ) জন্মলৈ ভগৱানে তিনি ত্ৰৈলোকৰ গৰাকী বলিক সুতল পুৰীত স্থাপন কৰি দেৱতা (ভক্ত) সকলক ৰক্ষা কৰিছিল। ত্ৰেতাত শ্ৰীৰামচন্দ্ৰই অত্যাচাৰী ৰাক্ষস ৰাৱণকুল ধ্বংস কৰি ভক্ত বিভীষণক ৰজা পতি অত্যাচাৰীক নিৰ্ম্মূল কৰিছিল। দ্বাপৰত দৈবকীৰ গৰ্ভত কৃষ্ণ অৱতাৰ হৈ অসুৰ ৰাক্ষস ধ্বংস কৰি অত্যাচাৰী কৌৰৱক অৰ্জ্জুনৰ দ্বাৰা নিধন কৰাই ধাৰ্মিক যুধিষ্ঠিৰক ৰজা পাতি সাধু সন্তক ৰক্ষা কৰি শান্তি স্থাপন কৰিছিল। পূৰ্ণ কৃষ্ণ ভগৱন্তই গীতাত অৰ্জ্জুনক কৈছে- "হে অৰ্জ্জুন, অন্যায় অধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ যেতিয়া হয় তেতিয়া মই অৱতাৰ হৈ দুষ্টক সংহাৰ কৰি ধৰ্ম পুনৰ সংস্থাপন শান্তি স্থাপন কৰো।" ইয়াত ভগৱানৰ সংহাৰ মূৰ্ত্তি প্ৰকাশ পাইছে। এসময়ত সংহাৰ মূৰ্ত্তি নধৰাৰ কথাও শ্ৰীনাৰায়ণে ব্ৰহ্মাৰ আগত কৈছে। আদি নাৰায়ণে ব্ৰহ্মাৰ আগত পূৰ্ণ অৱতাৰ স্বৰূপ প্ৰকাশ কৰি এই দৰে কৈছে -

"পূৰ্ণ ভৈলে অস্ত্ৰ শস্ত্ৰ নধৰোহো মই।
সৃষ্টি স্থিতি সংহৰি কাৰণ সেয়ে হয়।।
বহুতৰ নাম মূৰ্ত্তি নধৰোহো মই।
কেৱল ভক্তিত থাকো কৰিয়া আশ্ৰয়।।
সন্ত মূৰ্ত্তি ধৰি থাকো শুনা সৃষ্টি কৰ।।"

শান্ত মূৰ্ত্তিৰ গহীন গম্ভীৰ তেনে এজন ঈশ্বৰ অৱতাৰী পুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ। এই কথা আকৌ নতুনকৈ প্ৰমাণ কৰাৰ প্ৰয়োজন নাই। বৰ্ত্তমান যুগৰো বহু তত্ত্ব বিশাৰদ পণ্ডিতে শ্ৰীমন্ত শঙ্কৰক অৱতাৰী পুৰুষ বুলি স্বীকাৰ কৰিছে। ভাৰতৰ প্ৰসিদ্ধ সাহিত্যিক, সমাজ সংস্কাৰক কাকা কালেলকাৰ চাহাবে তেখেতৰ বৰদোৱা দৰ্শনৰ উদ্দেশ্যে ব্যক্ত কৰি কৈছিল - "মই আহিছো অৱতাৰী পুৰুষ শঙ্কৰদেৱৰ জন্মস্থান বৰদোৱা দৰ্শন কৰিবলৈ। আমাৰ দক্ষিণৰ মানুহৰ মনত পূবৰ শঙ্কৰদেৱ এতিয়াও জীৱন্ত হৈ আছে।" শিক্ষাবিদ্ ডঃ বিনয়কৃষ্ণ গোককেও শঙ্কৰদেৱক এগৰাকী বিপ্লৱী ধৰ্ম্ম প্ৰচাৰক আৰু অৱতাৰী পুৰুষ বুলি স্বীকাৰ কৰিছে। তেখেতে কৈছে,' 'আত্ম প্ৰকাশেৰে প্ৰকাশিত শ্ৰীমন্ত শঙ্কৰদেৱ নিজৰ মহান পুৰুষত্বৰ দ্বাৰাই জগতত স্বয়ং ঈশ্বৰ অৱতাৰ বুলি স্বীকৃত হব তাত সন্দেহ নাই।" তথাপিয়ো ভ্ৰান্ত ধাৰণা অজ্ঞানবশতঃ বহুত লোকে গুৰুজনাক কেৱল কবি, সাহিত্যিক নাট্যকাৰ, ধৰ্ম্মপ্ৰচাৰক, সমাজ সংস্কাৰক সাংস্কৃতিক গুণেৰে বিভূষীত কৰি এজন নেতা বুলি কব খোজে। শ্ৰীমন্ত শঙ্কৰদেৱৰ ওপৰত ঈশ্বৰত্ব আৰোপ কৰা জ্ঞানী, গুণী, সকল, চৰিত কাৰ সকলক সমালোচনা কৰিবলৈ একশ্ৰেণীৰ লোকে কুণ্ঠাবোধ নকৰে।

সেইদৰে যদুবংশই কৃষ্ণক তেওঁলোকৰ দৰেই বংশজাত এজন লোক বুলি ভাবিছিল-কৃষ্ণৰ ওপৰত ঈশ্বৰত্ব আৰোপ কৰা নাছিল।

"ক্ষীৰ সাগৰত আছিলন্ত শশধৰ।
মাছে যেন বোলে ইয়ো এক জলচৰ।।
সেহিমতে কৃষ্ণক পাইয়া যদুগণ।
মনে মানিলন্ত এন্তে জ্ঞাতি একজন।।"

অহঙ্কাৰী, অত্যাচাৰী, নিষ্ঠুৰ, লোভী, কামুক, মূৰ্খই ঈশ্বৰক চিনি নেপায়। যেনেকৈ ভগৱানৰ মৎস্য ৰূপ সত্যব্ৰত ৰজাইহে চিনি পাইছিল। নৰসিংহক স্বয়ং ভগৱান বুলি হিৰণ্য কশিপু বা দৈত্য সকলে চিনি পোৱা নাছিল চিনি পাইছিল প্ৰহ্লাদে। ৰামক ভগৱান অৱতাৰ বুলি ৰাৱন, কুম্ভকৰ্ণই চিনি পোৱা নাছিল-চিনি পাইছিল ভক্ত বিভীষণে। কৃষ্ণক শিশুপাল দন্তবক্ৰই চিনিপোৱা নাছিল চিনি পাইছিল উদ্ধৱ, মৈত্ৰেয়, বিদুৰ, পঞ্চপাণ্ডৱ ভীষ্ম আদি ভক্তসকলে। সেইদৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক ঈশ্বৰ অৱতাৰী পুৰুষ বুলি জ্ঞানী, গুণী, পণ্ডিত, সাধু, সন্ত, মহন্তসকলে চিনি পাইছে আনে নেপায়।

গীতাত অৰ্জ্জুনৰ আগত পৰম গুহ্য উপদেশ দিওতে কৃষ্ণই কৈছে - "হে অৰ্জ্জুন, ময়ে জীৱ সমূহৰ অন্তৰাত্মা, ময়ে সৰ্ব্বভূতৰ মহেশ্বৰ, এই পৰম ৰহস্য উপলব্ধি কৰিব নোৱাৰি অজ্ঞসকলে মোক মনুষ্য দেহধাৰী সাধাৰণ জীৱ বুলি অৱজ্ঞা কৰে।"

ৰাম, কৃষ্ণ, বুদ্ধ, মৎস্য, কুৰ্ম্ম, বৰাহ আদি অৱতাৰক ভগৱান অৱতাৰ বুলি ভাৰতীয় দৰ্শনে মানি লৈছে। এইঅৱতাৰবাদ ভাৰতীয়য়েই নহয় সমগ্ৰ বিশ্বই স্বীকাৰ কৰে। উল্লেখযোগ্য যে, পৰম পুৰুষ সকলৰ শ্ৰীৰাম অৱতাৰ সত্যাৱতাৰহে, কৃষ্ণ অৱতাৰ প্ৰেমাৱতাৰ, বুদ্ধ অৱতাৰক কৰুণা আৱতাৰ বোলা হয়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অৱতাৰ দেশ, কাল, জাতি, ধৰ্ম, বৰ্ণ নিৰ্ব্বিশেষে সকলো লোকৰ কল্যাণৰ হেতু ভক্তি ধৰ্ম প্ৰচাৰ কৰি সাম্য মৈত্ৰী স্বাধীনতাৰ মহামন্ত্ৰ প্ৰচাৰ কৰিবৰ অৰ্থে জন্ম গ্ৰহণ কৰা ভগৱানৰ পূৰ্ণ আৰু শান্তি অৱতাৰ।

বিশ্ব বুৰঞ্জী চালে পোৱা যায়, ক্ষণজন্মা একো একোজন মহাপুৰুষ আবিৰ্ভাৱ হৈ সেই সেই অঞ্চলৰ পীড়িত, পাপী, তাপী, দুখী, শোকাতুৰ, লাঞ্ছিত জনগণ পথহাৰাহে অথাই সাগৰৰ ঢৌত উটি বুৰি ফুৰা সেই জনগণক পাপ, তাপ, দুখ, শোক, আদিৰ পৰা উদ্ধাৰৰ পথ দেখুৱাই জীৱৰ কল্যাণ সাধনকাৰী মহাপুৰুষ সকলক ঈশ্বৰ অৱতাৰী বা ঈশ্বৰ প্ৰেৰিত দূত বুলি জনগণে আখ্যা দিছে।

কিন্তু মহাপুৰুষ শঙ্কৰদেৱ তেনে এজন মহাপুৰুষ হোৱাৰ উপৰিও আৰু বহুগুণৰ অধিকাৰী তাক পুনৰোক্তি কৰাৰ প্ৰয়োজন নাই। বহুমুখী প্ৰতিভাৰে বিভূষিত বিশ্বত অদ্বিতীয় ধৰ্মগুৰুজন মহাপুৰুষ শঙ্কৰদেৱ এই কথা সকলোৱে স্বীকাৰ কৰিছে। তেনে এজন মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক অবিসম্বাদে ঈশ্বৰ অৱতাৰী পুৰুষ বুলি স্বীকাৰ কৰিব লাগিব।

প্ৰাক্ শঙ্কৰী যুগত পুৰণি কামৰূপৰ বিষ্ণু কথাৰ লগত জড়িত একেষাৰ কথা পণ্ডিতসকলৰ পৰা জনা যায়। "উদ্ৰতাৰা দেৱীয়ে হৰৰ কথা মতে বিশিষ্ঠ ঋষিক কামৰূপৰ পৰা আঁতৰাবলৈ ধৰোঁতে মুনিয়ে এই অভিশম্পাত দিছিল-"কামৰূপত দেৱী পূজা বামা পন্থাইদি চলিব আৰু দেশ ম্লেচ্ছাচ্ছন্ন হব-যেতিয়ালৈকে বিষ্ণু পুনৰ ইয়ালৈ নাহে। এই তান্ত্ৰিকতাৰ প্ৰতিক্ৰিয়া স্বৰূপে শঙ্কৰদেৱৰ ভক্তি আন্দোলনৰ মাজেদি কামৰূপলৈ বিষ্ণুকথাৰ সুভাগমন হ'ল, যদিও তাৰ আগতে বিষ্ণুকথাৰ ক্ষীণ পোহৰ ধিমিক ধামাককৈ জ্বলি আছিল।" (ড" মহেশ্বৰ নেওগৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ" গ্ৰন্থ) কামৰূপলৈ পুনৰ বিষ্ণু অহা কথাষাৰ শঙ্কৰদেৱকে ইঙ্গিত দিছে বুলিব পাৰি।

শঙ্কৰদেৱৰ প্ৰথম তীৰ্থ ভ্ৰমণলৈ যাওতে শ্ৰীক্ষেত্ৰ পোৱাৰ আগতে এদিন ৰাতি সপোনত জগন্নাথে নিজ ৰূপ ধৰি পাণ্ডাক কলে-"শঙ্কৰ আহিছে, মোৰ প্ৰসাদ শঙ্কৰক দিবাগৈ" পাণ্ডাসকলে পুৱা প্ৰসাদ লৈ গৈ কৈছিল -

"পাণ্ডাগণে বোলে, শুনা দ্বিতীয় ঠাকুৰ।
জগন্নাথ তুমি সমে নাহিকে অন্তৰ।।
দেখাইলা সপোনৰাত্ৰি আমাসাৰ আগে।
লৈয়া আসিলোহো প্ৰসাদক মহাভাগে।।
চিনিলো শঙ্কৰ বুলি কহিলে বুজায়।
তোমাৰ ৰূপক তেহে দিলন্ত চিনাই।।
শঙ্কৰ মোহোৰ নাহিকে ভিন্নভাৱ।
তাহানে মোহোৰে জানা একে তুল্য গাৱ।।
প্ৰভাততে কালি তোৰা নৈবেদ্য কৰিবা।
মান্যকৰি শঙ্কৰক আগে নিয়া দিবা।।
মোৰ নমস্কাৰ জনাইবাহা তান পাৱে।
তাহান আমাৰ জানা নাহি ভিন্ন ভাৱ।।
এই বুলি আমাসাক দিলন্ত পঠাই।
ভাগ্য ভৈলে তোমাসাক তেবে দেখা পাই।।
(ৰামচৰণ ঠাকুৰ গুৰুচৰিত)

শ্ৰীক্ষেত্ৰৰ কৃষ্ণ বলভদ্ৰ সুভদ্ৰাই ৰাতি ভাগে তিনটি মাৰ্জ্জাৰী ৰূপধৰি শঙ্কৰক দৰশন কৰিবলৈ আগবাঢ়ি গ'ল -

শঙ্কৰক দেখিবাক কৰন্ত আনন্দ।
মাৰ্জ্জাৰী ৰূপধাৰি গৈল কৰি ছন্দ।।
বলভদ্ৰ সুভদ্ৰায়ে জগন্নাথ গৈল।
তিনটা মাৰ্জ্জাৰী দেখি ভয়ভীত ভৈল।।
সুবৰ্ণৰ বৰ্ণকতো ৰজতৰ নয়।
তাম্ৰ কাংস ৰত্ন কতো ডুমুকা জ্বলয়।।
শঙ্কৰে প্ৰসাদ খাই অৱশেষ থৈল।
তাক খাইবে প্ৰতি দাৰু ব্ৰহ্ম চলি গৈল।।
(গুৰুচৰিত ৰামচৰণ ঠাকুৰ)

ত্ৰিহুত দেশৰ বিপ্ৰ জগদীশ মিত্ৰই জগন্নাথত ভাগৱত পাঠ কৰিবলৈ আহিছিল। জগন্নাথে সপোনত মিশ্ৰক কলে-"মোৰ আৰু শঙ্কৰৰ কোনো ভিন্ন নাই। পূব দেশৰ বৰদোৱাত শঙ্কৰ আছে। তেওঁক শুনুৱাগৈ। তেওঁ শুনিলেই মই শুনা হব। জগদীশ মিশ্ৰই বৰদোৱালৈ আহি শঙ্কৰক ভাগৱত পাঠ কৰি শুনাইছিল।

ত্ৰিহুত দেশৰ এক বিপ্ৰবৰ
ভাগৱত গ্ৰন্থ লৈলা।
জগন্নাথ আগে পঢ়িবাক ৰঙ্গে
ক্ষেত্ৰক লাগি আসিলা।।
জগন্নাথে আঙ্ক স্বপ্নত বুলিলা
শুনয়োক বিপ্ৰবৰ।
উদয় ৰাজ্যত বৰদোৱা গ্ৰামে
আছন্ত শঙ্কৰ বৰ।।
তান আগে গৈয়া পঢ়িয়োক ইটো
মহা গ্ৰন্থ ভাগৱত।
তাহান আমাৰ নাহিকে অন্তৰ
কৈলো ইটো স্বৰূপত।।
চেতন লভিয়া গুণন্ত মনত
দেখিয়া স্বপ্ন বিশেষ।
উদয় ৰাজ্যক যাইবে জগন্নাথে
কৰিলা মোক আদেশ।।

(গুৰু চৰিত ৰামচৰণ)

গুৰুজনাৰ লীলাৰ লগত মিল কিংবদন্তি কথা আন এখন চৰিত পুথিত লিখিছে -

শঙ্কৰ স্বৰূপে আসি আদি নিৰঞ্জন।
মাধৱ স্বৰূপে হলিৰাম উৎপন্ন।।
প্ৰদ্যুম্ন পুৰুষোত্তম নামে ভৈলা জাত।
অনিৰুদ্ধ চতুৰ্ভুজ ভৈলন্ত সাক্ষাত।।

ব্ৰাহ্মণ পণ্ডিত ৰামানন্দ দ্বিজই চৰিত পুথিত শঙ্কৰদেৱৰ অৱতাৰৰ তাৎপৰ্য্য লিখিছে-

আনবাৰ অৱতাৰ ধৰন্ত ঈশ্বকৃষ্ণে
হৰিবাৰ পৃথিবীৰ ভাৰ
অন্ত্যজাতি পতিতৰ তাৰণ কাৰণ হেতু
ইবাৰ ভৈলাহা অৱতাৰ।।

- - - - - - - - - - - - - - - - - - - - - - -

কৃষ্ণৰূপ ধৰি কৈলো চৰিত্ৰ অপাৰ।
তাকো বিৰচিবে পুনু হৈবো অৱতাৰ।।
প্ৰবৰ্ত্তাইবো শ্ৰৱন কীৰ্ত্তন ধৰ্ম্মসাঁৰ।
তাক শুনি সৰ্ব্বলোকে তৰিবে সংসাৰ।।
এহি বিমৰিষ কৃষ্ণে কৰিয়া মনত।
কুসুম গিৰীৰ গৃহে ভৈলন্ত বেকত।।
নামত শঙ্কৰদেৱ প্ৰভু ভগৱন্ত।
তাহান মহিমা কহি কোনে পাৰে অন্ত।।

ৰাম চৰণ ঠাকুৰে গুৰুচৰিতৰ প্ৰথম অধ্যায়ত অৱতাৰী পুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ে লিখিছে -

জয় জয় অনাদি ঈশ্বৰ দেৱহৰি।
শঙ্কৰ স্বৰূপে পৃথিৱীত অৱতৰি।।
অংশ কলা বিভূতিৰ যত শক্তিচয়।
ছদ্মৰূপে এথাক আনিলা কৃপাময়।।
দৈৱকী নন্দন প্ৰভু জগতৰ পতি।
অৱতাৰ বাৰে বাৰে কৰা লীলা গতি।।
ভক্তক কৃপায়ে প্ৰভু আসিয়া ইবাৰ।
ভক্তি প্ৰচাৰিয়া লোক কৰিলা নিস্তাৰ।।

## মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ শ্ৰীবৰ্ণন ঃ-

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ শ্ৰী(ৰূপ) মাধৱ পুৰুষে প্ৰকাশ কৰিছে-"দ্বাপৰ যুগৰ দৈৱকী নন্দন কলিত কুসুমৰ ঘৰে, কৃষ্ণেসে শঙ্কৰ" বুলি। চৰিত কাৰ সকলেও "নৰৰূপে ঈশ্বৰ অৱতাৰ বুলি কৈছে। ঈশ্বৰ পুৰুষ এজনৰ দৈহিক ৰূপ অনুপম, সুশোভন, সুলক্ষণ উজ্জ্বল কান্তি হোৱাতো স্বাভাৱিক।

**মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰূপ বৰ্ণনা কৰি মাধৱপুৰুষে গুৰু ভটিমাত প্ৰকাশিছে ঃ-**

জয় গুৰু শঙ্কৰ সৰ্ব্বগুণাকৰ
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণকু ৰেণু শতকোটি
বাৰেক কৰোঁহো প্ৰণাম।।
দৰশিত সুন্দৰ গৌড়কলেৱৰ
যৈচন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ।।
বিনাসঙ্গ ভূষণ পেখি সুশোভন
গহীন গম্ভীৰ ধীৰ মতি।
আয়ত কমল নয়ন বৰ সুন্দৰ
বয়ন চান্দ ৰুহো জ্যোতি।।

অনুক্ৰমে চৰিতকাৰ সকলৰ প্ৰকাশ উদ্ধৃত কৰা হৈছে। দৈতাৰি ঠাকুৰৰ বৰ্ণনাত মহাপুৰুষৰ ৰূপ প্ৰকাশ কৰিছে ঃ-

দেখিতে সুন্দৰ গৌড়বৰ্ণ কলেৱৰ।
কৰন্ত প্ৰকাশ আতি সূৰ্য্য সমসৰ।।
ৰূপদেখি কন্দৰ্পৰ দৰ্প হোৱে চুৰ।
সৰ্ব্বজন ৰঞ্জি থাকে বচন মধুৰ।।
গমন গম্ভীৰ নেত্ৰ কমলৰ পাসি।
চন্দ্ৰ সম বদন প্ৰকাশে অল্প হাসি।।

সুবুদ্ধি সুথিৰ ধীৰ গম্ভীৰ সাগৰ।
প্ৰীতি বাঢ়ি যায় তাতে সমস্ত লোকৰ।।

**ৰামানন্দ দ্বিজে গুৰুজনাৰ বাল্য কালৰ ৰূপ বৰ্ণনা কৰিছে ঃ-**

গৌড় কলেৱৰ ৰাতুল অধৰ আয়ত নেত্ৰ যুগল।
শিৰ চত্ৰাকৃত নাসাতিল ফুল শোভিত মুখ কমল।।
দুই খানি বাহু অতিসুবলিত ৰক্তবৰ্ণ কলেৱৰ।
বিতোপন কৰ্ণ সুভাষিত গণ্ড মনোহৰ বক্ষস্থল।।
সুবৰ্ণ শলকা সদৃশ আঙুলি তিনিৰেখা উদৰত।
শঙ্খ-মুখসম নাভি নিৰূপম দেখিতে সুখ মনত।।
উৰু দুইখানি বৰ্ত্তুল দেখিয়া ৰঞ্জিত দুই চৰণ।
সৰ্ব্ব সুলক্ষণ বালক দেখিয়া তুষ্ট ভৈল সৰ্ব্বজন।।

সাধন সৎসঙ্গ গুৰু মাধৱদেৱৰ পৰা ৰামচৰণ ঠাকুৰে উপদেশ লৈ গুৰুজনাৰ দেহৰ গঠন আৰু ৰূপ বৰ্ণনা কৰি লিখিছে ঃ-

সিংহ বন্ধ স্কন্ধ চৰণ সুঠাম
গম্ভীৰ নাভি কমল।
জানু জঙঘা উৰু কটি মনোহৰ
সুদীৰ্ঘ হৃদি কোমল।।
ৰাতুল কমল মুখ পদ্ম পুষ্প
নাসিকা ৰুচিৰ কান্তি।
নয়ন দুতয় মহাশুভ নয়
গাৱে শুক্ল লোম পান্তি।।
দুইখানি হস্ত আঙুলি চম্পক
কৰ্ণ দুই বিতোপন।
কপাল সুসম চত্ৰাকাৰ মাথা
কেশ মহা সুশোভন।।

চতুৰ্ভুজৰূপ দেখিলেক কতো
নেদেখিলে কতো জনে।

কুসুম্বৰে সণ্ডৰা দলৈক মাতি আনি কেচুৱা শঙ্কৰৰ ৰাশি যোগ গণনা কৰিবলৈ কোৱাত দলৈয়ে গণনা কৰি কৈছিল ঃ-

পুৰুষ লক্ষণ দেখি সণ্ডৰাই
গাৱগোট শিহঁৰিলা।
দুই হাতে দুই পদ্ম প্ৰকাশয়
আনন্দে তাক দেখিলা।।
দীৰ্ঘ বাহু দুই আণ্ঠুমান হুই
দেখন্ত পৰিয়া আছে।
সমস্ত গাৱক চাহন্ত নিহালি
মহাচিহ্ন সম আছে।।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অৱতাৰী পুৰুষ বুলি চৰিতকাৰ সাধু সন্ত মহন্ত সকলোৱে স্বীকাৰ কৰিছে। ঈশ্বৰ অংশে অৱতাৰ এজন পুৰুষৰ ৰূপ ভগৱানৰ ৰূপৰ লগত সাদৃশ্য থকাটো স্বাভাৱিক। ভাগৱত পুৰাণ আদিত বৰ্ণনা কৰা ভগৱান শ্ৰীকৃষ্ণৰ ৰূপৰ লগত গুৰুজনাৰ ৰূপ প্ৰায় একে। এয়া গুৰুজনাৰ ভক্তিত আপ্লুত হৈ তেঁৱাৰ ধৰ্ম্মমতাৱলম্বী সকলেহে প্ৰকাশ কৰিছে বুলিলে অত্যোক্তি কৰা হব। সত্য যুগত দেৱতাসকলে কপট কৰি ঢাকি ৰখা হৰি নাম ধৰ্ম প্ৰকাশ কৰি সমস্ত লোকক উদ্ধাৰ কৰোঁতা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক কল্পতৰু সদৃশ কৃপালু গুৰু বুলি মাধৱ পুৰুষৰ বাক্যেৰেই সকলোৱে স্বীকাৰ কৰিছে। "কৃষ্ণসে শঙ্কৰ স্বৰূপ ধৰিয়া জগত উদ্ধাৰ কৰে" বুলি মাধৱ পুৰুষে ভগৱানৰ শান্ত মূৰ্ত্তি অৱতাৰ শ্ৰীমন্ত শঙ্কৰদেৱক পৰিচয় কৰি দিছে।

গতিকে শ্ৰীকৃষ্ণ আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰূপৰ সাদৃশ্য থকা কথাষাৰ অতিৰঞ্জিত নহয় আৰু আচৰিত হব লগা কাৰণ নাই।

## শঙ্কৰদেৱৰ বাল্য লীলা ঃ-

শঙ্কৰদেৱ জন্মৰ একাদশ দিনা কুসুম্বৰে গুৰু নৰোত্তম, কৰ্ণপুৰ, চতুৰ্ভুজ এইতিনিজন ব্ৰাহ্মণক নিমন্ত্ৰণ কৰি আনিলে। শঙ্কৰৰ পেহা বুঢ়াখা, পিতামহ জয়ন্ত,

মাধৱ আহি উপস্থিত হ'ল। জ্ঞাতি কুটুম সকলো আহি উপস্থিত হ'ল। নৰোত্তম গুৰুৱে অগ্নিত আহুতি দি শঙ্কৰ চিৰঞ্জীৱী হ'বলৈ দেৱীক স্তুতি কৰিলে। সকলোকে তুষ্ট কৰি দান দক্ষিণা দি বিদায় দিলে।

সেই দিনা ৰাতি সপোনত দশভুজা দেৱীয়ে দেখা দি আই সত্যসন্ধাক কলে, "তোমাৰ গৃহত চক্ৰপাণিযে জন্ম লৈছে। তেওঁ দেৱৰ আদি দেৱ তেওঁতকৈ ওপৰ কোনো নাই" বুলি কৈ শঙ্কৰক সেৱা জনাই অন্তৰ্ধ্যান হ'ল। আই সত্যসন্ধাই সপোনৰ সকলো কথা স্বামীক কলে। স্বামী-স্ত্ৰী দুয়ো ঈশ্বৰক স্তুতি কৰি থাকোতে ৰাতি পুৱাল।

বাৰদিনৰ দিনা কেটাখাঁৰ মাতৃ (শঙ্কৰৰ পেহী) অৰুণী কুসুম্বৰৰ লৰাৰ খবৰ লবলৈ আহি শঙ্কৰক কোচত লওতে প্ৰথমে লঘু পালে। কোচত থাকোতেই ইমান গধুৰ হল যে পৰ্ব্বতৰ দাঙিব নোৱাৰা শিলহে। কোনোমতে শঙ্কৰক শুৱাই থব পাৰিলে। ঘৰলৈ গৈ অৰুণীয়ে স্বামী বুঢ়াখাক সকলো কথা বিবৰি কলে।

## আই সত্যসন্ধাৰ পৰলোক ঃ-

কেচুৱা শঙ্কৰক মাউৰা কৰি আই সত্যসন্ধাই পৰলোক গমন কৰিলে। কোনোৱে কয় গুৰুজনাৰ জন্মৰ তিনদিনান্তে, কোনোৱে কয় ছোৱালী খোজাৰ পাছত, আইসত্যসন্ধাই পৰলোক গমন কৰিছে। ৰামচৰণ ঠাকুৰৰ মতে গুৰু জন্মৰ পোন্ধৰ দিনৰ দিনা সত্যসন্ধাৰ পৰলোক গমন হয। দ্বিজ ভূষণৰ মতে পিতৃ কুসুম্বৰে শঙ্কৰৰ বিয়া পতাৰ কিছু দিনৰ পিছতহে সত্যসন্ধা স্বৰ্গী হয। ঘাটমাউৰা শঙ্কৰক কেচুৱা কালৰে পৰা বুঢ়ীমাক খেৰসূতীযে তুলি তালি ডাঙৰ দীঘল কৰা কথাটো সৰ্ব্বজনানুমোদিত ৰূপে চলি আহিছে। বেজবৰুৱাই গুৰু জন্মৰ তিনদিনৰ দিনা আই সত্যসন্ধাৰ বিয়োগ ঘটে বুলি প্ৰকাশ কৰিছে। গুৰুজনাৰ বিয়াৰ পিছত আই সত্যসন্ধাৰ বিয়োগ হোৱা কথাটো কোনো মতে বিশ্বাসযোগ্য নহয়। গুৰুজন্মৰ তিনদিনৰ দিনা আই সত্যসন্ধাৰ বিয়োগ কথাটোও সম্ভৱ নহয় যেন লাগে। কোনো কোনোৱে গুৰুজন্মৰ পোন্ধৰ দিনৰ দিনা আই সত্যসন্ধা বিয়োগ হোৱা বুলি কয়। ৰাম চৰণ ঠাকুৰে জন্মৰ পঞ্চদশ দিনত মাতৃ বিয়োগ হোৱা কথা প্ৰকাশ কৰিছে। গুৰু মাতৃ বিয়োগৰ কথাত পণ্ডিত সকলৰ মতভেদ আছে যদিও গুৰু জন্মৰ পোন্ধৰ দিনৰ দিনা "আই সত্যসন্ধাৰ পৰলোক গমন" কৰা কথাষাৰ শুদ্ধ যেন লাগে। ৰাম চৰণে লিখিছে -

সেহি দিনা শুক্ৰবাৰ পঞ্চদশ দিন।
সেহিবেলা সতীৰ ভৈলেক আয়ুক্ষীণ।।
বুঢ়ী আইক মাতিলন্ত চৰণত ধৰি।
শঙ্কৰক তুলিবাহা বিষ্ণুবুদ্ধি কৰি।।
তোমাৰ হাতত আই দিলো পুত্ৰ খানি।
ইজন্মক লাগি যাও থাকিবা গোসানী।।
সেহিদিনা বেলাচাৰি দণ্ড ভাটী বেলা।
তেবে সত্যসন্ধা আই বৈকুণ্ঠে চলিলা।।

- - - - - - - - - - - - - - - - - - - - - - - -

বুঢ়ী আই চান্দেৰী মাধৱী তিনিজন।
সৰ্ব্বদায়ে শঙ্কৰক কৰে নিৰীক্ষণ।।

শঙ্কৰৰ জন্মৰ চৈধ্যদিনৰ দিনা ভাটীবেলা আই সত্যসন্ধাৰ ভীষণ জ্বৰ উঠিল। ৰাতিয়েই খেৰসূতী আয়ে জয়ন্ত, মাধৱ, জোৱাই বুঢ়াখাঁক মতাই আনিলে। আই সত্য সন্ধাই শৰীৰৰ অৱস্থা বেয়া গম পাই পিছদিনা (জন্মৰ পোন্ধৰ দিনৰ দিনা) সূৰ্য্যবৰ, জয়ন্ত, মাধৱ, আই খেৰসুতী সকলোকে সেৱা জনাই স্বামী কুসুম্বৰৰ চৰণত ঢলি পৰিল আৰু বৈকুণ্ঠে গমন কৰিলে। চান্দৰী মাধৱীয়ে কেচুৱা শঙ্কৰক কোচত লৈ ওচৰতে আছিল। তিনদিনত তিলনি, দহ দিনত দহা আৰু এঘাৰ দিনত আইৰ আদ্যশ্ৰাদ্ধ সমাপন কৰিলে। শ্ৰাদ্ধলৈ গুৰু নৰোত্তম, চতুৰ্ভুজ, কৰ্ণপুৰ আদি ব্ৰাহ্মণ সকলো আহিছিল।

শঙ্কৰৰ ছমাহ বয়সত আই খেৰসূতীয়ে বৰ শোক পালে। চ'ত মাহৰ পাঁচ তাৰিখে সূৰ্য্যবৰে পৰলোক গমন কৰিলে। স্বামীৰ মৃত্যুত আই খেৰসূতীয়ে হিয়া ঢাকুৰি কান্দিলে। তাৰ কিছুদিনৰ আগতে অপুত্ৰক হলায়ুধৰো মৃত্যু ঘটিছিল।

## কছাৰীৰ টেম্বুৱানী আক্ৰমণ ঃ-

শঙ্কৰদেৱৰ তেৰমাহ বয়সত কছাৰীয়ে ভূঞাৰাজ্য আক্ৰমণ কৰে। কছাৰীৰ আক্ৰমণ বাধা দিব নোৱাৰি শিৰোমণি ভূঞা কুসুম্বৰ জ্ঞাতিসকলৰ সৈতে হাবিলৈ পলাই গ'ল। এই পলাতক অৱস্থাত হাবিৰ মাজত কুসুমৰ দ্বিতীয়া পত্নী অনুধৃতিৰ গৰ্ভত এটি লৰা জন্ম হয়। লৰাটিৰ নাম হলধৰ ৰখা হয় যদিও হাবিৰ মাজত জন্ম হোৱা বাবে তেওঁ নাম 'বনগঞাগিৰী' বুলিহে জনাজাত হয়।

কছাৰীয়ে কাকো নেপাই গৰু গাই বয় বস্তু সকলো লুটি লৈ যায়। কুসুম্বৰৰ

ৰাজ্যৰ সীমা কাজলীলৈকে আছিল। কুসুম্বৰে সাহসীলোক কিছুলগত লৈ বাটতে আগছি ৰণ দিলে। কছাৰী ৰণত টিকিব নোৱাৰি পলাবলৈ ধৰাত এফালৰ পৰা কচুকটা দিলে; কিছুমান বয়বস্তু হস্তগত কৰিলে আৰু কুসুম্বৰে জ্ঞাতি সকলৰ সৈতে নিজ ৰাজ্যত বহুকাল বসবাস কৰি থাকিল।

ৰামচৰণ ঠাকুৰৰ মতে শঙ্কৰৰ তেৰমাহ বয়সত কছাৰীৰ আক্ৰমণ, বনগয়াগিৰীৰ জন্ম বুলি লিখিছে যদিও কথা গুৰু চৰিতমতে শঙ্কৰৰ তেৰ বছৰ বয়সত বনগএগাগিৰী জন্ম হয়। ৰামানন্দ নিজৰ মতে শঙ্কৰৰ পাঁচ বছৰ বয়সত ভাতৃ বনগএগাৰ জন্ম। দৈত্যাৰি ঠাকুৰে আৰণ্যে এক পুত্ৰ উপজিলা বুলি লিখিছে-সময় উল্লেখ কৰা নাই। কোনো পণ্ডিতৰ মতে শঙ্কৰৰ দুবছৰ বয়সত বনগয়াগিৰী জন্ম হৈছে বুলিছে। এতিয়া দেখা গ'ল সম্ভৱ ৰাম চৰণ ঠাকুৰে উল্লেখ কৰা শঙ্কৰৰ তেৰমাহ বয়সটো কথা গুৰু চৰিতত তেৰ বছৰ হৈ প্ৰকাশ পাইছে আৰু শঙ্কৰৰ দুবছৰ বয়সত বনগএগাগিৰী জন্ম হৈছে বোলা কথাযাৰ, ৰামচৰণ ঠাকুৰে তেৰমাহ বোলা কথাষাৰে দুবছৰত ভৰি দিয়া হল। গতিকে শঙ্কৰৰ তেৰমাহ বয়সত বনগএগাগিৰী জন্ম হোৱা বোলা ৰাম চৰণ ঠাকুৰৰ প্ৰকাশেই শুদ্ধযেন লাগে।

আৰু এটি কথা উল্লেখযোগ্য-বনগয়াগিৰীৰ জন্মস্থান ব্ৰহ্মাপুত্ৰৰ একালৰ চাপৰি হাবিগাঁও পাতেকী বড়ি গাৱত। (বৰ্ত্তমান ঢিং বজাৰৰ পশ্চিমে, তাত এতিয়াও নামঘৰ আছে) বহুত লোকে এই পাতেকী বড়িকে গুৰুজনাৰ জন্মস্থান আলিপুখুৰী বুলি কব খোজে। ৰাম চৰণ ঠাকুৰে কুসুম্বৰৰ মৃত্যু বৰ্ণন অধ্যায়ত নদী ৰতীৰ ঠাই এই আলিপুখুৰীত কুসুম্বৰৰ পাম আছিল আৰু তাতে বনগয়াগিৰী আছিল বুলিছে।

তিনিবছৰ বয়সত শঙ্কৰদেৱৰ কাণ বিন্ধিবৰ কাৰণে কুসুম্বৰে নিজখুৰা জয়ন্ত, মাধৱ আৰু বৈনাই বুঢ়াখাক মতাই আনিলে। অন্যজ্ঞাতি কুটুম্বক নিমন্ত্ৰণ কৰি আনি তেল হৰিদ্ৰাৰে নোৱাই ধুৱাই মধুৱাৰ হতুৱাই শঙ্কৰৰ কাণ বিন্ধালে আৰু জ্ঞাতি কুটুম্বক ভোজন কৰাই ধন বস্ত্ৰ দান দিলে। তিনিবছৰ বয়সত শঙ্কৰে লগৰীয়াৰ লগত বনলৈ গৈ খেদি খেদি মৃগপহু ধৰিছিল, মৰা চৰাইয়ো ধৰি আনি ধেমালি কৰি এৰি দিছিল। পাঁচ বছৰ বয়সত লগৰীয়াৰ লগত গৈ লুইতত গা ধুইছিল, সাঁতুৰিছিল। এদিন ভাদ মহীয়া লগৰীয়াৰ লগত জেদ্ কৰি লুইত সাঁতুৰি ইপাৰ সিপাৰ হৈছিল আৰু লুইতৰ গভীৰ পানীত বুৰমাৰি শিহুধৰি বামলৈ আনিছিল, লগৰীয়াক দেখুৱাই আকৌ পানীত এৰি দিছিল। লগৰীয়া সকলৰ ভিতৰত নৰোত্তম, গুৰুৰপুত্ৰ ৰাম

ৰাম আৰু পেহাক বুঢ়াখাঁৰ পুত্ৰ কেটা খা বেচি প্ৰিয় আছিল।

## শঙ্কৰদেৱৰ পিতৃ বিয়োগ ঃ-

মাউৰা শঙ্কৰক বুঢ়ীমাক আই খেৰসূতীয়ে বৰ আদৰ যত্নত ডাঙৰ দীঘল কৰিলে। লাহে লাহে শঙ্কৰ, চন্দ্ৰৰ কলা বঢ়াৰ দলে বাঢ়ি আহি সাত বছৰত ভৰি দিলে। পঞ্চম বছৰত কুসুমে পুত্ৰ শঙ্কৰৰ চূড়াকৰণ কাৰ্য্য সম্পাদন কৰিলে। সাত বছৰ বয়সত শঙ্কৰ ঘাট মাউৰা হল -গুৰুজনাৰ পিতৃ কুসুম্বৰে বৈকুণ্ঠ প্ৰয়াণ কৰিলে। পিতৃ বিয়োগৰ সময়ত বনগয়াগিৰীৰ বয়স পাঁচ বছৰ। এই কথাত ৰাম চৰণ ঠাকুৰ আৰু ৰামানন্দৰ মত একে।

শঙ্কৰদেৱৰ পিতৃ মাতৃৰ পূৰ্ব্ব জন্মৰ কথা কোনো পণ্ডিতে এই দৰে প্ৰকাশ কৰিছে- সত্য যুগত দ্ৰোণী-ধাৰা, দ্বাপৰত, নন্দ-যশোদা, কলিযুগত, কুসুম্বৰ-সত্যসন্ধা আছিল।

সৰ্ব্বসুলক্ষণ, পেখিতে সুশোভন শিশু শঙ্কৰ জ্ঞাতি-মিত্ৰ, ইষ্ট কুটুম্ব সকলোৰে অতি আদৰৰ আছিল। সেই বাবে তেওঁ ধেমালিৰ বাহিৰে একোতে চিন্তা কৰা নাছিল। কেৱল লগৰীয়াৰ লগত লুকাভাকু খেলা, গছত উঠা, বটা চৰাই ধৰা, নচা, বালিৰ দৌল সজা, লৰা-ঢপৰা ৰং ৰহইছৰ মাজতে কাল কটাইছিল। কেতিয়াবা খাবলৈকো ঘৰলৈ নাহিছিল। বুঢ়ীমাক খেৰসূতীয়ে কেতিয়া আহিব বাটলৈ চাই আছিল, কেতিয়াবা বিচাৰি আনিছিল গৈ। ধ্বজাই শঙ্কৰক আৰু উবনাই বনগএাগিৰীক কান্ধত তুলি লৈ ফুৰিছিল। সৰ্ব্বসুলক্ষণ সুশোভন শঙ্কৰৰ ৰূপৰ তুলনা নাই। এদিন লুইতত গাধুবৰ বাবে গুৰু পুত্ৰ ৰাম ৰাম, কেটাখাঁ আদি লগৰীয়া সকলে লগ ললে। ধ্বজাই শঙ্কৰক আৰু উবনাই বনগয়াগিৰীক কান্ধত লৈ গল। লগৰীয়া সকলৰ মাজত দেখা শঙ্কৰৰ ৰূপ বৰ্ণনাতীত। শ্ৰীমন্ত শঙ্কৰদেৱক দেখা গৈছিল গৌৰ কলেৱৰ, পৰম লাৱণ্য মূৰ্ত্তি, ছত্ৰাকৃতি মাথা, কেশ ৰুচিকৰ, দুই কৰ্ণত কুণ্ডল, কপাল সুসম, মুখ পদ্মফুল সদৃশ, চন্দ্ৰৰ দৰে উজ্জ্বল, নাসিকা তিলফুল, নেত্ৰ পদুমৰ পাহি, গহীন গম্ভীৰ মুখত মৃদু হাঁহি অধৰ ৰাতুল, দাঁত মুকুতাৰ পান্তি, চিবুক ৰুচিকৰ, দুই বাহু পুষ্ট আজানুলম্বিত, দুই হাত সুৱলিত, বিতোপন আঙুলি, গলকন্ধ সুঠাম, কটি, উৰু, জঙঘা, মনোহৰ কোমল নিৰ্ম্মল চৰণ, হেঙ্গুলীয়া ভুনিৰ নীল বৰ্ণ পাৰি, গজেন্দ্ৰ গমন, পৰম মধুৰ মূৰ্ত্তি দেখা গৈছিল।

খেলাধুলা ৰংৰহইচত ব্যাকুল শঙ্কৰ কেতিয়াবা খাবলৈকে ঘৰলৈ নাহে বুলি জানি পিতামহ জয়ন্ত, মাধৱে শঙ্কৰ আহিলনে, ঘৰত খবৰ লৈছিল আৰু কেতিয়াবা বিচাৰিও আনিছিল।

কুসুম্বৰৰ মৃত্যুত জয়ন্তই (শঙ্কৰৰ পিতামহ) শিৰোমণি ভূঞাৰ দায়িত্ব লৈ ৰাজ্য চলাইছিল। সকলোৱে আলাসৰ লাৰু সকলোৱে আদৰৰ শঙ্কৰে আদৰ মৰম পাই ধিতিঙালি কৰি কাল নিয়াবলৈ সুবিধা পালে। এনেকৈয়ে গৈ শঙ্কৰে বাৰ বছৰ উকলি তেৰ বছৰ বয়সত ভৰি দিলে। "ওমলন্তে গৈল দশ বাহ্রয় বৎসৰ।"

শঙ্কৰে শিশুকালত বহুলীলা কৰিছিল। তাৰ এটি কাহিনী-এদিন শঙ্কৰৰ ঘৰত এটা সাপ সোমাল। সাপ দেখি ভয় পাই বুঢ়ীমাকে শঙ্কৰক আকোৱালী ধৰি আঁতৰাই আনিলে। শঙ্কৰ পুনৰ সোমাই গৈ সাপৰ নেজত ধৰি টানি আনি মাৰি পঠিয়ালে। সাপ সাতখণ্ডহৈ পৰি মৃত্যু হল। এই বিষয়ে প্ৰবাদ আছে কৃষ্ণৰ শহুৰ সত্ৰাজিতে স্যমন্ত মণি কৃষ্ণই নিলে বুলি মিছা কলঙ্ক দিছিল। পিছত সত্ৰাজিতে নিজ কন্যা সত্যভামাক কৃষ্ণলৈ বিবাহ দি মিত্ৰতা কৰিলে। সত্যভামাই কৃষ্ণক স্তুতি কৰি কলে "হে, চক্ৰপাণি মোৰ পিতাই তোমাক বহুনিন্দা কৰিলে। পিতাক গতি দিয়ক।" কৃষ্ণই কলে, "তোমাৰ পিতা গন্ধৰ্ব্ব হৈ স্বৰ্গত কিছুকাল থাকিব। মই শঙ্কৰ ৰূপে কুসুমৰ পুত্ৰ হৈ জন্ম লম। তোমাৰ পিতা সৰ্প হৈ সেই ঠাইত উপজিব। সেই শঙ্কৰৰ ৰূপে মোৰ হাতত মৃত্যু হৈ পৰম গতি লাভ কৰিব।" শঙ্কৰৰ ঘৰত সোমোৱা সেই সাপেই সত্ৰাজিত। শঙ্কৰৰ হাতত মৃত্যু হৈ পৰম গতি পালে।

এদিন লগৰীয়াৰ লগত খেলি থাকোতে এজন বাটৰুৱাক এটা ষাড় গৰুৱে খুছিবলৈ খেদি আহিল। বাটৰুৱাজন দৌৰি আহি শঙ্কৰৰ ওচৰ চাপিল। শঙ্কৰে আগভেটি ধৰাত শঙ্কৰলৈ চোচা ললে। শঙ্কৰে ষাড়ৰ তীক্ষ্ণ শিঙত ধৰি হেচি পিছুৱাই লৈ গল। শঙ্কৰৰ হেঁচাত ষাড় গৰুৱে খোপনি ৰাখিব নোৱাৰি পিছলি পৰিল আৰু ভয়ত খকামকাকৈ উঠি দৌৰি পলাল।

## শঙ্কৰৰ বিদ্যা আৰম্ভ ঃ-

তেৰ বছৰত ভৰি দিলে তথাপি শঙ্কৰৰ পঢ়াশুনাত মন নাই কেৱল খেলা ধেমালিতে ব্যস্ত। কেতিয়াবা বুঢ়ীয়ে বিচাৰি-আনি মৰিয়াই কিলাই গা-পা ধুৱাই, খুৱাই বুৱাই আকৌ মৰমত আকোৱালি লৈ চুমা খায়। আই খেৰসূতীৰ মনত ডাঙৰ দুখ শঙ্কৰৰ পঢ়াশুনাত মন নাই। জয়ন্ত, মাধৱ, বুঢ়াখাঁ সকলোৱে মনত দুখ শঙ্কৰে কেৱল ধেমালি কৰোতেই শিশুকাল যাব। এদিন আই খেৰসূতীয়ে গা-পা ধুৱাই, খুৱাই বুৱাই বঢ়াই বুজাই শঙ্কৰক কলে -বোপাই! তোৰ বংশৰ উপৰি পুৰুষসকল মহাজ্ঞানী, অস্ত্ৰে, শাস্ত্ৰে পণ্ডিত, গুণীলোক। তোৰ পিতা কুসুম্বৰো জ্ঞানী, গুণী, পণ্ডিত লোক।

যাৰ লগত মহা মহা পণ্ডিতেও বাদ কৰি পাৰ নেপায়। তেনে বংশৰ ল'ৰা হৈ পঢ়াশুনা নকৰিলে তই বংশৰ কলঙ্কহে আনিবি। পঢ়াশুনা নকৰিলে আগলৈ তোক মূৰ্খ বুলি হাঁহিব, অৱজ্ঞা কৰিব। বিদ্যাহীন পুৰুষক শোভা নেপায়। বিদ্যাৱন্ত পুৰুষে য'তে ত'তে সন্মান পায়। তই এনেকৈ উমলি, খেলিফুৰি পঢ়াশুনা নকৰিলে বংশৰ শৌৰ্য্য বীৰ্য্য নষ্ট হব। তই পঢ়িশুনি জ্ঞানী গুণী হৈ উপৰি পুৰুষক উদ্ধাৰ কৰ।" শঙ্কৰে কলে "আই মই পঢ়িম মোক ছাত্ৰ শালালৈ লৈ বলক।" শঙ্কৰৰ কথা শুনি আই খেৰসূতীয়ে আনন্দতে শঙ্কৰক কোচত লৈ চুমা খালে। শঙ্কৰৰ কথা শুনি তেৰাৰ খুৰা-খুৰী, পিতামহ-পিতামহী, পেহাক-বুঢ়াখাঁ সকলোৱে সন্তোষ পালে। শঙ্কৰক ধেমালি এৰি পঢ়িবলৈ যাবলৈ আই খেৰসূতীয়ে উপদেশ দিয়া কথা ৰামচৰণে প্ৰকাশ কৰিছে। -

লণ্ডাদেৱ চণ্ডীবৰ আদি বংশগণ
ৰাজধৰ সূৰ্য্যবৰ স্বামীয়ো গহন।।
তযুপিতা কুসুম আমাৰ পুত্ৰ হয়।
পণ্ডিতগণৰ মাজে নিশঙ্ক হৃদয়।।
একবিপ্ৰে জিনিতে নপাৰে তাসম্বাক।
জানো মূৰ্খ বুলি লোকে হাসয় তোমাক।।
মাতা শত্ৰু পিতা বৈৰীপুত্ৰে নপঢ়ায়।
বিদ্যাহীন ভৈলে পুৰুষকো নশোভয়।।
বিদ্যাৱন্ত পুৰুষক পূজে ঠাই ঠাই।
নৰেশ্বৰ ভৈলে স্বদেশত পূজা পাই।।
হেন জানি বাপুতই মোৰ বোলকৰ।
চঞ্চল চৰিত্ৰ এৰি পঢ়িবাক ধৰ।।
বিদ্যা ভৈলে বাপুতোৰ মিলিবেক পূজা।
উমলি ফুৰস কেনে আশয় নুবুজা।।
বংশ নষ্ট নকৰস শাস্ত্ৰ পঢ়িয়োক।
স্বৰ্গ ভু ৱনৰ পৰা পুৰুষ উঠোক।।

সাক্ষাতে ঈশ্বৰ তুমি পুৰুষ অৱতাৰ।
পৰম অদ্ভুত দেখো মহিমা তোমাৰ।।
একো একো কৰ্ম্ম দেখো ত্ৰৈলোক্যে বিস্ময়।
শিখিয়োক বিদ্যা দূৰ কৰিয়ো সংশয়।।

শঙ্কৰদেৱে ক'লে -

শঙ্কৰে বোলন্ত আৰে সুস্থ মন হয়ো।
পঢ়িবোহো শাস্ত্ৰচয় ছাত্ৰশালে থৈয়ো।।

শঙ্কৰে বাৰ বছৰ অতিক্ৰম কৰি তেৰ বছৰ বয়সত ভৰি দিওতে জয়ন্ত, মাধৱ, বুঢ়াখা তিনিওজনে শঙ্কৰক নি মহেন্দ্ৰ কন্দলিৰ পাঠশালাত নাম লগাই দিলে। শুভদিন, শুভক্ষণ, শুভলগ্ন চাই ভাদ মাহৰ বৃহস্পতি বাৰে বিদ্যাৰম্ভ কৰিলে। মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰৰ শিশুকালৰ শৌৰ্য্য বীৰ্য্যৰ কথা আগতে শুনিছিল। শঙ্কৰক ছাত্ৰ হিচাবে পাই কন্দলিয়ে নিজকে ধন্য অনুভৱ কৰিলে। শঙ্কৰৰ কল্যাণৰ কাৰণে মহেন্দ্ৰ কন্দলিয়ে এভাগ দেৱীপূজাৰ আয়োজন কৰিলে। কিন্তু পূজাৰ মন্ত্ৰ পাহৰি কৃষ্ণৰ নামতহে পূজা অৰ্পণ কৰিলে। ৰাম চৰণ ঠাকুৰে লিখিছে -

মাস যুগ আদি কৰি নৈবেদ্য সম্ভাৰ।
দেৱী পূজিবাক জানা লাগয় তোমাৰ।।
শঙ্কৰে বোলন্ত গুৰু শুনিয়ো বচন।
দেৱীত কৰিয়া শ্ৰেষ্ঠ দেৱ নাৰায়ণ।।
দেৱী পূজিবাক হাস ছাগক লাগয়।
তুলসীৰ পূজাতে দেৱতুষ্ট হয়।।
যেখনে শঙ্কৰে হেন বচন বুলিলা।
দেৱী পূজিবাৰ বাক্য গুৰু পাসৰিলা।।
কৃষ্ণৰ পূজাৰ মন্ত্ৰ সমস্তে আসিলা।
শঙ্কৰৰ মায়ায়ে দেখা গুৰুকো মোহিলা।।

## শঙ্কৰ বৰৰ নাম শঙ্কৰদেৱ ঃ-

শঙ্কৰ বৰ চোকা ছাত্ৰ আছিল। অলপ দিন পাঠ আৰম্ভ কৰিয়েই পুৰণি গীত

বাহুকবনীয়া ছাত্ৰ ৰাম ৰাম, কণ্ঠভূষণ, বিদ্যা পাঠক, ৰামসৰস্বতী আদি ছাত্ৰৰ লগত ফেৰ মাৰিব পৰা হ'ল। ৰাম ৰাম শঙ্কৰৰ আজীৱন সঙ্গী। এওঁৰ আদি পুৰুষ কৃষ্ণপণ্ডিত, আদিতে চণ্ডীবৰৰ লগত গৌড়ৰ পৰা অহা, দুৰ্লভ নাৰায়ণে খুজি অনা সাতঘৰ ব্ৰাহ্মণৰ ভিতৰৰ এঘৰ। কৃষ্ণ পণ্ডিতৰ পুত্ৰ যোগেশ্বৰ, তেওঁৰ পুত্ৰ মৃত্যুঞ্জয়; তেওঁৰ পুত্ৰ নৰোত্তম; নৰোত্তমৰ তিনি পুত্ৰ-ৰাম ৰাম, কৰ্ণপুৰ, চতুৰ্ভুজ। শঙ্কৰে কফলা শিকি বাৰেমতৰা জোঁটাবলৈ নৌপাওঁতেই তলৰ কোমল গীতটি ৰচনা কৰে -

কৰতল কমল কমলদল নয়ন।
ভৱদৱ দহন গহনবন শয়ন।।
নপৰ নপৰ পৰ সতৰত গময়।
সভয় মভয় ভয় মমহৰ সততয়।।
খৰতৰ বৰশৰ হতদশ বদন।
খগচৰ নগধৰ ফণধৰ শয়ন।।
জগদঘ নপহৰ ভৱভয় তৰণ।
পৰপদ লয়কৰ কমলজ নয়ন।।

## ওজা ছাত্ৰ শঙ্কৰদেৱ ঃ-

কোমল গীতটিয়ে শঙ্কৰদেৱ যে এজন. মেধা শক্তি সম্পন্ন তত্ত্বদৰ্শী ছাত্ৰ তাক পৰিচয় দিলে। অধ্যাপক মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰদেৱ এজন অসাধাৰণ অলৌকিক শক্তি সম্পন্ন ছাত্ৰ বুলি উপলব্ধি কৰি ওজা ছাত্ৰ পাতিলে। শঙ্কৰে মহেন্দ্ৰ কন্দলিৰ টোলত থাকি বিদ্যা শিক্ষা কৰিছিল। গুৰু আৰু গুৰু পত্নীয়ে বৰ আদৰ কৰিছিল। ৰাম চৰণ ঠাকুৰৰ মতে- এদিন পঢ়াশালীৰ পাঠৰ শেষত সকলো ছাত্ৰ ঘৰলৈ গল। শঙ্কৰে পঢ়াশালীতে এখন কঠ পাৰি শুলে। বেৰৰ জলঙাই দি শঙ্কৰৰ মুখত ৰদ পৰি আছিল। শঙ্কৰ নহা দেখি কন্দলিয়ে পঢ়াশালীলৈ বিচাৰিগৈ এটা কাৰ্য্য দেখি আচৰিত হ'ল। শঙ্কৰৰ মুখত ৰ'দ পৰিব নোৱাৰাকৈ এটা ফেটি সাপে ফণাৰে ছাঁ দি আছে। গুৰুক দেখি সাপ আঁতৰি গ'ল। শঙ্কৰ, গুৰুৰ লগতে আহিল। পিছদিনা পঢ়াশালীত গুৰু মহেন্দ্ৰ কন্দলিয়ে শঙ্কৰৰ নামৰ পাছত দেৱ শব্দ যোগ দি "শঙ্কৰদেৱ" বুলি মাতিবলৈ শিষ্য সকলৰ আগত ঘোষণা কৰিলে। সেই দিনাৰপৰা শঙ্কৰৰ নাম "শঙ্কৰদেৱ" হল। কোনোৱে আকৌ সৰ্পই ছাঁ দিয়া কথাটো বিশ্বাস নকৰি, কোমল গীতটি লিখি মেধা শক্তিৰ পৰিচয় দিয়া বাবেই শঙ্কৰক ওজাছাত্ৰ

পাতে আৰু নামৰ পাছত 'দেৱ' শব্দ যোগ কৰা হৈছে বুলি কয়। যিয়েকি নহওক গুৰু মহেন্দ্ৰ কন্দলিৰ ঘোষণাৰ পৰাই শঙ্কৰ নামত দেৱ শব্দ যোগ হ'ল।

শূদ্ৰ শঙ্কৰৰ নামৰ পাছত দেৱ শব্দ যোগ কৰাত বহুতো ব্ৰাহ্মণ পণ্ডিত ক্ষুব্ধ হ'ল। বিশেষকৈ ৰাঘৱাচাৰ্য্য ব্ৰাহ্মণে শূদ্ৰৰ লৰাক কিয় দেৱ উপাধি দিব বুলি ঘোৰ প্ৰতিবাদ কৰিলে। এদিন ৰাতি ব্ৰাহ্মণৰূপী হৰিয়ে সপোনত ৰাঘৱাচাৰ্য্যক প্ৰহাৰ কৰিলে আৰু শঙ্কৰদেৱৰ ওচৰত শৰণাপন্ন হম বোলাত হে এৰি দিলে। ৰাম চৰণ ঠাকুৰে গুৰু চৰিতত লিখিছে-

(ৰাঘৱাচাৰ্য্যক সপোনত কৈছিল)

শূদ্ৰহেন বুলি মোক জগতে জানয়।<br>
কিকাৰণে আমাক নিন্দিলি দুৰাশয়।।<br>
আজি তাৰ প্ৰতিকাৰ অৱশ্যে সাধিবো।<br>
গোটা চাৰি পাঞ্চ খুন্দা তোৰ মুখে দিবো।।<br>
আৰু বহুতৰ খুন্দা তাৰ গালে দিলা।<br>
ভূমিত পাৰিয়া তাৰ বুকুত বহিলা।।<br>
শঙ্কৰৰ পদে মই পশিবো শৰণ।<br>
এহিবুলি আচাৰ্য্য উঠিলা তেতিক্ষণ।।

গুৰুগৃহত থাকোতে শঙ্কৰদেৱে অধ্যয়নত মনোযোগ দিছিল যদিও আগৰ খেলা ধুলা ভাববোৰ একেবাৰেই আঁতৰি যোৱা নাছিল। কেতিয়াবা গুৰুৱে নজনাকৈয়ো ছাত্ৰৰ লগত খেলিবলৈ গৈছিল। গুৰুৰ বাধাত কেতিয়াবা যাবও নোৱাৰিছিল।

শঙ্কৰ এদিন ঘৰলৈ গৈ আই খেৰসূতী নথকা অৱস্থাত জপাৰ পৰা এখন কাপোৰ আৰু এটা টকা চুৰ কৰি আনি গুৰুক ভেটি দি খেলিবলৈ গৈছিল। আই খেৰসূতীয়ে শঙ্কৰৰ খবৰ লবলৈ গুৰু গৃহলৈ যাওতে গুৰু মহেন্দ্ৰ কন্দলিয়ে সকলো কথা ভাঙ্গি পাতি কলে আৰু শঙ্কৰে দিয়া কাপোৰ টকা খেৰসূতীক চমজি দিলে। সন্ধ্যা সময়ত শঙ্কৰ ঘৰলৈ যাওতে বুঢ়ীমাকে সোধাত শঙ্কৰে আঁসে মাতিলে। সেইদিনা ঘৰত বুঢ়ী আই খেৰসূতী আৰু শঙ্কৰৰ মাজত হোৱা কথোপকথনত ৰাম চৰণ ঠাকুৰে এইদৰে প্ৰকাশিছে -

বুঢ়ীবোলে বাপু আজি শাস্ত্ৰ পঢ়িছিলা।
হাসিয়া বুঢ়ীক চাই শঙ্কৰে বুলিলা।।
পঢ়িছিলো মাত্ৰ মোৰ মুগুকৰে টান।
চান্দৰীক বোলে বুঢ়ী ঝান্তে তৈল আন।।
শুনি আথে বেথে চান্দৰীও তৈল আনি।
আগত দিলন্ত বোলে ঘষিয়ো গোসানী।।
শুনিয়া গোসানী পাছে হাতে তৈল লই।
শঙ্কৰৰ হাতত ধৰিলা তেবে গই।।
ৰহ বুলি গোসানী হাতত বাৰি ধৰি।
দেখিয়া শঙ্কৰে ত্ৰাসে কাম্পে তৰতৰি।।
বুঢ়ী বোলে উমলি ফুৰস সৰ্ব্বদায়।
পঢ়ন শুনন তোৰ কিছু কৰ্ম্ম নাই।।
টকা বস্ত্ৰ কি কাৰ্যে গুৰুক নিয়া দিলি।
মোহোৰ ঘৰৰ বস্ত্ৰ সকলো বিলাইলি।।
শঙ্কৰে বোলন্ত বুঢ়ী নাহো তোৰ ঘৰ।
টকা টকা কৰি ফু ৰ কিসক নমৰ।।
এহি বুলি শঙ্কৰে পাৰক আছাৰিলা।
হাতৰ এৰায়া পাছে লৰৰক দিলা।।

শঙ্কৰদেৱৰ কাৰ্য্যত বুঢ়ীয়ে মনত বৰদুখ পালে। ককাক জয়ন্ত, মাধৱে শঙ্কৰক চপাই আনি খুৱাই বুৱাই বঢ়াই বুজাই মৰম চেনেহেৰে কন্দলিৰ পাঠশালাত থৈ আহিলগৈ। পাঠশালাত নাম লগোৱাৰ এবছৰলৈকে শঙ্কৰদেৱৰ মনত ধেমালিৰ খেলাধুলাৰ ভাবে ক্ৰীয়া কৰিছিল যদিও ককাকহঁতে পুনৰ পাঠশালাত থৈ অহাৰ পাছত ধেমালি খেলাধুলা ভাব সম্পূৰ্ণ পৰিহাৰ কৰি একাণপতীয়া ভাবে গুৰুৰ শিক্ষাত মনোযোগ দিলে। কম দিনৰ ভিতৰতে অধ্যয়ন কৰি বেদ, শিক্ষা, কল্প, জ্যোতিষ, ব্যাকৰণ, নিৰুক্ত, কাব্য, তৰ্ক, শ্ৰুতি, স্মৃতি, মীমাংশা, সমস্ত পুৰাণ, ভাৰত আদি সমস্ত শাস্ত্ৰ অধ্যয়ন কৰি মহা পণ্ডিত হল। শঙ্কৰদেৱে মহেন্দ্ৰ কন্দলিৰ টোলত

পাঁচ বছৰ অধ্যয়ন কৰি সোতৰ বছৰ বয়সত ভৰি দিওতে শিক্ষা সাং কৰি গুৰু মহেন্দ্ৰ কন্দলিক সেৱা জনাই বিদায় লৈ আহি নিজ গৃহ বৰদোৱা পালেহি।

## যোগাভ্যাস ঃ-

মহেন্দ্ৰ কন্দলিৰ টোলত থাকোতে গুৰুজনাই যোগাভ্যাস কৰিছিল। পিছত ভক্তিৰ তত্ত্ব উপলব্ধি কৰি আধ্যাত্মিক সাধনাত যোগৰ প্ৰয়োজন নাই বুলি ভাবি তাক এৰি পেলায়।

এই যোগ অভ্যাস সম্পৰ্কত বিভিন্ন পণ্ডিতৰ বিভিন্ন মত দেখা যায়। আকৌ তেৰাই গুৰুগৃহত জ্ঞান আহৰণ কৰা কালো সকলোৱে একে নহয়। ৰাম চৰণৰ মতে সোতৰ বছৰ বয়সতে শঙ্কৰদেৱে গুৰু গৃহ এৰে; আচাৰ্য্য সংহতি অনুসৰি দহবছৰ কাল মহেন্দ্ৰ কন্দলিৰ টোলত গুৰুৱে অধ্যয়ন কৰিছিল। অন্যান্য পণ্ডিত আৰু জনশ্ৰুতি মতে ৰাম চৰণ ঠাকুৰে প্ৰকাশ কৰা "সোতৰ বছৰ বয়সত শঙ্কৰদেৱে গুৰু গৃহ এৰে" এইষাৰ কথাই গ্ৰহণযোগ্য যেন লাগে।

গুৰুৰ যোগ অভ্যাসৰ ক্ষেত্ৰত ৰামানন্দ দ্বিব্যৰ মতে শঙ্কৰদেৱে গুৰু গৃহৰ পৰা আহি যোগাভ্যাস কৰিছিল বুলিছে যদিও যোগঅভ্যাসৰ বয়স পোন্ধৰ বছৰ বুলিছে। দৈত্যাৰি ঠাকুৰৰ মতে গুৰুগৃহৰ পৰা উভতি আহি "যোগশাস্ত্ৰ পাইলা যায়। পৰলোক হিত সাধিবাক চিত্ত, ধৰিলা যোগ উপায়।" কিন্তু মহেন্দ্ৰ কন্দলিৰ টোলতে সকলো শাস্ত্ৰ অধ্যয়ন কৰি শঙ্কৰদেৱ অপ্ৰমাদী পণ্ডিত হোৱা বুলি সকলো চৰিত পুথি, সকলো পণ্ডিতে স্বীকাৰ কৰিছে। গতিকে গুৰু গৃহত যোগশাস্ত্ৰ অধ্যয়ন কৰিবলৈ বাকী থকা কথাটো বিশ্বাসযোগ্য নহয়।

দৈত্যাৰি ঠাকুৰে কোৱা মতে শঙ্কৰদেৱে যেতিয়া বৰদোৱা ত্যাগ কৰি গাংমৌত উপস্থিত হৈছিল তেতিয়ালৈকে যোগাভ্যাস কৰিছিল। জগদীশ মিশ্ৰই গাংমৌত গৈ যেতিয়া ভাগৱত পাঠ কৰি শুনালে তেতিয়াহে ভাগৱত তত্ত্ব উপলব্ধি কৰি যোগ অভ্যাস ত্যাগ কৰে। এই কথাও মানি লব নোৱাৰি। কাৰণ গুৰুজনাই গুৰুগৃহতে সকলো শাস্ত্ৰ অধ্যয়ন কৰি ভাগৱতৰ মূল তত্ত্ব "কৃষ্ণস্তু ভগৱান স্বয়ং" এই মূল তত্ত্ব আহৰণ কৰিছিল। দৈত্যাৰি ঠাকুৰৰ কথাই আৰু এটা ইঙ্গিত দিয়ে, জগদীশ মিশ্ৰই ভাগৱত জগন্নাথৰ পৰা ননালৈকে যেন অসমত ভাগৱত চৰ্চ্চাৰ কোনো গোন্ধ ভাপেই নাছিল। এনেকৈ ভাবিলে সত্যৰ অপলাপ কৰা হ'ব পাৰে।

আনহাতে জগদীশ মিশ্ৰক জগন্নাথে সপোনত দেখা দি শঙ্কৰদেৱৰ আগত

ভাগৱত পাঠ কৰিবলৈ পঠাওতে শঙ্কৰদেৱৰ জন্মস্থান বাসস্থান বৰদোৱালৈহে যাবলৈ কৈছিল আৰু সেইমতে মিশ্ৰই বৰদোৱালৈ আহি গুৰুজনাৰ ওচৰত ভাগৱত পাঠ কৰি শুনাইছিল। গতিকে গুৰুজনাক ভাগৱত পাঠকৰি শুনাবলৈ জগদীশ মিশ্ৰ বৰদোৱালৈ গৈছিল, গাংমৌলৈ নহয়।

## শঙ্কৰদেৱৰ সাংসাৰিক দায়িত্ব গ্ৰহণ ঃ-

শঙ্কৰদেৱে গুৰুগৃহত অধ্যয়ন কৰি থকা সময়লৈকে ককাদেউতাক জয়ন্ত দলৈয়ে ৰাজকাৰ্য্য চলাই আছিল। গুৰুজনা মহেন্দ্ৰ কন্দলিৰ ওচৰত শিক্ষা সাং কৰি উভতি অহাৰ লগে লগে জয়ন্ত দলৈয়ে গুৰু পিতৃৰ সকলো দায়িত্ব শঙ্কৰদেৱক অৰ্পণ কৰিলে আৰু শঙ্কৰে পিতৃৰ সমান দক্ষতাৰে সেই দায়িত্ব পালন কৰিছিল "পিতৃৰ সমান ভূএগ প্ৰসিদ্ধ ভৈলন্ত।" কম বয়সতে সকলো কাৰ্য্য সুচাৰুৰূপে পৰিচালনা কৰা বাবে বংশ পৰিয়াল ইষ্ট কুটুম সকলোৱে সন্তোষ পালে আৰু তেওঁক নামকাঢ়ি মাতিবলৈ ভাল নেপায় ডেকাগিৰী বুলি সম্বোধন কৰিছিল। কোনো কোনোৰ মতে শঙ্কৰদেৱৰ উপৰি পুৰুষসকলৰ কোনো জনেই ইমান কম বয়সত শিৰোমণি ভূএগৰ দায়িত্ব পোৱা নাছিল। শঙ্কৰদেৱে সোতৰ বছৰ বয়সতে এই শিৰোমণি ভূএগৰ দায়িত্ব গ্ৰহণ কৰা কাৰণে সকলোৱে "ডেকাগিৰী" বুলি সম্বোধন কৰিছিল।

# শিৰোমণি ভূএগ শঙ্কৰদেৱৰ ধৰ্মকাৰ্য্য আৰম্ভ

## চিহ্নযাত্ৰা নাটক ঃ-

শঙ্কৰদেৱে সুখ্যাতিৰে ৰাজকাৰ্য্য চলাই ওঠৰ বছৰ অতিক্ৰম কৰি ঊনৈশ বছৰত ভৰি দিলে। মহাপুৰুষ শঙ্কৰদেৱে গুৰুগৃহত শিকি অহা সপ্ত বৈকুণ্ঠ, বৈকুণ্ঠৰ কল্পতৰু ভাগৱত তত্ত্ব, বৈকুণ্ঠ পতি শ্ৰীকৃষ্ণৰ লীলাৰ কথা জ্ঞাতি বন্ধু ইষ্ট কুটুম্ব সকলোৱে শুনিছিল। এদিন জয়ন্ত, মাধৱ, বুঢ়াখাঁ, (শঙ্কৰৰ পেহা) ৰাম ৰাম, কৰ্ণপুৰ, চতুৰ্ভুজ আৰু অন্যান্য ভূএগসকল শঙ্কৰদেৱৰ ওচৰলৈ গ'ল। কিয় আহিল বুলি গুৰুৱে সোধাত বুঢ়াখাই কলে "তুমি সৰ্ব্বশাস্ত্ৰ বিশাৰদ, তুমি আদি কাৰণ, আমি সপ্ত বৈকুণ্ঠৰ চিহ্নচাব খোজো আমাক দেখুৱাব লাগে।" সমস্ত লোকৰ হৰিষ বিস্তৰ বৈকুণ্ঠক দিয়োক গঢ়ি।" জ্ঞাতি ইষ্ট মিত্ৰৰ মনোবাঞ্ছা পূৰণাৰ্থে গুৰুৱে কলে, "তোমাসাৰ বাক্যে, সত্যে সত্যে সত্যে দেখাইবো বৈকুণ্ঠপুৰ চিহ্ন নামে যাত্ৰ, কৰিবো

প্ৰচাৰ হৰিষ পাইবা প্ৰচুৰ।” বুলি সকলোকে আশ্বাস দিলে। লগে লগে গুৰুজনাই চিহ্নযাত্ৰা ভাওনাৰ প্ৰয়োজনীয় সকলো সম্ভাৰ যোগাৰ কৰিলে। “চিহ্ন” অৰ্থাৎ সপ্ত বৈকুণ্ঠৰ চিহ্ন তুলাপাতত হেঙুল হাইতেল বোলাই আঁকিলে।

এই খিনিতে এটা কথা উল্লেখ কৰা হওঁক- কোনো কোনো পণ্ডিতে চিহ্নযাত্ৰা নাটক শঙ্কৰদেৱে প্ৰথম তীৰ্থ ভ্ৰমণৰ পাছত কৰিছে বুলি কয়। লক্ষ্মীনাথ বেজবৰুৱাই গুৰুজনাই প্ৰথম তীৰ্থ ভ্ৰমণৰ আগতে চিহ্ন যাত্ৰা ভাওনা কৰিছে বুলি কৈছে যদিও নামঘৰ প্ৰতিষ্ঠাও চিহ্নযাত্ৰাৰ আগত বুলিছে। আচলতে চিহ্নযাত্ৰা ভাওনা ৰভাঘৰ সাজিহে কৰিছিল। চিহ্নযাত্ৰাৰ পাছত ভকত, দৰ্শকৰ ভিৰ বেছি হোৱাত গুৰু বাসস্থান আদিত ঠাই অভাৱ হোৱাত স্থায়ী ভাৱে নামঘৰ মণিকুট প্ৰতিষ্ঠা কৰি লয়। ড° মহেশ্বৰ নেওগ ডাঙৰীয়াই সম্ভৱ কথা গুৰু চৰিতকে সমৰ্থন কৰি চিহ্নযাত্ৰাৰ কাল প্ৰথম তীৰ্থ ভ্ৰমণৰ পাছত বুলিহে সমৰ্থন কৰে। তথাপিয়ো ড° নেওগে এই দৰেহে প্ৰকাশ কৰিছে -“ৰামচৰণ ঠাকুৰৰ চৰিত মতে ঊনৈশ বছৰ বয়সত এই ভাওনা আৰু বিয়াৰ আগতে একৈশ বছৰ বয়সত ফাকুৱা উৎসৱ প্ৰবৰ্ত্তনৰ কথা বিশ্বাস কৰিব লগীয়া নহয় যেন লাগে।” আৰু প্ৰকাশ কৰিছে “গুৰুজনাই গুৰুগৃহত ছাত্ৰৰূপে যি কাব্য আৰু নাটকৰ জ্ঞান আহৰণ কৰিছিল, আৰু বাৰ বছৰ তীৰ্থ ভ্ৰমণত যি অভিজ্ঞতা লভিছিল তাৰ ওপৰতে ভিত্তি কৰি চিহ্ন নামে প্ৰথম অঙ্ক বা নাট লিখি তাৰে যাত্ৰা বা ভাওনা কৰে।” কথা গুৰু চৰিত মতে গুৰুজনাই বৰদোৱা পৰিত্যাগ কৰাৰ আগে আগেহে চিহ্নযাত্ৰা ভাওনা কৰিছিল। বৰদোৱা চৰিততো কথা গুৰু চৰিত মতেই প্ৰকাশ কৰিছে। কোনো কোনোৱে চিহ্নযাত্ৰা নামে এখন নাটক ৰচনা হোৱাই নাছিল বুলি কয়। ড° নেওগ ডাঙৰীয়াৰ মতে শঙ্কৰদেৱে তীৰ্থভ্ৰমণ কৰি উত্তৰ ভাৰতত প্ৰচলিত যাত্ৰা বা নাটকীয় অনুষ্ঠানৰ প্ৰভাৱতে চিহ্নযাত্ৰাৰ সৃষ্ট বা উদ্ভুত আৰু গুৰুজনাৰ কৃষ্টি-কলা, নৃত্য-গীত, ধৰ্ম-সংস্কৃতি সকলোবোৰ অসমৰ বাহিৰৰ পৰা অহা প্ৰভাৱতেহে গঢ়ি উঠিছে।

উল্লেখযোগ্য যে, শঙ্কৰদেৱৰ বংশত তেৰাৰ উপৰি পুৰুষৰ দিনৰ পৰা সংগীত কলা চিত্ৰকলাৰ চৰ্চ্চা হৈ আহিছিল তাত সন্দেহ নাই। ৰুক্মিণী হৰণ কাব্যত আত্ম পৰিচয় দিওতে শঙ্কৰদেৱ “বংশতে প্ৰখ্যাত গন্ধৰ্ব্ব সাক্ষাৎ জগতে বখানে যাক” বুলি পিতাক কুসুম্বৰৰ সঙ্গীত কলা বিষয়ত পাৰদৰ্শিতাৰ কথা উল্লেখ কৰিছে। গুৰুজনাৰ পূৰ্ব্বকালতো বিশেষকৈ দেৱদেৱীৰ মন্দিৰ সমূহত বিভিন্ন পূজাপাৰ্ব্বনত ওজা পালি নৃত্য, দেওধনী নাচ, নটীনাচ, গীত আদিৰ প্ৰচলন আছিল। এই নৃত্য

সমূহৰ শিক্ষা কেন্দ্ৰ আছিল নাটকাচল পৰ্বত। আনকি শঙ্কৰদেৱৰ ধাই মাতৃ চান্দেৰী বুঢ়ীয়ে বৈকুণ্ঠৰ পটত কল্পতৰু বৃক্ষজোপা কোনখিনিত হ'ব তাকো দেখুৱাব পাৰিছিল। এয়াই শঙ্কৰদেৱৰ পৰিয়ালৰ লগত থকা লোকৰ পূৰ্ব্ব অভিজ্ঞতাৰ পৰিচয় দিয়ে।

আমি আগত উল্লেখ কৰি আহিছো মহাপুৰুষ শঙ্কৰদেৱ গুৰুগৃহতে সৰ্ব্বশাস্ত্ৰ বিষাৰদ অপ্ৰমাদী পণ্ডিত ৰূপে সৰ্ব্বজন স্বীকৃত হৈছে, গুৰুৰ গৃহতে কাব্য, নাট আদি সমন্ধে পূৰ্ণজ্ঞান লাভ কৰিছিল। এনে এজন মহাপুৰুষে পশ্চিমৰ আদৰ্শৰেহে চিহ্নযাত্ৰা ভাওনাৰ সৃষ্টি কৰিছে বোলাৰ কোনো যুক্তি থাকিব নোৱাৰে। মুঠতে "চিহ্ন যাত্ৰা" নাটক গুৰুজনাৰ মৌলিক চিন্তাৰ বস্তু, তাত অসমৰ বাহিৰৰ পশ্চিমৰ প্ৰভাৱ নাই আৰু গুৰুজনাৰ প্ৰথম তীৰ্থযাত্ৰাৰ আগতে এই নাটক ভাগ 'অভিনীত হৈছে, তাত সন্দেহ নাই।

গুৰুজনাই চিহ্নযাত্ৰাৰ উদ্যোগ কৰি প্ৰথমে তুলা পাতত হেঙুল হাঁইতেলে সপ্ত বৈকুণ্ঠৰ চিত্ৰ আকোঁতে কল্পতৰু বৃক্ষজোপা কোনখিনিতহ'ব থিৰাং কৰিব নোৱাৰি ৰোৱা দেখি ওচৰতে চোতালত ধান লৰাই থকা গুৰুৰ তোলনীয়া ধাই চান্দেৰী বুঢ়ীয়ে দেখা পাই ওচৰলৈ আহি দেখুৱাই দিয়াত গুৰুৱে বৰ আনন্দ পালে আৰু বুঢ়ীক প্ৰশংসা কৰিলে। নাটকৰ প্ৰয়োজনীয় সূত্ৰ নৃত্য শ্লোক ভটিমা, গীত, ৰাগ, বাদ্যৰ সৃষ্টি কৰি তাল মান সংযোগ কৰি ৰভাঘৰ সজাই মুকলি মঞ্চত নাটক অভিনয়ৰ আয়োজন কৰিলে। অভিনয়ত বাদ্যৰ প্ৰয়োজন বোধ কৰি কপিলীমুখৰ কুমাৰৰ হতুৱাই মৃদঙ্গৰ আৰ্হিৰে বেএগা তেৰ আঙুল, দাইনা ন আঙুল জোখ দি ছালেৰে ছোৱাই ঘূণ দি, বৰতিৰে বান্ধি গণকাই খোল তৈয়াৰ কৰালে, নামনি অসমৰ কঁহাৰৰ হতুৱাই খুতি তাল, পাটি তাল, তাল, ভোৰ-তাল গঢ়ালে, ছোঁ ঘৰ, ছোঁমুখা সজাই অভিনয়ৰ প্ৰয়োজনীয় সা-সৰঞ্জাম প্ৰস্তুত কৰালে, ৰভাঘৰত আঁৰ কাপোৰ আগ্নিগড় (তাত সপ্ত শলাদি) আঁৰিয়া, ভোটাৰে মঞ্চ সজাই তুলিলে, কৈটাখাক বায়ন আৰু নিত্যানন্দ, ভোবোৰা দামোদৰক গায়ন পাতিলে। অভিনয়ৰ আগ দিনা গায়ন বায়ন জোৰা তুলি গাণিকাৰে জোৰণি জুৰিলে, সভামঞ্চ লোকে লোকাৰণ্য হ'ল। চাহিনী, ধুমুহী, সৰু ধেমালি, বৰধেমালি, চোক ধেমালি, দেৱধেমালি বজাই, গুৰুঘাট, ঘোষা ধেমালি বজাই, ঘোষা গাই মঙ্গল বাদ্যৰে অভিনয়ৰ আৰম্ভণি সূচালে আৰু অভিনয় দৰ্শনৰ প্ৰতি সকলোৰে আগ্ৰহ জগাই তুলিলে।

ঘোষাৰ অন্তত শঙ্কৰদেৱে নিজে সূত্ৰধাৰহৈ নান্দীশ্লোক গাই ৰাগ দি সকলোৰে মঙ্গল কামনা কৰিলে। ইয়াৰ পাছত তিমিৰ ৰাগ আৰু বায়ুমণ্ডলীৰ ৰাগেৰে পূৰণি সৃষ্টিৰ

প্ৰলয় আৰু নতুন সৃষ্টিৰ আৰম্ভণি সূচালে দৰ্শক সকলৰ আগত সপ্ত বৈকুণ্ঠৰ চিত্ৰ পট মুকলি কৰাৰ লগে লগে দৃশ্য চাই সকলোৱে তবধ মানিলে। লোকে লোকাৰণ্য, সমাজ কাঁহ পৰি জীণ গ'ল। কেনিও সাৰি শব্দ নাই, অলপ সময়ৰ পাছত "জয় শঙ্কৰদেৱ" বুলি কেউফালৰ পৰা জয় ধ্বনি আহিব ধাৰিলে। গুৰুজনাৰ প্ৰতি যেন সকলোৱে শিৰ দোঁ খালে।

প্ৰবাদ আছে - এনেকৈয়ে নৃত্য গীতেৰে চিহ্নযাত্ৰা নাটক সাতদিন সাত ৰাতি চলিছিল তথাপিয়ো দৰ্শকৰ ভিৰ কমা নাছিল। দৰ্শকে এদিন এৰাতি বুলিহে ভাবিছিল। শঙ্কৰদেৱে ৰঘুপতি ৰজকৰ পুত্ৰ চিদাক লক্ষ্মীৰ ভাও দি অন্যান্য কায়স্থ ব্ৰাহ্মণ সকলক ভাৱত সমান স্থান দি সামাজিক ঐক্য আৰু অস্পৃশ্যতা দূৰীকৰণৰ নিদৰ্শন ডাঙি ধৰিলে। সপ্ত বৈকুণ্ঠৰ চিত্ৰ পট মেলি ধৰাৰ পাছত সাত বৈকুণ্ঠৰ সাতজন নাথ আৰু ছগৰাকী লক্ষ্মীয়ে প্ৰৱেশ কৰিলে শঙ্কৰদেৱ নিজে সপ্তম বৈকুণ্ঠৰ ঈশ্বৰৰূপে অভিনয়ত অৱতীৰ্ণ হ'ল। শঙ্কৰদেৱে নাৰায়ণৰ ৰূপলৈ, গৰুড়ৰ মুখা পিন্ধা সৰ্বজয়ে পঙ্কজ বৈকুণ্ঠত প্ৰবেশ দিলে। ৰাম ৰামে সূত্ৰচিয়ালে। শঙ্কৰে নটুৱা সকলৰ মাজত নাচিবলৈ ধৰিলে। আন এখন বৈকুণ্ঠত ৰাম ৰাম নাৰায়ণ হল। শঙ্কৰে সূত্ৰ গালে। পিছত শঙ্কৰদেৱ আৰু ৰাম ৰামে সূত্ৰশ্লোক ভটিমা গায় গায়ন বায়ন গীতৰ সহায়ত সপ্ত বৈকুণ্ঠৰ বৰ্ণনা দিগল, এনেকৈয়ে অভিনয়ৰ কাম শেষ হল। অভিনয়ৰ শেষত অভিনয় মঞ্চতে উপস্থিত থকা শঙ্কৰদেৱৰ শিক্ষাগুৰু মহেন্দ্ৰ কন্দলিক সেৱা জনাবৰ কাৰণে শঙ্কৰদেৱ কন্দলিৰ ওচৰত উপস্থিত হল। কন্দলিয়ে শঙ্কৰদেৱক ঈশ্বৰজ্ঞান কৰি সেৱা কৰিবলৈ নিদি নিজেহে সেৱা জনাই সমাজত ঘোষণা ৰিলে "শুনা সভাসদ বোলো নিশ্চয় বচন, শঙ্কৰদেৱত মই পশিলোঁ শৰণ।" উচ্চস্বৰে আকৌ ব্ৰাহ্মণ পণ্ডিত সকলক সম্বোধন কৰি কলে -

"শুনা কৰ্ণপূৰ চতুৰ্ভুজ দুয়োজন।<br>
নৰোত্তম বৃদ্ধতুমি পণ্ডিত গহন।।<br>
উৰ্দ্ধবাহু কৰি মই কৰো অঙ্গীকাৰ।<br>
শঙ্কৰত পৰে গুৰু নাহিকে আমাৰ।।<br>
শূদ্ৰবুলি যিটো পাপী কৰে তিৰস্কাৰ।<br>
তাহাৰ ব্ৰাহ্মণ জন্ম আচোক ধিক্কাৰ।।

# মহেন্দ্ৰ কন্দলিৰ প্ৰমুখে ব্ৰাহ্মণ সকল আৰু বুঢ়াখা প্ৰমুখ্যে ভূঞাসকলৰ শৰণ গ্ৰহণ ঃ-

মহেন্দ্ৰ কন্দলিৰ সিদ্ধান্তকে সকলোৱে সাৰোগত কৰি ৰামৰাম, নৰোত্তম, কৰ্ণপূৰ, চতুৰ্ভুজ, কবিৰত্ন, বিদ্যাৰত্ন, ৰাম সৰস্বতী, মহেন্দ্ৰ কন্দলি আদি ব্ৰাহ্মণ পণ্ডিতসকলে শঙ্কৰদেৱক গুৰুমানি শৰণ প্ৰাৰ্থনা কৰিলে।

চিহ্ন যাত্ৰা দেখি সকলো ৰাইজৰ অন্তৰত শঙ্কৰৰ প্ৰতি ভক্তি উপজিল আৰু তেৰাৰ জীৱনতো ডাঙৰ পৰিবৰ্ত্তন ঘটিল। শঙ্কৰ ভূঞা ভক্তি ধৰ্ম্ম সংস্থাপক গুৰুত পৰিণত হ'ল।

ব্ৰাহ্মণ পণ্ডিতসকলৰ বাহিৰেও বুঢ়াখাঁ, সৰ্ব্বজয়, বলোৰাম, শ্ৰীৰাম, জয়ৰাম, হৰিদাস বনিযা, হৰিহৰ আদি ভূঞা বৰলোক, উবলা, বনৰা, ধ্বজা, মাধৱী, চাঁন্দৰী আদিযেও শৰণ প্ৰাৰ্থনা কৰিলে। শঙ্কৰদেৱে গুৰু আসনত উপবিষ্ট হৈ শৰণ দিবলৈ অস্বীকাৰ কৰি পাছদিনা মাতি পঠালে। বেদত 'ন তস্য প্ৰতিমা অস্তি হিৰণ্যগৰ্ভ পুৰুষ ইত্যেষঃ" বুলি কোৱাৰ দৰে শঙ্কৰদেৱৰ মতেও পৰমেশ্বৰ মূৰ্ত্তিশূন্য। তেৰাই ৰাতিটোৰ ভিতৰতে দশম পুৰাণৰ শ্লোকৰ মৰ্ম্ম উদ্ধাৰ কৰি "উদ্ধৱ সংবাদ" পুথি ৰচনা কৰিলে। পিছদিনা পুৱা শৰণ লবৰ কাৰণে ব্ৰাহ্মণ পণ্ডিত সকল আৰু ভূঞাসকল আহি উপস্থিত হ'ল। "উদ্ধৱ সংবাদ" পুথি থাপনাত স্থাপন কৰি শৰণাৰ্থী সকলক থাপনাত দণ্ডৱতে প্ৰাণিপাত কৰাই নিজে উপদেশদাতা গুৰু হিচাবে শৰণাশ্ৰয়ী সকলক গুৰু, দেৱ, নাম, ভকত চিনাই দিলে আৰু উপনিষদ, গীতা, ভাগৱতৰ মূল প্ৰতিপাদ্য কৃষ্ণত শৰণ কৰালে।

এইদৰে হৰি ভক্তিৰ হাট পাতি ৰামকৃষ্ণ নাম বিলাই ভকতৰ কল্পতৰু শ্ৰীমন্ত শঙ্কৰদেৱ কৃপাল গুৰুৰূপে স্বীকৃত হল। বৰদোৱা চৰিতত শঙ্কৰদেৱ পঢ়াশালিলৈ যোৱাৰ আগতে ব্ৰজাৰাম আতৈয়ে আৰু পঢ়াশালিত থাকোতে ৰাঘৱাচাৰ্য্যই শৰণ লোৱাৰ কথা আছে। এয়াও বিশ্বাসযোগ্য নহয় যেন লাগে।

যি কি নহওক ব্ৰহ্মাণ পণ্ডিত সকলে শূদ্ৰ শঙ্কৰত শৰণ লোৱাত এচাম ৰক্ষণশীল কৰ্ম্মকাণ্ডী ব্ৰাহ্মণ বিদ্ৰোহী হৈ শূদ্ৰই ব্ৰাহ্মণক কেনেকৈ মন্ত্ৰদান কৰিব পাৰে বুলি প্ৰশ্ন তুলি সমাজত খেলি মেলি লগাবলৈ চেষ্টা কৰিলে।

শঙ্কৰদেৱে প্ৰমাণ কৰি দেখুৱালে যে "বেদত যাগ যজ্ঞ পূজা হোম আদি কৰ্ম্ম মাৰ্গৰ যি বিধি মন্ত্ৰ আছে সেই মন্ত্ৰহে ব্ৰাহ্মণক শূদ্ৰই দান কৰা অধিকাৰ নাই।

কিন্তু চতুৰ্বৰ্ণৰ লোককে ভগৱন্তৰ সাধন নাম মন্ত্ৰ বস্তু দান কৰা বিষয়ত শাস্ত্ৰৰ কোনো বাধা নাই। আনকি শাস্ত্ৰত প্ৰত্যেক শ্ৰেণীৰ লোকৰ কাৰণে সুকীয়া সুকীয়া কৰ্ম্মৰ বিধান থাকিলেও ঈশ্বৰ উপাসনা নাম কীৰ্ত্তন সম্পৰ্কত সকলোৰে সমান অধিকাৰ দিয়া হৈছে।" শঙ্কৰদেৱে সমাজত সোমোৱা কপট ৰক্ষণশীল মনোভাৱ দূৰ কৰি সকলোৰে সম অধিকাৰ দান কৰিলে।

## কীৰ্ত্তন ঘৰ নিৰ্ম্মাণ ঃ-

আগত উল্লেখ কৰা হৈছে মহাপুৰুষ শঙ্কৰদেৱে ৰভাঘৰ সাজি চিহ্নযাত্ৰা অভিনয় কৰিছিল-ধৰ্মীয় কোনো স্থায়ী ঘৰ নাছিল। চিহ্নযাত্ৰা অভিনয়ৰ পাছত ভকত বৈষ্ণৱসকলৰ ভিৰ বেচি হোৱাত গুৰু গৃহত ঠায়ে নোজোৰা হয় আৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতিভা, ঐশ্বৰিক পুৰুষৰ কথা কেউফালে বিয়পি পৰে। চৰিত পুথিত প্ৰকাশ শৰণৰ আগতে মহেন্দ্ৰ কন্দলি আৰু ৰাম ৰাম গুৰুৱে সপোনত শঙ্কৰদেৱক ঈশ্বৰৰূপে দৰ্শন কৰি তেওঁত শৰণ লোৱাৰ কথা ভাবিছিল। নাম কীৰ্ত্তন, উপাসনা শাস্ত্ৰালাপ আদিৰ কাৰণে গুৰুজনাই ভূঞা সকলৰ লগত আলোচনা কৰি কীৰ্ত্তন ঘৰ সাচিবৰ কাৰণে আঁচনি কৰিলে। ভূঞাসকল আৰু জ্ঞাতি কুটুম্বৰ সহযোগত নিজে স্থান চাইচিতি জোখ মাখ দি সপ্ত বৈকুণ্ঠৰ আৰ্হিৰে প্ৰথম তীৰ্থ ভ্ৰমণৰ আগতে বৰদোৱাত সাত খোঁটালী যুক্ত কীৰ্ত্তন ঘৰ নিৰ্ম্মাণ কৰিলে। ৰামচৰণ ঠাকুৰ গুৰুচৰিত, বেজবৰুৱাৰ মতে, বৰদোৱা চৰিত মতে প্ৰথম তীৰ্থ ভ্ৰমণৰ আগতে শঙ্কৰদেৱে কীৰ্ত্তনঘৰ প্ৰতিষ্ঠা কৰিছে। আকৌ কোনো চৰিত পুথিমতে প্ৰথম তীৰ্থ ভ্ৰমণৰ পিছতহে গুৰুজনাই কীৰ্ত্তন ঘৰ প্ৰতিষ্ঠা কৰিছে বুলি কয়। কিন্তু সকলো চৰিত পুথিয়ে কীৰ্ত্তন ঘৰৰ ভেটি বান্ধোতে চতুৰ্ভুজ বিষ্ণুমূৰ্ত্তি পায় বুলিছে। প্ৰথম তীৰ্থ ভ্ৰমণৰ আগতে শঙ্কৰদেৱে কীৰ্ত্তন ঘৰ প্ৰতিষ্ঠা কৰাটোহে সত্য যেন ধাৰণা হয়।

এই খিনিতে এটা কথা উল্লেখ কৰা হওক ৰামচৰণ ঠাকুৰে দুবাৰ বৰদোৱাত কীৰ্ত্তন ঘৰ সজা কথা কৈছে। কিন্তু দ্বিতীয়বাৰ কীৰ্ত্তন ঘৰ সজোতে প্ৰথমে সজা কীৰ্ত্তন ঘৰৰ অৱস্থাৰ কোনো কথা উল্লেখ কৰা নাই। অন্য কোনো চৰিত পুথিয়ে দুবাৰ কীৰ্ত্তন ঘৰ সজাৰ কথা কোৱা নাই। গতিকে বৰদোৱাত দুবাৰ কীৰ্ত্তন ঘৰ সজা কথাটো সত্য নহয় বুলি কলে বোধকৰো ভুল কৰা নহব।

ডঃ নেওগ ডাঙৰীয়াই প্ৰকাশ কৰিছে "শঙ্কৰৰ উপৰি পুৰুষ চণ্ডীবৰে প্ৰথমতে লেঙ্গামাগুৰিৰ পৰা আহি বৰদোৱাত বসতি কৰে, কিন্তু দেশ বিভ্ৰাটত বৰদোৱা এৰি ভূঞাসকল আলিপুখুৰীলৈ গৈছিল।" কথা গুৰু চৰিতত আছে বাৰভূঞাসকল লেঙামাগুৰিৰ পৰা আহি কঠাৰডুবিত বাৰবছৰ থকাৰ পাছত আলিপুখুৰী গাঁও পাতি তাতে বসতি কৰি থাকিল। এই আলিপুখুৰীতে শঙ্কৰদেৱৰ জন্ম বুলিছে। কোনো কোনোৰ মতে ভূঞাসকলে লেঙামাগুৰিৰ পৰা আহি বৰদোৱাত বসতি কৰে, কছাৰীৰ উপদ্ৰৱত থাকিব নোৱাৰি আলি পুখুৰীলৈ যায়, শঙ্কৰৰ বিশবছৰ বয়সত আলিপুখুৰীৰ পৰা আকৌ বৰদোৱালৈ যায়, শঙ্কৰদেৱে প্ৰথম তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওতে বৰদোৱা এৰি জয়ন্ত, মাধৱ প্ৰমুখ্যে ভূঞাসকল আকৌ আলিপুখুৰীলৈ যায়। শঙ্কৰদেৱ তীৰ্থ ভ্ৰমণৰ পৰা আহি আলি পুখুৰীত সোমায়। ভূঞাসকলে সঘনাই ঠাই সলাই থকাটো বিশ্বাসযোগ্য নহয়। মুঠতে চণ্ডীবৰে প্ৰথমে আহি টেম্বুৱানীত বসবাস কৰে, তাত আলিপুখুৰী খন্দাই চকুত লগা চহৰ নিৰ্ম্মাণ কৰা কাৰণে টেম্বুৱানীৰ নামেই আলিপুখুৰী হয় এই ঠায়েই কালক্ৰমত বৰদোৱা নামে জনাজাত হয়।

## চতুৰ্ভুজ বিষ্ণুমূৰ্ত্তি ঃ-

কীৰ্ত্তনঘৰ নিৰ্ম্মাণৰ বাবে ভেটি বান্ধিবলৈ মাটি খান্দোতে শঙ্কৰদেৱে মাটিৰ তলত এখন চতুৰ্ভুজ বিষ্ণু মূৰ্ত্তি পালে। আনন্দতে মূৰ্ত্তিখন শঙ্কৰদেৱে তুলি লৈ বাল্যবন্ধু অতি প্ৰিয় আজীৱন সঙ্গী ৰাম ৰামক দেখুৱাই কলে -

পূজিবা ঈশ্বৰ ঐত পূৰ্ণ হৈব কাম।

দেৱী পূজা এৰি সবে লৈব কৃষ্ণ নাম।।

গুৰুজনাৰ এই কথাৰ আলমলৈ মহাপুৰুষীয়া ধৰ্ম বিৰুদ্ধী কোনো পণ্ডিতে নামধৰ্মতে মূৰ্ত্তি পূজাৰ ব্যৱস্থা আছে বুলি কব খোজে। প্ৰকৃততে দেৱদেৱীৰ উপাসক সকলক কৃষ্ণ (বিষ্ণু) ভক্তিৰ জৰিয়তে একশৰণ নামধৰ্মলৈ আনিবৰ বাবেহে শঙ্কৰদেৱে বিষ্ণুমূৰ্ত্তি প্ৰতিষ্ঠা কৰিছিল, এই কথা ওপৰত উল্লেখ কৰা পদৰ দ্বিতীয় শাৰীয়ে কৈছে। শঙ্কৰদেৱৰ প্ৰচাৰিত নামধৰ্মই যেতিয়া মানুহৰ মন আকৰ্ষণ কৰিলে, কৃষ্ণ ভক্তিত আপ্লুত হল তেতিয়া কৰ্ম্মকাণ্ডী ব্ৰাহ্মণসকলৰ জীৱিকাৰ পথত বাধাৰ সৃষ্টি হল। কৰ্ম্মকাণ্ডী সকলেও নানা জাকজমকতাৰে দেৱ দেৱীৰ পূজাৰ প্ৰাদুৰ্ভাব বঢ়াবলৈ চেষ্টা কৰিলে। আনকি শঙ্কৰদেৱত শৰণ গ্ৰহণকাৰী সকলৰ কেতবোৰ

পণ্ডিতৰ মনৰ পৰাও মূৰ্ত্তি পূজাৰ আগ্ৰহ সমূলি নাইকিয়া হোৱা নাছিল। এই বোৰলৈ লক্ষ্য কৰি গুৰুজনাই সিদ্ধান্ত দিলে -

ব্ৰাহ্মণ সবক দ্বেষ্য কৰিবাক
আমাৰ নুহি উচিত।
কৃষ্ণৰ ভকতি পন্থক বিপ্ৰৰ
মুখত কৰোঁ বিদিত।।

শঙ্কৰদেৱে সেই চতুৰ্ভুজ বিষ্ণুমূৰ্ত্তি দেৱ গৃহত প্ৰতিষ্ঠা কৰাই ৰামৰাম গুৰুৰ দ্বাৰা পূজা কৰাব ধৰিলে। শঙ্কৰদেৱে বৰদোৱাত প্ৰতিষ্ঠা কৰা সেই বিষ্ণুমূৰ্ত্তি আৰু পিছত ধুৱাঁহাটাত প্ৰতিষ্ঠা কৰা জগন্নথ মূৰ্ত্তিৰ তাৎপৰ্য্য গুৰুজনাৰ পিছৰ জীৱনৰ গ্ৰন্থনিমি নৱসিদ্ধ সংবাদত উল্লেখ কৰিছে -

একে প্ৰতিমাতে মাত্ৰ আৰাধে হৰিক। ------।।
সেইজন জানিবাহা প্ৰকৃত ভকত।
আৰূঢ় হৈ আছে তেহোঁ ভক্তিৰ পথত।।
অনুক্ৰমে উত্তম হৈবেক সিয়োজন।
একোমতে নোহে জানা নিন্দাৰ ভাজন।।

তেৰাই উপলব্ধি কৰিছিল ভক্ত উত্তম অৱস্থা প্ৰাপ্ত হলে কৃষ্ণ মূৰ্ত্তি পূজাও আপোনা আপুনি ত্যাগ কৰিব। মহাপুৰুষীয়া ধৰ্মত মূৰ্ত্তিপূজাৰ স্থান নাই। গুৰুজনাই বিৰুদ্ধ বাদী সকলক নিজ ধৰ্মমতলৈ আকৰ্ষণ কৰিবৰ কাৰণে সময় বিশেষে বিষ্ণু মূৰ্ত্তি প্ৰতিষ্ঠা কৰিলেও শেষ বয়সত একমাত্ৰ নাম কীৰ্ত্তনৰ বাহিৰে কোনো ধৰ্মপ্ৰক্ৰিয়া প্ৰৱৰ্ত্তন কৰা কথা ক'তো উল্লেখ নাই।

মহাপুৰুষ শঙ্কৰদেৱে কীৰ্ত্তন ঘৰ বা নামঘৰ নিৰ্ম্মাণ আৰু ব্ৰাহ্মণ সকলৰ দেৱ দেৱীৰ পূজা সেৱাৰ পৰিবৰ্ত্তে কৃষ্ণভক্তি ধৰ্মলৈ মন আকৰ্ষণ কৰিবৰ কাৰণে দেৱ গৃহত বিষ্ণুমূৰ্ত্তি স্থাপনৰ সময়ত গুৰুজনাৰ বয়স কুৰি বছৰ বুলি ৰামচৰণ ঠাকুৰৰ গুৰু চৰিতত প্ৰকাশ কৰিছে আৰু চিহ্নযাত্ৰা অভিনয়, প্ৰথম শৰণ দান কামো উনৈশ বছৰত বুলিছে। ড° নেওগ ডাঙৰীয়াই চিহ্নযাত্ৰা আৰু প্ৰথম শৰণৰ কাম প্ৰথম তীৰ্থ ভ্ৰমণৰ পিছত বুলিছে। এই বিষয়ত ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতৰ কথা শুদ্ধ বুলি অনুমান হয়।

## আদ্য ৰচনা হৰিচন্দ্ৰ উপাখ্যান ঃ-

নামঘৰ নিৰ্ম্মাণৰ পাছত গুৰুজনাই ধৰ্মকাৰ্য্যত বিশেষ ভাবে মনোনিবেশ কৰিলে। মাৰ্কণ্ডেয় পুৰাণৰ পৰা প্ৰথমে কাপ ধৰি হৰিচন্দ্ৰ উপাখ্যান কৰিছে -"ভকতিৰ চাৰি খুন্টা মাৰি সেৱকলৈ।" ছাত্ৰশালাতে হৰিচন্দ্ৰ উপাখ্যান ৰচনা কৰি ভক্তি পন্থৰ নিৰ্দেশ কৰে বুলি কথা গুৰুচৰিতত আছে। পাটবাউসীত থাকোতেও গুৰুজনে হৰিচন্দ্ৰ উপাখ্যানৰ কথা এইদৰে কৈছিল-"ভকতিৰ চাৰিখুটি মাৰি পুথিখনি কৈলো।" হৰিচন্দ্ৰ উপাখ্যানৰ ৰচনাৰ কাল সম্পৰ্কে চৰিত পুথি সমূহ একমত নহয় যদিও এৰৈশ বছৰ বয়সৰ পূৰ্ব্বে বুলি ঠাৱৰ কৰিব পাৰি। কলিত সংসাৰ তৰণৰ উপায় একমাত্ৰ হৰিনাম ধৰ্মইহে সাৰ, ভকতসকলৰ মনত এই ভাৱ দৃঢ় কৰিবৰ কাৰণে ভকতিৰ চাৰ খুটি মাৰি নিৰ্দ্দেশনা দি হৰিচন্দ্ৰ উপাখ্যান ৰচনা কৰিলে।

কথাগুৰু চৰিত অনুসৰি "গুৰুজনে ভাগৱতৰ সৎসঙ্গ, সহস্ৰ নামৰ-নাম, গীতাৰ একশৰণ এই তিনিটি বস্তু বেক্ত কৈলে।"

## ৰুক্মিণী হৰণ কাব্য, ভক্তি প্ৰদীপ ঃ-

কথা গুৰু চৰিতত লিখিছে "তৈতে (বৰদোৱাত) গৰুড় পুৰাণ চাই ভক্তি প্ৰদীপ কৰিলে।" হৰিবংশৰ পৰা ৰুক্মিণী হৰণ কৰিছে। ৰুক্মিণী হৰণ কাব্য এই সময়তে ভাগৱত পুৰাণ, আৰু হৰিবংশৰ পৰা ৰচনা কৰিছে। শঙ্কৰদেৱে ৰুক্মিণী হৰণ আখ্যান লৈ এখনি কাব্য আৰু এখনি নাটক ৰচনা কৰে। ৰুক্মিণী হৰণ কাব্যৰ ৰচনা কাল লৈ মতভেদ আছে। লক্ষ্মীনাথ বেজবৰুৱাই পুথিখনিৰ ৰসাল বৰ্ণনালৈ চাই ডেকাকালৰ ৰচনা বুলি কৈছে। বেজবৰুৱাই আৰু লিখিছে, "ৰুক্মিণী হৰণ পুথিখন যে শঙ্কৰে তেওঁৰ ডেকা কলত ৰচনা কৰিছিল এইটো অলপ আভাস পোৱা যায়। তেওঁ বৰদোৱা আৰু বেলগুৰি আদি ঠাই এৰি ভাটীলৈ অহাৰ আগেয়েই যে লিখা এইটোও বুজিব.পাৰি। পুথিৰ নিভাজ অসমীয়া কথাৰ বাহুল্য প্ৰয়োগেও এই কথাৰ সাক্ষী দিয়ে।" কাব্য খনিত যুদ্ধৰ বৰ্ণনাই যিমানখিনি বহল ঠাই আগুৰিছে সিও লক্ষ্য কৰিবলগীয়া বিষয়। ইয়াৰ উপৰি ড° বাণী কান্ত কাকতিদেৱে আঙুলিয়াই দেখুৱাইছে-"শঙ্কৰদেৱৰ নামৰ আগত পহিলা জীৱনত ৰচিত পুথিত 'কায়স্থ' শব্দ আৰু শেহৰ ফালে ৰচিত পুথিত 'কৃষ্ণৰ কিঙ্কৰ' কথা ফাকি থাকে 'ৰুক্মিণী হৰণ' কাব্যত অনেক ঠাইত থকা 'কায়স্থ শঙ্কৰ'ৰ সঘন উল্লেখ কাব্য খনিক বিশবছৰ বয়সৰ (ডেকাকালৰ) বুলি নিঃসন্দেহে কব পাৰি।

ভক্তি প্ৰদীপ পুথি খনি গুৰুজনাই গৰুড় পুৰাণ চাই ৰচনা কৰিছে। বেজবৰুৱাই ভক্তি প্ৰদীপ পুথিখনি পাটবাউসীত ৰচিত বুলিছে। কিন্তু যুক্তিৰ ধাৰ আৰু ৰচনা প্ৰণালী আদি প্ৰমাণৰ পৰা এই পুথিখনি গুৰুজনাৰ আদি কালৰ ৰচনা বুলি অনুমান হয়। আনহাতে এখন চৰিত পুথিত প্ৰকাশ ভবানন্দ সাউদে (পিছত নাৰায়ণ ঠাকুৰ আতা) শঙ্কৰদেৱক চুণপোৰাত দৰ্শন কৰি শৰণৰ কাৰণে ভক্তি প্ৰদীপ পুথিখনি খুজি নি ঘৰৰ থপনাত থৈ সপৰিয়ালে সেৱা জনাই কৃষ্ণত শৰণ লগাইছিল। গতিকে ভক্তি প্ৰদীপ তেৰাই পাট বাউসীত ৰচনা কৰিছে। আনহাতে সন্ত মহন্ত বহু পণ্ডিতৰ মতে এই পুথি ভাগি ডেকাকালত বৰদোৱাত ৰচনা কৰিছিল।

## ফাকুৱা উৎসৱ ঃ-

শঙ্কৰদেৱে বিবাহৰ আগে আগে একৈশবছৰ বয়সত দৌল বান্ধি ফাকুৱা উৎসৱ প্ৰৱৰ্ত্তন কৰে। এই উপলক্ষে কেইবাটিও গীত ৰচনা কৰে। গুৰুজনাই শাস্ত্ৰ চৰ্চ্চাত মূৰ পুতি লাগিবৰ উদ্দেশ্যে ককাক জয়ন্ত, মাধৱক মাতি আনি ভূঞাৰাজ্যৰ শাসন ভাৰ গতাই দিলে। জয়ন্ত, মাধৱে শাসন ভাৰ ললে যদিও চিন্তা হল নাতিয়েকৰ ভাব বৈৰাগ্যৰ ফালে ঢাল খাই বুলি। শাসনভাৰ এৰি গুৰুজনাই শাস্ত্ৰ চৰ্চ্চা, শাস্ত্ৰ ৰচনাত মনোনিবেশ কৰিলে।

## শঙ্কৰদেৱৰ বিবাহ ঃ-

শঙ্কৰদেৱৰ বিবাহযোগ্য বয়স হলত বুঢ়ীআই খেৰসূতী, ককাক জয়ন্ত, মাধৱ পেহাক বুঢ়াখাঁ ভূঞা, সকলোৱে আলোচনাক্ৰমে শঙ্কৰদেৱৰ বিবাহ আয়োজন কৰিলে। সদানন্দ ভূঞাৰ পুত্ৰ হৰিবৰ গিৰী বা হৰিখাঁ ভূঞাই জগন্নাথক তুতি কৰি প্ৰসাদৰূপে লাভ কৰা ৰূপৱতী গুণৱতী কন্যা সূৰ্য্যৱতীক শঙ্কৰদেৱলৈ বিয়া দিবলৈ পাই পৰম সন্তোষ পালে। কথা গুৰু চৰিতমতে ফাকুৱা উৎসৱৰ পাছতে গুৰুজনাৰ এৰ্কৈশ বৰ্ষ আইৰ চৌদ্ধ বৰ্ষত ১৩৯২শঁকৰ (১৪৭০খৃঃ) খৰালি, গুৰুজনা আৰু আই সূৰ্য্যৱতীৰ বিবাহ সম্পন্ন হল। কোনো কোনো পণ্ডিতৰ মতে শঙ্কৰদেৱৰ বাইশ বছৰ বয়ত সূৰ্য্যৱতী আইৰ পোন্ধৰ বৰ্ষত পুষ্পোৎসৱ হয়। ৰামচৰণ ঠাকুৰে এই বিবাহৰ কাৰ্য্যত বুঢ়ীমাক খেৰসূতীৰ কথা উল্লেখ কৰি লিখিছে "লগ্নগাঠি বান্ধি পাছে বুঢ়ী ঘৰে নিলা।" কথা গুৰু চৰিতত কন্যা শান্তি কৰাই ঘৰলৈ নিয়া কথা লিখিছে যদিও অন্য

চৰিত পুথিত এই কথা নাই। ডঃ নেওগ ডাঙৰীয়াইও এক্ৰৈশ বছৰ বয়সত গুৰুজনাৰ বিবাহ হৈছে বুলি প্ৰকাশ কৰিছে।

ককাক, বুঢ়ীমাক, পেহাক আৰু অন্যান্য বংশপৰিয়াল ভূঞাসকলে শঙ্কৰদেৱক বিয়াপাতি দি সাংসাৰিক কাৰ্য্যৰ মাজত আবদ্ধ ৰাখিব বিচাৰিছিল। সেইবাবে ককাক জয়ন্ত, মাধৱে শিৰোমণি ভূঞাৰ দায়িত্বও আকৌ আৰ্পণ কৰিলে। শঙ্কৰৰ কিন্তু শাস্ত্ৰ চৰ্চ্চা আৰু ধৰ্মকাৰ্য্যত ৰাপ বেছিহে হ'ল। শাস্ত্ৰ ৰচনাৰ বাবে মাধৱ দলৈৰ পুত্ৰ মধৱী দলৈ (ৰতিকান্তগিৰী) খুড়াকক দুটা ভাৰী দি কিছুমান সাঁচিপাত গোটাই আনিলে।

শঙ্কৰদেৱে গৃহাশ্ৰমৰ মাজত থাকি শাস্ত্ৰ চৰ্চ্চা, শাস্ত্ৰ ৰচনা, নামঘৰত নাম কীৰ্ত্তন, ভকতৰ মাজত শাস্ত্ৰ বাখ্যা ধৰ্মোপদেশ দিয়াৰ মাজতো ভকত বৈষ্ণৱ, জনসাধাৰণ যাতে সুখে শান্তিৰে জীৱন যাপন কৰিব পাৰে তাৰ প্ৰতিও সততে দৃষ্টি ৰাখিছিল।

দৈতাৰি ঠাকুৰে লিখিছে -

দুখী দৰিদ্ৰক, পাৰ্থক জনক অন্ন বস্ত্ৰ দেন্ত মাতি।
ইষ্ট বান্ধৱক, জ্ঞাতিক মিত্ৰক পোষন্ত পালন্ত আতি।।
দাস দাসী যত সবাকো সতত মাতন্ত মধুৰ বাণী।
হেন নাহিকয় তাহান বাক্যত দুখ পাই কোন প্ৰাণী।।
আনো যতলোক সবাকো ৰজন্ত যাক যথোচিত ভাৱে।
সদয হৃদয যেন জলাশয় কৃপালু গুণ স্বভাৱে।।

গুৰুজনাই শাস্ত্ৰ বাখ্য ধৰ্মোপদেশ দিয়াৰ আংশিক মাধৱ পুৰুষে পিছত নামঘোষাত প্ৰকাশিছে -

বচনে কেৱল মাত্ৰ হৰিত শৰণ লয়
চিত্তে আন দেৱক ভজয।
জানিবাহা কদাচিতো সিদ্ধি সিটো নলভয়
হৰিতাৰ সন্তোষ নহয়।।

# ৰাধিকা সতী ও শান্তি জান ঃ-

লুইতৰ পানীসোমাই টেম্বুৱনী জান বুৰি সেই গোটেই টেম্বুৱনী অঞ্চলৰ খেতি বাতি বছৰে বছৰে হানি হোৱাত ৰাইজৰ মাজত আভাৱ অনাটনে দেখা দিছিল। ভূএগ্ৰা সকল লগ লাগি আলোচনাক্ৰমে টেম্বুৱনী জানত গোজ পুতি বৃন্দাদি চ'তি শলখা মাৰি ধৰ বান্ধিলে কিন্তু পানীৰ সোঁত কোনোপধ্যে ৰাখিব নোৱাৰিলে। বুধিয়ক ব্ৰাহ্মণ পণ্ডিতসকলক মাতি আনি বুদ্ধি পৰামৰ্শ লৈ আকৌ ধৰ বান্ধিলে সকলো বিফল হল। অৱশেষত সকলো গৈ গুৰুক জনালে। গুৰুজন গৈ বোলে "এগৰাকী শান্তি সতী হলেহে এই জান-ধৰ বান্ধিব পাৰি।"

শঙ্কৰদেৱে ৰত্নাকৰ কন্দলি, বিদ্যাপতি ভট্টাচাৰ্য্য, অনন্ত কন্দলি চন্দ্ৰ সৰস্বতী কবিৰাজ আদি বিপ্ৰসকলক মতাই আনি তেওঁলোকৰ কোনো ভাৰ্য্যা সতী শান্তি আছেনে মাতি আনিবলৈ কলে। বিপ্ৰ পত্নী সকলৰ সতী শান্তি হবলৈ উখল মাখল লাগিল আৰু সকলো আহি গুৰুৰ চ'ৰাত উপস্থিত হৈ জানিব পাৰিলে শান্তি হবলৈ লুইতৰ পৰা প'ল এটাৰে এপ'ল পানী আনিব লাগে। কথা শুনি পিছ হুহকি সকলো ঘৰাঘৰি গ'ল। গুৰুৰ দূতে বহুত বিচাৰিও শান্তি সতী বিচাৰি নেপালে।

টেম্বুৱনী জানেদি নাৱেৰে এজন নদীয়াল আৰু তেওঁৰ ভাৰ্য্যা আহিছিল। তেওঁলোকে গুৰুজনাই শান্তি বিচৰাৰ কথা শুনি, শান্তি বুলি পৰিচয় দিবলৈ কৰিব লগা কামৰ কথাও জানি তেওঁ পত্নীয়ে স্বামীক ক'লে-"বিচৰা হ'লে মুয়ে এবাৰ চেষ্টা কৰি চালোহেতেঁন।" স্বামীয়ে কলে-"থোৱা থোৱা মুখত বৰ কথা। শুনিছা নহয় ভাল ভাল সাধু মহন্তৰ তিৰোতাও আগবাঢ়ি আহি উভতি গৈছে। ইয়াকে কয় দেখাক দেখি উঠিল গা কেতুৰীয়ে বোলে মোকো খা।" এই দম্পতীৰ কথোপ কথন গুৰুজনাৰ দূতে শুনি গুৰুক জনালে। গুৰুৱে তেওঁলোকক মাতি আনিবলৈ কোৱাত দূতে মাতি আনি গুৰুৰ আগত উপস্থিত কৰালে। তিৰোতা গৰাকীৰ নাম আছিল ৰাধিকা। পতি পত্নী উভয়ে গুৰুক প্ৰণাম জনাই ৰল। গুৰুজনাই ৰাধিকাক লুইতৰ পৰা এপল পানী আনিবলৈ কোৱাত পানী আনিলে কিন্তু পানী চাকতকৈ চাৰি আঙুল কম আহিল। কিবা দোষ আছেনে বুলি গুৰুৱে সোধাত ৰাধিকাই কলে "এদিন কলাপাত কাটোতে মূৰৰ ওৰণী খহি পৰাত ভনী জোৱায়ে মোৰ মুখ দেখিলে, ইয়াৰ বাহিৰে দোষ কৰা মনত নপৰে। গুৰুৱে সমাজত সেৱাকৰিবলৈ কলে আৰু আশীৰ্ব্বাদ দি পুনৰ পানী আনিবলৈ পঠালে। ৰাধিকাই পূৰ্ণ এপল পানী আনি গুৰুজনাৰ পৰামৰ্শক্ৰমে টেম্বুৱনী জানত বাকি দিলে আৰু এপল মাটি বাকি দিয়াত পানীৰ

গতি মন্থৰ হল, ভূঞাসকলে আকৌ ধৰ বান্ধিলে, লুইতৰ পানী সোমোৱা বন্ধ হলত সেই গোটেই অঞ্চলতে নদন বদন শস্য হবলৈ ধৰিলে। চাৰিওফালৰ পৰা গুৰুজনাৰ জয়ধ্বনি হল। ৰাধিকা শান্তিক পুৰস্কৃত কৰি পতি পত্নী দুয়োকে বাসাঘৰ সজাই বৰদোৱাত থাকিবলৈ দিলে। তেতিয়া গুৰুজনাই ঘোষণা কৰিছিল -

অন্ত্যজনো দেখা কেন শান্তি বিপৰীত।
ভক্তি নভৈলেসে তেজ হৰয় কলিত।।
এতেকেসে বোলো শুনা ব্ৰাহ্মণসকল।
ভক্তি বিনে তপ জপ সকলো বিফল।।

ৰাধিকা শান্তিৰ নাম অনুসৰিয়েই টেম্বুৱনী জানৰ নাম 'শান্তিজান' হল। একান্ত

হৰি ভক্তই অসাধ্যও সাধন কৰিব পাৰে। প্ৰহ্লাদে স্তম্ভটোতে হৰিক দেখুৱাইছিল। ৰাধিকা শান্তিয়েও স্বামীভক্তি আৰু একান্ত হৰিভকতিৰ বলতে অসাধ্য সাধন কৰি জগতত নাম ৰাখি থৈ গ'ল।

## মনুৰ জন্ম, সূৰ্য্যৱতীৰ পৰলোক ঃ-

শঙ্কৰদেৱৰ বিয়াৰ তিনি বছৰৰ পাছত ১৩৯৬শঁকত (১৪৭৪ খৃঃ) গুৰুবীৰ্য্যে সূৰ্য্যৱতীৰ গৰ্ভত মনুনামে এটি কন্যাৰ জন্ম হয়। ৰাম চৰণৰ মতে "পুহ মাহৰ আঠদিন যোৱাত ন-মাহ গৰ্ভস্থিত মনুৰ জন্ম হয়। জন্মৰ সময়ত গুৰুজনা বয়স আছিল পচিশ বছৰ। মনুৰ জন্মৰ ন-মাহৰ পাছত আই সূৰ্য্যৱতী বৈকুণ্ঠী হয়। পত্নী বিয়োগৰ পাছত গুৰুজনাৰ সংসাৰৰ প্ৰতি বিৰাগ ভাব জন্মিল। সংসাৰৰ সকলো ত্যাগ কৰি তীৰ্থ ভ্ৰমণলৈ ইচ্ছা হল। কিন্তু মাউৰী ছোৱালী মনুৰ মৰম এৰিব নোৱাৰি এদিন দুদিনকৈ গুৰুৱে ডেৰকুৰি বছৰত ভৰি দিলে। সূৰ্য্যৱতীৰ মৃত্যু, মনুৰ বিবাহ আৰু গুৰুৰ তীৰ্থ যাত্ৰাৰ ক্ৰম, সময় সম্পৰ্কে চৰিত পুথিবোৰত অমিল দেখা যায়। বৰদোৱা চৰিতৰ পৰা বুজা যায় মনুৰ বিয়াৰ পাছতহে আই সূৰ্য্যৱতী গোসানীৰ পৰলোক হয় আৰু শঙ্কৰতীৰ্থলৈ ওলাই যায়। দ্বিজ ভূষণে লিখিছে -

মনুকন্যা বিয়া তান্ক দিলন্ত সাদৰি।
তাত পাছে শঙ্কৰৰ পত্নী মৰিলন্ত।।
ভৈলন্ত উদাস পাছে শঙ্কৰৰ মন।
তীৰ্থ কৰিবাক লাগি কৰিলা যতন।।

মনুৰ জন্মৰ ন মাহৰ পাছত সূৰ্য্যৱতীৰ মৃত্যু, তাৰ পাছতে শঙ্কৰ তীৰ্থলৈ যায় বুলি ৰাম চৰণ আৰু কথা গুৰু চৰিতত পৰিষ্কাৰ কৰি লিখিছে আৰু অসম বৈষ্ণৱ সমাজে এই টো হে বিশ্বাস কৰে। শঙ্কৰদেৱে তিনি পিতামহ, আই খেৰসূতীৰ লগত আলোচা কৰি সাতবছৰীয়া মনুক আঘোন মাহৰ এটি বৃহস্পতি বাৰে ৰামচন্দ্ৰ কায়স্থৰ পুত্ৰ হৰিত বিয়া দি তীৰ্থলৈ যাবলৈ সাজু হ'ল। বিয়াৰ পাছতে হৰি জোৱাইৰ বিধবা মাতৃ, জী, জোৱাই তিনিওকে নিজ ঘৰলৈ আনি গুৰুৱে জোৱাই আৰু ভাতৃ বনগঞাৰ ওপৰত ৰাজ্য ভাৰ দিলে, সকলোৰে ওপৰত চকু ৰাখিবলৈ ককাকইঁতক অনুৰোধ কৰিলে।

ৰাম ঠাকুৰে লিখিছে -

একগুটি জীউ মোৰ পুত্ৰ আন নাই।

- - - - - - - - - - - - - - - - - - - -

তুমি যে আমাৰ পুত্ৰ থাকা মোৰ ঘৰে।

যতেক সৰ্ব্বস্ব আছে সবেও তোমাৰে।।

আমি যাইবো ক্ষেত্ৰে তুমি থাকা ভাতৃসমে।

- - - - - - - - - - - - - - - - - - - -

গুৰুৱে আতৈ সকলক উপলক্ষ কৰি কলে "আতৈ সব! ৰাজ্য চলোৱাত সহায় কৰিবা। চান্দৰী, মাৱধী! তোমালোকে মনুক মৰম দিবা। চান্দৰী মাধৱী সতানন্দ খুড়া! তোমালোকে বুঢ়ী আইক প্ৰতিপালন কৰিবা। বুঢ়াখাঁ পেহাই ভাতৃক সুবুদ্ধি দিব। কৰ্ণপুৰ, চতুৰ্ভুজ বনগয়া! তোমালোকে পিতৃমাতৃৰ শ্ৰাদ্ধ কৰি থাকিবা।" এইদৰে ভাগে ভাগে সকলোকে উপদেশ দিলে।

## আকাশী গঙ্গা ঃ-

গুৰুৰ পত্নী বিয়োগৰ পাছতে ৰাজ্যত এটা সমস্যাৰ সৃষ্টি হল- বৰদোৱা অঞ্চলত পানীৰ নাটনিহোৱাত মানুহ আৰু অন্যান্য প্ৰাণী সমূহৰো বিলাই বিপত্তিৰ সীমা নোহোৱা হ'ল। খোৱাপানীৰ অভাৱ হোৱাত সকলো ভকত বান্ধৱ আহি গুৰুৰ ওচৰত আপত্তি দৰ্শালে। গুৰুৱে কলে "সকলোৱে ব্ৰতে থাকি সকলো ভকতে নাম কীৰ্ত্তন কৰি প্ৰভু দামোদৰৰ ওচৰত বৰ মাগিব লাগে, আজি নিশাভাগে জল পাবা।" ভকত সকল নামঘৰত সকলো সমবেত হৈ হৰিধ্বনি কৰি নাম কীৰ্ত্তন কৰিবলৈ ধৰিলে। নামৰ ধ্বনিত স্বৰ্গ মৰ্ত্ত তলবল কৰিব ধৰিলে, নিশাভাগে ওৰপাৰ

বৃষ্টি হ'ল, বৃষ্টিৰ মাজতে আকাশত এটা ভীষণ শব্দ শুনা গ'ল-এভাগ বৃহৎজন আকাশৰ পৰা পৰি চাৰিওফাল পানীৰে উপচি পৰিল। তাত থকা বটবৃক্ষ জোপা পোট গৈ নাইকিয়া হ'ল। সেয়ে 'আকাশীগঙ্গা' বৰদোৱাত বিদ্যমান।

বৰদোৱা নামৰ তাৎপৰ্য্য আকাশী গঙ্গাৰ লগত জৰিত আছে বুলি কোনো সাধু সন্তই কয়। কোনো কোনোৰ মতে-আকাশী গঙ্গাৰ সৃষ্টি হওতে তাত থকা বটবৃক্ষ জোপা ডাবি গৈ পোট গৈছিল। বটবৃক্ষ জোপা ডাবিযোৱা বাবে সেই ঠাইৰ নাম বটদ্ৰৱা, কালক্ৰমত বটদ্ৰবাৰ সলনি বৰদোৱা হ'ল। কোনো কোনোৰ মতে ভকত সকলে জল পাবলৈ ভগৱানৰ ওচৰত বৰ মাগিছিল, ভগৱানৰ ওচৰত বঁৰমাগি জলপোৱা বাবে সেই টাইৰ নাম বৰদোৱা হ'ল। কোনোৱে কয় কুসুম্বৰে হৰৰ ওচৰত বৰ মাগি শঙ্কৰ পুত্ৰক পাইছিল। সেই বৰ মাগি পোৱা পুত্ৰ শঙ্কৰে আকাশীগঙ্গা নমাইছিল, কাৰণে সেই ঠাইৰ নাম বৰদোৱা হ'ল।

## শঙ্কৰদেৱৰ প্ৰথম তীৰ্থযাত্ৰা ঃ-

অৱশেষত শঙ্কৰদেৱে সকলোকে দায়িত্ব অৰ্পণ কৰি ভকত আঁতে সকলৰ পৰা বিদায় লৈ, ককাকসকল, বুঢ়ীমাক খেৰসূতী মাহীমাক অনুধৃতিৰ আশীষ লৈ ১৪০৩ শঁকত (১৪৮১খৃঃ) বত্ৰিশ বছৰ বয়সত প্ৰাতসতে নাৱত উঠি তীৰ্থ ক্ষেত্ৰলৈ যাত্ৰা কৰিলে। (কোনো পণ্ডিতৰ মতে গুৰুজনাই তেত্ৰিশ বছৰ বয়সত প্ৰথম তীৰ্থ যাত্ৰা কৰে) আই খেৰসূতী প্ৰমুখ্যে পৰিয়ালবৰ্গই, ভকত বান্ধৱ সকলে, চকুলো টুকিলে। বৰদোৱা যেন কাঁহ পৰি জীণ গল।

শঙ্কৰদেৱৰ লগত ৰাম ৰাম গুৰু, মহেন্দ্ৰ কন্দলি সৰ্ব্বজয়, পৰমানন্দ, বলোৰাম, বলোভদ্ৰ, নাৰায়ন, শ্ৰীৰাম, গোবিন্দ, গোপাল, মুকুন্দ, হৰিদাস, মুৰাৰি, ভোবোঁৰা দামোদৰ, সৰ্ব্বানন্দ, ছোট বলোৰাম আৰু পৰ্ব্বানন্দ এই সোতৰ জন ভকত তীৰ্থলৈ গল।

শঙ্কৰদেৱে উত্তৰ ভাৰত দক্ষিণ ভাৰতৰ বিভিন্ন তীৰ্থসমূহ ভ্ৰমণ কৰি বাৰ বছৰ কাল কটায়। গুৰুজনাৰ ভ্ৰমণ কাহিনীৰ বৰ্ণনা চৰিত পুথি সমূহত বেলেগ বেলেগ। দৈত্যাৰিয়ে মাত্ৰ জগন্নাথৰ কথা, দ্বিজ ভূষণে গঙ্গা আৰু শ্ৰীক্ষেত্ৰৰ কথা উল্লেখ কৰিছে। ৰাম চৰণ আৰু কথা গুৰু চৰিতত বহল বিবৰণ আছে। কথা চৰিত আৰু দ্বিজ ভূষণৰ মতে উত্তৰ আৰু দক্ষিণ ভাৰত ভ্ৰমণৰ পিছতহে শ্ৰীক্ষেত্ৰলৈ (জগন্নাথ) যায়। ৰাম চৰণ ঠাকুৰে গুৰু প্ৰথমে অ'ত ত'ত বৈ গৈ জগন্নাথ পায়।

ৰামানন্দ দ্বিজই লিখিছে ভটীয়াই যোৱাৰ আগতে গুৰুজনে পুৰুষোত্তম ক্ষেত্ৰত চাৰি পাচ মাহ্ থাকি ব্ৰহ্মপুৰাণ বাখ্যা কৰিছিল আৰু জগন্নাথৰ ৰথ যাত্ৰাৰ সময়ত চৈতন্যদেৱৰ লগত মহাপুৰুষ গুৰুজনাৰ নিলগত দেখা দেখি হৈছিল। ৰামানন্দ দ্বিজৰ এই ধাৰণা সম্পূৰ্ণ ভুল বুলি পাছৰ কথাই প্ৰমাণ কৰে।

প্ৰথম কথা শঙ্কৰদেৱে বত্ৰিশ বছৰ বয়সত তীৰ্থ যাত্ৰা কৰে। চৈৰাল্লিশ বছৰ বয়সত ঘূৰি আহে। ১৪০৩ শঁকত শঙ্কৰদেৱে প্ৰথম তীৰ্থ যাত্ৰা কৰে। তেতিয়া চৈতন্যৰ জন্মই নাই। শ্ৰীচৈতন্যদেৱৰ জন্ম হয় ১৪০৭ শঁকত আৰু মৃত্যু হয় ১৪৫৫শঁকত। গুৰুজনাৰ দ্বিতীয় তীৰ্থ যাত্ৰাৰ কাল ১৪৬৮ শঁক। গুৰুজনাৰ প্ৰথমবাৰৰ তীৰ্থ প্ৰত্যাবৰ্ত্তনৰ কালত শ্ৰীচৈতন্যদেৱ আঠ-ন বছৰীয়া ছাত্ৰ। আৰু দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণৰ কালত শ্ৰীচৈতন্যদেৱ জীৱিত নাই। গতিকে দুয়োজন গুৰুৰ সাক্ষাত কোনো মতেই সম্ভৱ নহয়। তথাপিয়ো -

যিবোৰ চৰিত পুথিয়ে গুৰু দুজনাৰ সাক্ষাত হোৱা বুলি কব খোজে তেওঁলোকৰো ভিন ভিন পুথিৰ ভিন ভিন মত। ৰামানন্দ দ্বিজৰ মতে গুৰুজনাৰ প্ৰথম তীৰ্থ ভ্ৰমণকালত জগন্নাথ ক্ষেত্ৰত, ৰামচৰণ ঠাকুৰ আৰু ভূষণ দ্বিজৰ মতে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কালত জগন্নাথ ক্ষেত্ৰত, দৈতাৰী ঠাকুৰৰ মতে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কালত শান্তিপুৰ মঠত। কথা গুৰু চৰিত মতে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কালত নদিয়াৰ গোপী নাথত। বৰদোৱা চৰিত মতে শ্ৰীক্ষেত্ৰৰ নাট মন্দিৰত, শ্ৰীমন্ত শঙ্কৰদেৱ শ্ৰীচৈতন্যদেৱৰ সাক্ষাত হৈছিল। ইয়াৰ বাহিৰেও বৰদোৱা চৰিতত প্ৰকাশ- এই সময়তে ব্ৰহ্মপুৰাণৰ পৰা গুৰুজনাই পাণ্ডাসকলৰ আগত জগন্নাথৰ মহাত্মা ব্যাখ্যা কৰিছিল। ৰামানন্দই আকৌ লিখিছে ভটীয়াই যোৱাৰ আগতে গুৰুজনে পুৰুষোত্তম ক্ষেত্ৰত চাৰি পাঁচ মাহ থাকি ব্ৰহ্মপুৰাণ ব্যাখ্যা কৰিছিল।

**ৰামচৰণ ঠাকুৰৰ মতে -**

মহাপুৰুষ শঙ্কৰদেৱৰ তীৰ্থ ভ্ৰমণৰ উদ্দেশ্য আছিল ভাৰতৰ বিভিন্ন তীৰ্থ ক্ষেত্ৰ ভ্ৰমণ কৰি, বিভিন্ন ধৰ্মমত, বিভিন্ন ধৰ্মশাস্ত্ৰ বিভিন্ন সমাজব্যৱস্থাৰ বুজলৈ কলি যুগৰ উপযোগী 'একশৰণ নাম ধৰ্ম' প্ৰচাৰ কৰা।

জগন্নাথৰ পৰা গুৰু বৃন্দাবনলৈ যেতিয়া ওলাল, সেই সময়ত জগন্নাথৰ পৰাই ভকতসকলক গৃহমুখী হ্বলৈ গুৰুৱে অনুৰোধ কৰিলে। তথাপিয়ো বলৰাম, সৰ্ব্বজয়, সৰ্ব্বানন্দ উভতিবলৈ ইচ্ছা নকৰাত এই তিনিজন ভকতক লগত ৰাখি বাকী

সকল ভকতক বিদায় দিলে। ৰাম ৰাম, মহেন্দ্ৰ কন্দলি আদি বাকী ভকতসকল শ্ৰীক্ষেত্ৰৰ পৰাই উভতিল। মহেন্দ্ৰ কন্দলিয়ে তীৰ্থভ্ৰমণৰ নিষ্প্ৰয়োজন ভাবি প্ৰকাশ কৰিছে -

মহেন্দ্ৰ কন্দলি বোলে কিনো মোৰ শঙ্কৰ।
জগন্নাথ সমদেখো তুল্য কলেৱৰ।।
জগন্নাথ প্ৰভু পাশে যাও কিক লাগি।
নিচিনিলো শঙ্কৰক আমি মন্দভাগী।।

গুৰুজনাৰ শ্ৰীক্ষেত্ৰৰ পৰা সীতাকুণ্ড, উত্তৰ বাহিনী গঙ্গা, বৰাহ ক্ষেত্ৰ, পুষ্কৰিণী তীৰ্থ ঘূৰি মথুৰাত ছমাহ থাকি দ্বাৰকাইদি ঘূৰি বৃন্দাবন পাইহি। বৃন্দাবনলৈ গৈ ৰূপ আৰু সনাতনক লগ পাই তেওঁলোকৰ লগত হোৱা ধৰ্মালোচনা, তেওঁলোকৰ ধৰ্ম, উপাস্য দেৱতাৰ বুজ লওতে তেওঁলোকে শঙ্কৰদেৱৰ আগত প্ৰকাশ কৰিছে -

ৰূপে বোলে চাই কি কৈবো গোসাই
তুমি জগতৰ নাথ।
ছদ্মৰূপ ধৰি আসিছা শ্ৰীহৰি
নকৰা মোক অনাথ।।
তুমি নিৰাকাৰ সুহৃদ আমাৰ
আমি তযু অংশচয়।
নানান দেশক ভক্তি কহিবাক
প্ৰপঞ্চি আছা কৃপাময়।।

ৰূপ, সনাতন একেশ্বৰবাদী আছিল যদিও দুয়ো শঙ্কৰদেৱৰ ধৰ্মমতৰ শ্ৰেষ্ঠতা স্বীকাৰ কৰি গুৰুজনাৰ ওচৰত শৰণ ললে।

এক নাম ধৰ্ম আন নাহি কৰ্ম্ম
কৰিছো এক শৰণ।
তযু আজ্ঞাচয় ধৰি কৃপাময়
কহিলো নিজ বচন।।

তোমাৰ চৰণ এৰি নাৰায়ণ
নাহিকে মোৰ সুহৃদ।
চৰণৰ ছাঁয়া দিয়া খণ্ডা মায়া
তযু পদ অৰবিন্দ।।

বৰদোৱা চৰিত মতে বৃন্দাবনত কিছুমান কৰ্ম্মকাণ্ডী ব্ৰাহ্মণে শঙ্কৰদেৱৰ লগত তৰ্কও কৰিছিল। কিন্তু তৰ্কত হাৰি বহুতো ব্ৰাহ্মণ পণ্ডিতে গুৰুজনাত শৰণ লৈছিল। তীৰ্থ ভ্ৰমণ কালত বহুত ঠাইত তেৰাক ঈশ্বৰজ্ঞান কৰিও শৰণ লৈছিল। সৰ্ব্বভৌম ভট্টাচাৰ্য্যই এই দৰে প্ৰকাশ কৰিছে -

বৃন্দাবন নামে এক মহন্ত আছিল।
শঙ্কৰক লাগ পাই তেহন্তে ভজিল।।
ৰমাকান্ত নামে শিষ্য মথুৰাপুৰত।
শঙ্কৰক গুৰুমানি শৰণ লৈলন্ত।।
ৰাধা নামে এক সন্ত আছিল গোকুলে।
শঙ্কৰক গুৰু মানি সিও ভক্ত ভৈলে।।
সন্ন্যাসী ত্ৰিজটা নামে ব্ৰজত আছিল।
শঙ্কৰক গুৰু মানি হৰিত ভজিল।
গোপীনাথ নামে সন্ত পুষ্কৰ তীৰ্থত।।
সিওজনে শঙ্কৰক গুৰু মানিলন্ত।।
জগন্নাথ পাণ্ডাসুত বিষ্ণুদত্ত নাম।
ৰমানন্দ হৰিদাস জৈমিনি শ্ৰীৰাম।।
কৃষ্ণ যদুনাথ কাম এহিদশজন।
শঙ্কৰক গুৰুমানি লৈলন্ত শৰণ।।

## গঙ্গা আৰু জগন্নাথ ক্ষেত্ৰৰ কাহিনী ঃ-

বৰদোৱাৰ পৰা তীৰ্থ যাত্ৰা কৰি গুৰুজনে প্ৰয়োজন বিশেষে ঠায়ে ঠায়ে ৰৈ গৈছিল। যতেই ৰৈছিল ত'তেই নিকতবৰ্ত্তি লোকে দৰ্শন কৰিছিল আৰু পাৰ্য্যমানে সেৱা শুশ্ৰূষা কৰিছিল। গঙ্গাৰ পাৰত এৰাতি থাকোতে মহেন্দ্ৰ কন্দলিয়ে ৰাতি

সপোন দেখিলে- ন গৰাকী সালঙ্কৃতা অপৰূপা কন্যাই গুৰুজনাক সেৱা কৰি মালা দিছে।

ৰাম চৰণ ঠাকুৰে লিখিছে -

সুবৰ্ণৰ মালা গাঠি আছে হাতে ধৰি।
দিলা মাথে শঙ্কৰক নমস্কাৰ কৰি।।
তযু দাসী কিঙ্কৰী জানাহা নাৰায়ণ।
পবিত্ৰ কৰিবে মোৰ আইলা এহি থান।।
তোমাৰেসে পদে পাই পূৰ্ব্বে মুক্ত ভৈলো।
জগত পবিত্ৰকাৰী সিকাৰণে ভৈলো।।
পাতকীৰ পৰশত ভৈলবহু পাপ।
তযুপদ পৰশনে হৈবোহো নিষ্পাপ।।

এযা পবিত্ৰ গঙ্গাই নিজৰূপ ধাৰণ কৰা নিদৰ্শন। ন গৰাকী হৈ দেখা দিযা কথাটো নৱভক্তিৰ ইঙ্গিতো হব পাৰে।

পুৱাবেলা গুৰুজনাই ভকত সকলৰ সৈতে গঙ্গাত স্নান কৰি শ্ৰীক্ষেত্ৰ অভিমুখে ৰাওনা হৈ এঁকৈশ দিনৰ মূৰত শ্ৰীক্ষেত্ৰ পোৱাৰ আগতে এঠাইত জিৰণি ললে।

ইফালে জগন্নাথে শঙ্কৰদেৱ অহা জানি পাণ্ডাসকলক ৰাতি সপোনত কলে- "আমাক দেখিবৰ বাবে শঙ্কৰ আহিছে। তেওঁমোৰ আৰাধ্য দেৱতা। তেওঁক কালিলৈ প্ৰাতসতে মোৰ প্ৰসাদ দিবা, মোৰ সেৱা জনাবা।" আৰু লগতে শঙ্কৰৰ ৰূপো বিবৰি কলেঁ -

শুনাবাপু পাণ্ডাসব চলাহা সত্বৰে।
আমাক দেখিবে লাগি আসিলা শঙ্কৰে।।
মোৰ প্ৰাণ নাথ বুলি তাহাঙ্ক জানাহা।
প্ৰসাদ দ্ৰব্যকলৈয়া সবে পাণ্ডা যাহা।।
মোৰ নমস্কাৰ জনাইবাহা তান পাৱে।
দিবাহা প্ৰসাদ.শঙ্কৰক নম্ৰভাৱে।।

- - - - - - - - - - - - - - - - - - - -

মোহোৰ প্ৰভাৱে তোৰা সকলে চিনিবি।
শঙ্কৰৰ আগে এহি প্ৰসাদক দিবি।।
তেৰাসব আসিলে আমিও তৈকে যাইবো।
শঙ্কৰৰ অৱশেষ প্ৰসাদক খাইবো।।
(গুৰু চৰিত, ৰাম চৰণ ঠাকুৰ)

জগন্নাথৰ প্ৰসাদলৈ পাঁচ জন পাণ্ডা শঙ্কৰদেৱৰ ওচৰলৈ গ'ল। বহুত সুধি পুছি শঙ্কৰদেৱৰ ওচৰত উপস্থিত হ'ল আৰু জগন্নাথে কোৱামতে ৰূপৰমিল দেখি শঙ্কৰদেৱক নমস্কাৰ জনাই ক'লে - "আমি জানিছো তুমি জগত কাৰণ প্ৰভু মহেশ্বৰ। প্ৰভু জগন্নাথে আপোনালৈ পঠোৱা প্ৰসাদ গ্ৰহণ কৰক।" শঙ্কৰদেৱে সকলো কথা জানি ভকত সকলৰ সৈতে প্ৰসাদ গ্ৰহণ কৰিলে। জগন্নাথে সপোনত কোৱা কথা গুৰুজনাৰ আগত নিবেদিলে -

দেখাইলা সপোন ৰাত্ৰি আমাসাৰ আগে।
লৈয়া আসিলোহো প্ৰসাদক মহাভাগে।।
চিনিলো শঙ্কৰ বুলি কহিলে বুজাই।
তোমাৰ ৰূপক তেহে দিলন্ত চিনাই।।
শঙ্কৰৰ মোহোৰ নাহিকে ভিন্ন ভাৱ।
তাহানে মোহোৰে জানা একতুন্য গাৱ।।
প্ৰভাততে কালি তোৰা নৈবেদ্য কৰিবা।
মান্যকৰি শঙ্কৰৰ আগে নিয়া দিবা।।
মোৰ নমস্কাৰ জনাইবাহা তান পাৱে।
তাহান আমাৰ জানা নাহি ভিন্ন ভাৱে।।
এহিবুলি আমাসাক দিলন্ত পঠাই।
ভাগ্য ভৈলে তোমাসাক তেবে দেখা পাই।।

এই বুলি শঙ্কৰদেৱক প্ৰণাম জনাই পাণ্ডাসকল গুছি গ'ল। সেইদিনাও গুৰুজন তাতেই আছিল। ৰাতি জগন্নাথ, বলভদ্ৰ, সুভদ্ৰাই, সুবৰ্ণ, ৰজত আৰু তাম্ৰ বৰ্ণৰ তিনিটি মাৰ্জাৰী ৰূপ ধৰি আহি শঙ্কদেৱৰ অৱশিষ্ট প্ৰসাদ

গ্ৰহণ কৰি থাকোতে মহেন্দ্ৰ কন্দলিয়ে হঠাতে সাৰ পাই তিনটা বিড়ালী দেখি সৰ্ব্বজয় আতৈক জগালে যদিও বিড়ালী থিতাতে অন্তৰ্দ্ধান হ'ল। প্ৰাতসতে উঠি স্নান কৰি ভকতসমে শঙ্কৰদেৱ জগন্নাথ ক্ষেত্ৰ পালেগৈ। শঙ্কৰদেৱ জগন্নাথ পাই প্ৰথমে দেৱগৃহত প্ৰৱেশ কৰিলে। সাতবাৰ দৌল প্ৰদক্ষিণ কৰি ভোগ মণ্ডপলৈ গৈ জগন্নাথ, বলভদ্ৰ, সুভদ্ৰাক বিষ্ণুবুদ্ধিৰে দৰশন কৰিলে। দৰশনৰ লগে লগে জগন্নাথে শঙ্কৰৰ মূৰত মালা দিলে কিন্তু ভকতসকলে কোনেও দেখা নেপালে। পিছত জগন্নাথৰ মূৰৰ মালা শঙ্কৰৰ মূলত দেখি বিস্ময় মানিলে।

ভিতৰত সালগ্ৰাম মূৰ্ত্তি আছে বুলি জানি গুৰুজনা আৰু ভিতৰলৈ নগল। ৰাম চৰণে প্ৰকাশ কৰিছে -

অভ্যন্তৰে নপশিলা বাহিৰে আসিলা।<br>
পৰি আছে সালগ্ৰাম বুলি নবন্দিলা।।<br>
বাহিৰত সাতবাৰ কৰি প্ৰদক্ষিণ।<br>
বন্দিলা শঙ্কৰে দেখাই মনুষ্যৰ চিন।।

এইবাৰ গুৰুজন জগন্নাথত বেছিদিন থকা যেন নেলাগে। কাৰণ বৃন্দাবনেই আছিল শঙ্কৰদেৱৰ ঘাই লক্ষ্য। বৃন্দাবন আদি ঠাই ঘূৰি আহিহে গুৰু জগন্নাথত দীঘলীয়াকৈ আছিল। কথাগুৰু চৰিত মতে উত্তৰ, দক্ষিণ ভাৰত ভ্ৰমণৰ আগতে জগন্নাথলৈ গৈছিল।

## তীৰ্থৰ পৰা প্ৰত্যাবৰ্ত্তন ঃ-

বৃন্দাবনত থাকোতে গুৰুজনাই নিজৰ আৰাধ্য দেৱতা শ্ৰীকৃষ্ণৰ লীলাক্ষেত্ৰ- ভাণ্ডীৰক বট, কালিয় হ্ৰদ, হ্ৰদৰ তীৰৰ কদম্ব, গোবৰ্দ্ধন আৰু বাৰ বনৰ আঁতিগুৰি মাৰি চায়। গুৰুজনা বৃন্দাবনত থাকোতে বয়স চল্লিশ বছৰ পূৰ হয়। এই বছৰৰ ভিতৰতে উত্তৰ লক্ষীমপুৰৰ অন্তৰ্গত নাৰায়নপুৰৰ ওচৰত লেটেকু পুখুৰীৰ পাৰত হৰশিঙা উজীৰৰ টোলত অসমৰ দ্বিতীয় মহাপুৰুষ মধৱদেৱৰ আবিৰ্ভাৱ হয়। কথাগুৰু চৰিত মতে গুৰুজনা হস্তিনাপুৰ, কুৰুক্ষেত্ৰ, বদৰিকাশ্ৰমলৈকো গৈছিল। বদৰিকাশ্ৰমত গুৰুজনে "মনমেৰি চৰণেহি লাগু" গীতটি ৰচনা কৰিছিল। এইটিয়েই গুৰুজনাৰ প্ৰথম বৰগীত। কথাগুৰু চৰিততে প্ৰকাশ-নেপাল, কৈকেয়, কোশল, পাঞ্চাল, শ্বেতদ্বীপ, কাবেৰী, মাৰ্গকাশী, পুণ্যতোলা নদী, গণ্ডকী নদী, পুষ্পভদ্ৰা,

ৰামেশ্বৰ সেতুবন্ধ, সীতাকুণ্ড, দণ্ডকা বন, চিত্ৰকুট পৰ্ব্বত, গোদাবৰী নদী, গোমতী নদী, পঞ্চবতীবন, পঞ্চবতী আশ্ৰম, ঋষ্যমুখ পৰ্ব্বত, কিষ্কিন্ধা, নৰ্ম্মদা, মহানদী, কটক নগৰ ভ্ৰমণ কৰি পুনৰ জগন্নাথ পুৰী পায়হি। জগন্নাথ ক্ষেত্ৰত এবছৰ থাকি শ্বেতগঙ্গা, মাৰ্কণ্ডেয়, চন্দন সৰোবৰ, ইন্দ্ৰদ্যুম্ন, লোকনাথ এই পঞ্চতীৰ্থ চায়। শেষত গঙ্গাৰ মোহনা আৰু কৰতিয়াত স্নান পান কৰি বাৰ বছৰৰ মূৰত চৌৱাল্লিশ বছৰ বয়সত ১৪১৫শঁকত (১৪৯৩খৃঃ) গুৰুজনা বৰদোৱা পায়হি। কোনো পণ্ডিতৰ মতে তীৰ্থ ভ্ৰমণৰ অন্তত গুৰুজনা বৰদোৱা পাওতে পঞ্চলিশ বছৰ বয়স হয়। মহাপুৰুষৰ তীৰ্থ ভ্ৰমণ কাহিনী গুৰুচৰিত সমূহত বেলেগ বেলেগ দেখা যায়।

## তীৰ্থ ভ্ৰমণৰ অন্তত বৰদোৱা লীলা ঃ-

গুৰুজনা অহাৰ বাতৰি পাই ভাতৃ ৰামৰায়ে গজলা সুঁতিলৈকে আগবাঢ়ি গৈ গুৰুজনাক আগবঢ়াই আনিলেগৈ। গুৰুজনা বৰদোৱা আহি পোৱাৰ লগে লগে যেন বৰদোৱাত নৱসূৰ্য্য উদয় হৈছে, পদুমে পাহি মেলিছে, বনৰ চৰাইয়ো আনন্দ মুখৰ হৈছে, বৰদোৱা বাসীৰ ভকত আতৈ সকলৰ হিয়া আনন্দেৰে উপচি পৰিছে, আলৰ বুঢ়ী আই খেৰসূতীয়ে বাৰ্দ্ধক্য, দুখ, শোক সকলো পাহৰি আনন্দত অধীৰ হৈ নাতি লৰাক বুকুত সাৱতি ধৰিছে, আনন্দাশ্ৰু বৈ গৈছে। ককাক জয়ন্ত, মাধৱ, চান্দেৰী, মাধৱী আনন্দতে আগবাঢ়ি গৈ আদৰি আনিছে। বংশ পৰিয়াল ইষ্ট কুটুম্ব আনন্দত অধীৰ হৈছে। গুৰুজনাক সেৱা জনাবলৈ অহা বৃদ্ধ-বৃদ্ধা, পুৰুষ নাৰীৰ সমাগমত বিৰ দি বাট নোপোৱা হৈছে। এনে-আনন্দ মুখৰ পৰিবেশত গুৰুজনা বৰদোৱাত আহি উপস্থিত হল।

### দৈত্যাৰি চৰিত আৰু কথাগুৰু চৰিতত লিখিছে ঃ-

বুঢ়ীআই খেৰসূতী আনন্দত আত্মহাৰা হৈ আগবাঢ়ি যাওঁতে খাটৰ খুটাত উজুতি মাৰি আঠুত, আঘাট পাই লুটি খাই, পৰিছিল।

গুৰুজনা আহি পোৱাৰ লগে লগে ককাক জয়ন্ত মাধৱে শিৰোমণি ভূঞাৰ দায়িত্ব অৰ্পণ কৰিলে, কিন্তু গুৰুৱে গ্ৰহণ নকৰিলে। খেৰসূতী আয়ে অলপ দিনৰ পাছতে শঙ্কৰদেৱৰ বিবাহৰ কথা উত্থাপন কৰিলে যদিও গুৰুৱে সন্মতি নজনালে।

পিছত জয়ন্ত, মাধৱ, বুঢ়াখা, ৰামখা, ৰূপখা, গাভৰুখা, কেতাইখা, হৰিখা, আদি বৃদ্ধ সকলে বৰকৈ ধৰাত ডেকাগিৰীয়ে সম্মতি জনালে। কিন্তু বিয়া হয় হয় মানেই ৯-১০ বছৰ উকলি গ'ল।

ৰামচৰণ ঠাকুৰে লিখিছে ঃ-

বিবাহ কৰিতে ইচ্ছা নাহিকে তোমাৰ।
শুনিয়া মনত দুখ মিলিল আমাৰ।।
কন্যা যাচি দেই বিহা কৰিয়ো শঙ্কৰ।
গোত্ৰ বৃদ্ধি হৌক বাপু আমাৰ বংশৰ।।
শুনিয়া শঙ্কৰে তাক মৌন হুয়া ৰৈলা।
সালঙ্কৃতা কৰি কন্যা বিবাহক দিলা।।

জয়ন্ত মাধৱে শিৰোমণি ভূঞাৰ দায়িত্ব অৰ্পন কৰোতে -

জয়ন্ত মাধৱ দুয়ো প্ৰিয়বাক্য আশ্বাসিয়া
সম্বুধি বুলিলা শঙ্কৰক।
তোমাৰ পিতৃৰ লোকে তোমাতে খাটোক বাপ
চৰ্চ্চিয়োক পূৰ্ব্ব বিষয়ক।।

শঙ্কৰে বোলন্ত মোক নালাগে পিতৃৰ লোক
প্ৰয়োজন নাহিকে আমাৰ।
পঢ়িলোহো শাস্ত্ৰ দুখে গৃহত থাকিয়া সুখে
কৰিবোহো অৰ্থক বিচাৰ।।

ভাতৃ ৰামৰায়ে কিন্তু গুৰুজনাৰ বাৰ বছৰ তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতা, ধ্যান-ধাৰণালৈ লক্ষ্য কৰি শঙ্কৰদেৱক ধৰ্মচৰ্চ্চা, প্ৰচাৰৰ কাৰণে হে খাটনি ধৰিছিল। বুঢ়ী আই খেৰসূতীয়ে গুৰুজনা তীৰ্থ ভ্ৰমণৰ পৰা আহি পাওঁতেই তেৰাৰ বিয়া পতাৰ কথা কৈছিল যদিও বেজবৰুৱাৰ মতে আই খেৰসূতী বিবাহৰ আগতেই মৃত্যু ঘটিল। কোনো কোনো চৰিতকাৰে বিবাহৰ কিছুদিনৰ পাছতহে খেৰসূতীৰ মৃত্যু ঘটিছে বুলিছে। এই ক্ষেত্ৰত বেজবৰুৱাৰ কথা সত্য যেন লাগে।

## একান্তভাৱে ধৰ্ম চৰ্চ্চা ঃ-

গুৰুজনাই সাংসাৰিক সকলো বিষয়বাব বিসৰ্জ্জন দি ধৰ্ম চৰ্চ্চাৰ কামত একাণপতীয়াকৈ মনোযোগ দিলে। পুনৰ নামঘৰ মণিকুট সজাই ভকত বৈষ্ণৱ

সমে নাম কীৰ্ত্তন, শাস্ত্ৰ আলাপ আলোচনাত নিমগ্ন হল। গীতা ভাগৱত পাঠ বাখ্যা কৰি কৃষ্ণ ভক্তি তত্ত্ব বুজাই কৃষ্ণ নাম, কৃষ্ণ ভক্তিত সকলোকে আপ্লুত কৰি উদ্ধাৰৰ পথ দেখুৱালে। গুৰুজনাই কীৰ্ত্তন ৰচনা কাম আৰম্ভ কৰি উৰেষা বৰ্ণন, অজামিল উপাখ্যান, প্ৰহ্লাদ চৰিত্ৰ খণ্ড ৰচনা কৰিলে।

ড° মহেশ্বৰ নেওগৰ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' গ্ৰন্থত প্ৰকাশ-প্ৰথম তীৰ্থ ভ্ৰমণৰ পৰা আহি ষাঠি বছৰ বয়সত অৰ্থাৎ ১৫৩১শকত শঙ্কৰদেৱ গজলা সুঁতিৰ পৰা বৰদোৱালৈ উঠি যায়। কুসুম্বৰৰ এৰা সৰিয়হ তলীত (বৰদোৱাত) নামঘৰ মণিকুট সাজি ৰাম ৰায় আদিৰে তাতে ভাগৱত চৰ্চ্চা কৰিবলৈ ধৰিলে।

এতিয়া মন কৰিব লগীয়া কথা শঙ্কৰদেৱে বাৰবছৰ তীৰ্থ ভ্ৰমণ কৰি চৌৰাল্লিশ বছৰ বয়সত ঘূৰি আহি পায়। ককাক জয়ন্ত, মাধৱে শিৰোমণি ভূঞাৰ দায়িত্ব অৰ্পণ কৰিছিল। কিন্তু ধৰ্মচৰ্চ্চাত ব্যাঘাট হব বুলি ভাবি সেই দায়িত্বও গ্ৰহণ নকৰিলে। দ্বিতীয় বিবাহো হৈছে চৌৱন্ন বছৰ বয়সতহে। বৰদোৱাত ষাঠি বছৰ বয়সত নামঘৰ মণিকুট সাজি ধৰ্ম চৰ্চ্চা কৰাটো যদি ধৰা হয়, তেন্তে চৌৰাল্লিশৰ পৰা ষাঠি বছৰ বয়সলৈকে এই যোল্ল বছৰ কাল শঙ্কৰদেৱে কি কৰিছিল? তেতিয়া বোধকৰো কব লাগিব, এই যোল্ল বছৰ শঙ্কৰদেৱ ৰাজক্ষমতা লৈ গৃহ-সংসাৰ কৰিভোগ বিলাসতে ব্যস্ত আছিল। এই সময়খিনি গুৰুৱে নিশ্চয় এইদৰে কটোৱা নাই আৰু কোনো সাধু-সন্ত বৈষ্ণৱ ধৰ্ম বিশ্বাসী লোকৰো বিশ্বাসযোগ্য নহয়।

গতিকে গুৰুজনা প্ৰথম তীৰ্থ ভ্ৰমণৰ পৰা আহি ৰাজ ক্ষমতাকো প্ৰত্যাখ্যান কৰি বিবাহকো পিঠি দি পঞ্চলিশ বছৰ বয়সতে নামঘৰ মণিকুট পুনৰ প্ৰতিষ্ঠা কৰি নামকীৰ্ত্তন, শাস্ত্ৰালাপ, শাস্ত্ৰ ৰচনা, ধৰ্ম্ম প্ৰচাৰৰ কামত ব্ৰতী হোৱাটোহে সত্য কথা, ইয়াত কোনো সন্দেহ নাই।

## কীৰ্ত্তনৰ প্ৰথম ৰচনাৰ কাম আৰম্ভ ঃ-

গুৰুজনা প্ৰথম তীৰ্থ ভ্ৰমণৰ পিছতে বৰদোৱাত কীৰ্ত্তন ৰচনা আৰম্ভ হোৱাটো সম্ভৱ। কিন্তু তেৰাৰ এই সময়ৰ কাৰ্য্যাৱলী সম্বন্ধে সকলো চৰিত পুথি একমত নহয়, ভিন ভিন চৰিতকাৰৰ মতো ভিন ভিন। কথাগুৰু চৰিত মতে গুৰুজনা প্ৰথম তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি আহি কিছুদিনৰ পিছত বুঢ়ীমাক খেৰসূতী আৰু ককাক জয়ন্ত, মাধৱ প্ৰমুখ্যে বংশৰ ভূঞাসকলৰ অনুৰোধত দ্বিতীয় বিবাহ কৰে আৰু ইয়াৰ পিছতে কীৰ্ত্তন গৃহ সজাই ধৰ্ম্ম চৰ্চ্চা কৰিবলৈ ধৰিলে। এইখন চৰিত মতেই

উদ্ধৱ সংবাদ, আদিতে ৰচনা কৰা হলেও কীৰ্ত্তনৰ পদ ৰচনাৰ কামো আৰম্ভ হয়। কিন্তু জগদীশ মিশ্ৰৰ পৰা ভাগৱত শ্ৰৱণৰ পিছতহে কীৰ্ত্তনৰ পদ ৰচনা আৰম্ভ বুলিছে। ৰামচৰণ ঠাকুৰৰ মতে গুৰুজনা তীৰ্থৰ পৰা ঘূৰি অহাৰ পিছত দ্বিতীয় বিবাহৰো পিছত তেৰাই গীতা ভাগৱত মন্থন কৰি গীত পদ ৰচনাৰ কাম আৰম্ভ কৰে আৰু কীৰ্ত্তনৰ কেইটিমান খণ্ড ৰচনাৰ পিছতহে জগদীশ মিশ্ৰ জগন্নাথৰ পৰা আহি গুৰুজনাক ভাগৱত পাঠ কৰি শুনায়।

বেজবৰুৱাৰ মতে শঙ্কৰদেৱ গাংমৌত থকা কালত জগদীশ মিশ্ৰ জগন্নাথ ক্ষেত্ৰৰ পৰা আহি তেৰাক ভাগৱত পাঠ কৰি শুনোৱাৰ পিছতহে কীৰ্ত্তন ৰচনাৰ কাম আৰম্ভ কৰে আৰু পাষণ্ড মৰ্দ্দন খণ্ড গুৰুজনাৰ প্ৰথম কীৰ্ত্তন ৰচনা। বেজবৰুৱাৰ এই মত মানি লবলৈ টান; কাৰণ কীৰ্ত্তনৰ পাষণ্ডমৰ্দ্দন খণ্ড ধুৱাহাটত থাকোতে লিখা ইয়াত চৰিত পুথি সমূহৰ দ্বিমত নাই আৰু ধুৱাহাটাত গুৰুজনা থকা সময়ত পৰিস্থিতিৰ লগত এই খণ্ডৰ সামঞ্জস্য আছে। (ধুৱাহাটা খণ্ডত প্ৰকাশ) গাংমৌত জগদীশ মিশ্ৰই গুৰুজনাক দৰ্শন কৰি ভাগৱত শ্ৰৱণ কৰোৱা কথাটো গ্ৰহণযোগ্য নহয়। কাৰণ জগদীশ মিশ্ৰ সুদূৰ ত্ৰিহুত দেশৰ পৰা জগন্নাথত ভাগৱত পাঠ কৰা উদ্দেশ্যেহে শ্ৰীক্ষেত্ৰলৈ আহিছিল। ৰাতি সপোনত জগনাথে যেতিয়া কলে "মোৰ আৰু শঙ্কৰদেৱৰ কোনো প্ৰভেদ নাই। পূৱ দেশৰ বৰদোৱা গ্ৰামত শঙ্কৰদেৱ আছে, তেওঁমোৰ নমস্য। তেওঁক ভাগৱত শ্ৰৱণ কৰালেই মোৰো শ্ৰৱণ কৰা হব। তুমি তেওঁক শ্ৰৱণ কৰোৱাগৈ।" সেই মৰ্ম্মে জগদীশ মিশ্ৰ বৰদোৱালৈ আহি গুৰুজনাক ভাগৱত শ্ৰৱণ কৰাইছিল। গাংমৌৰ কোনো কথা জগন্নাথে প্ৰকাশ কৰা নাছিল আৰু শ্ৰীক্ষেত্ৰৰ সন্ত মহন্ত সকলেও গুৰুজনাৰ বাসস্থান বৰদোৱা বুলিহে জানিছিল। দৈত্যাৰি ঠাকুৰে কীৰ্ত্তন ৰচনাৰ কাল জগদীশ মিশ্ৰৰ ভাগৱত প্ৰাপ্তিৰ পিছত বুলিছে, দ্বিজ ৰামানন্দই আকৌ গুৰুজনা তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি অহাৰ পিছতে ককাক জয়ন্তৰ পত্নী বুঢ়ীমাক গুটিমালী আৰু সম্বন্ধীয়া খুৰাক হৰিৰামক শৰণ দিয়াৰ কথা কৈছে।

মুঠতে গুৰুজনা প্ৰথম তীৰ্থভ্ৰমণৰ পৰা আহি পঞ্চলিশ বছৰ বয়সৰ পৰা বৰদোৱাত থকা কালত গুৰুজনাই কীৰ্ত্তন ঘৰ সজাই নাম কীৰ্ত্তন, ধৰ্ম্ম প্ৰচাৰ, গ্ৰন্থ ৰচনাৰ কামত একাণপতীয়াকৈ লাগে। বৰদোৱাত কীৰ্ত্তন ৰচনাৰ কাম আৰম্ভ কৰে আৰু জগদীশ মিশ্ৰই বৰদোৱাতে গুৰুজনাক ভাগৱত শ্ৰৱণ কৰায়। কোনো কোনো পণ্ডিতৰ মতে কৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, অমৃত মন্থন উৰেষা বৰ্ণন বৰদোৱাতে ৰচনা কৰে। ইয়াতে কেইবাটিও বৰগীত গুৰুজনাই ৰচনা কৰে।

# দ্বিতীয় বিবাহ ঃ-

তীৰ্থৰ পৰা ঘূৰি অহাৰ পিছত গুৰুজনাৰ বুঢ়ীমাক খেৰসূতী, ককাক জয়ন্ত, মাধৱ আৰু বংশধৰ সকলৰ কথা পেলাব নোৱাৰি অনিচ্ছা স্বত্ত্বেও গুৰুৱে বিবাহত সন্মতি জনালে। ৰাম ভূঞাৰ অপুষ্পিতা কন্যা কালিন্দীৰ লগত বিয়াৰ ঠিক হল। অষ্টাদশ মাসে পুষ্পিতা হল। বিয়া ঠিক হোৱাৰ কিছুকালৰ পিছত ১৪২৫শঁকত গুৰুজনাৰ চৌৱানান বছৰ বয়সত গুণৱতী, ৰূপৱতী কন্যা কালিন্দীৰ পোন্ধৰ বছৰ বয়সত বিবাহ কাৰ্য্য সম্পন্ন হল। ৰাম চৰণ ঠাকুৰৰ মতে বিয়াৰ কিছুদিনৰ পিছতে আই খেৰসূতী আৰু হলায়ুধৰ পৰলোক প্ৰাপ্তি ঘটে। বিয়াৰ পিছতো গুৰুজনাই শাস্ত্ৰ চৰ্চ্চাতহে কোৰামুঠীয়াকৈ ধৰিলে। বৰদোৱা চৰিত মতে ৰাজ চৰ্চ্চাত অনিচ্ছা দেখি ভূঞা সকলে এশঘৰ বন্দী দি সেইসকলৰ ওপৰতে গোমোস্তা পাতিলে। ৰাম চৰণে প্ৰাকাশিছে -

তথাপিতো দুয়োজনে (জয়ন্ত, মাধৱ) বুলিলা সাদৰে আতি
তুমি চৰ্চ্চিবাহা তন্ত্ৰীজাক।
শঙ্কৰক নমস্কাৰ কৰি ৰাম ৰায়ে বোলে
চৰ্চ্চিবাহা কৃষ্ণৰ কথাক।।

ভূষণ দ্বিজৰ মতে শঙ্কৰক এশঘৰ তন্ত্ৰী-গিৰীৰ ওপৰত গোমোস্তা পতা হল যদিও এই গোমোস্তা পদ শঙ্কৰে হৰি জোৱাইক চম্জি দিলে।

গুৰুজনাৰ পত্নী বিয়োগৰ পিছত বিষয়ৰ প্ৰতি বিৰাগ ভাৱ আছিল। তীৰ্থ ভ্ৰমণৰ পিছত বংশৰ বৃদ্ধ সকলে বিয়াৰ প্ৰস্তাৱ দিছিল যদিও গুৰুৱে প্ৰথমে মানি লোৱা নাছিল। এই ভাৱে দহ বছৰ পাৰ হৈ গ'ল। ভূঞাবংশৰ মনত দুখ শঙ্কৰদেৱৰ পৰা আৰু বংশ বৃদ্ধি নহব। শেষত বংশৰ বৃদ্ধ সকলৰ কথা ৰাখি সকলোৰে সন্তোষৰ কাৰণে গুৰুৱে বিবাহত সন্মতি জনালে।

গুৰুজনাই সংসাৰ বান্ধোনত ভৰি দিলে যদিও এই বান্ধোনে তেৰাৰ মন বান্ধি ৰাখিব নোৱাৰিলে। তেৰাই "মনে খেদ কৰিলন্ত মায়াময় অনিত্য সংসাৰ।" তেৰাই গাৰ্হস্থ্য ধৰ্ম্ম আৰু ভাগৱত ধৰ্ম্ম উভয়কে সমানে পালন কৰিছিল। বিভিন্ন শাস্ত্ৰ সমূহ মন্থন.কৰি, সাৰতত্ত্ব উদ্ধাৰ কৰি হৰি কীৰ্ত্তন, কৃষ্ণনামৰ মহাত্ম্য.প্ৰকাশ কৰিবলৈ ধৰিলে।

## ভাগৱতৰ অসমীয়া পদ ভাঙনি ঃ-

গুৰুজনাই বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ, তেৰাৰ প্ৰবৰ্ত্তিত ধৰ্ম্মৰ আধাৰ গ্ৰন্থ ভাগৱত পুৰাণৰ অসমীয়া পদ কৰাৰ কামো আৰম্ভ কৰিলে। সেই সময়ত গুৰুৱে ষাঠি বছৰ বয়সত ভৰি দিছে। বৰদোৱাত থকা কালতে গুৰুৱে ভাগৱতৰ ষষ্ঠ স্কন্ধৰ অজামিল উপাখ্যান, অষ্টম স্কন্ধৰ-অমৃত মন্থন, বলিচলন খণ্ড, আদ্য দশম স্কন্ধ আৰু একাদশ স্কন্ধৰ শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰায়ান খণ্ড ৰচনা কৰে। কোনো কোনো আলোচক পণ্ডিতে অষ্টম স্কন্ধৰ গজেন্দ্ৰ উপাখ্যান, বলিচলন খণ্ড কোঁচ ৰাজ্যত থকা সময়ত ৰচনা কৰে বুলি কয় যদিও বৰ্ণনাৰ বিষয়বস্তুলৈ লক্ষ্য কৰিলে ভাগৱতৰ এই কেইটা স্কন্ধ বৰদোৱাত থাকোতে ৰচনা কৰা বুলি ধাৰণা হয়। কোনোৱে প্ৰথম স্কন্ধও বৰদোৱাতে ৰচিত বোলে। ৰামচৰণ ঠাকুৰে একাদশ স্কন্ধ পাটবাউসীত ৰচিত হৈছে বুলি কৈছে যদিও বৰ্ণনাৰ ধৰণ, লক্ষ্য আৰু নামৰ মাহাত্ম্য প্ৰধান ভাগৱতৰ এই শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ একাদশৰ খণ্ডটো ধৰ্ম্ম প্ৰচাৰৰ আদিতে বৰদোৱাত ৰচনা কৰা যেনহে লাগে। এই স্কন্ধত প্ৰকাশ পাইছে "কৃষ্ণে এৰিলাত পৃথিবী মণ্ডল অধৰ্ম্ম জুৰিয়া ৰৈল।" একাদশৰ 'কৃষ্ণ উদ্ধৱ সংবাদ' দশমৰ শিশুলীলা অংশও বেলগুৰিত ৰচনা কৰা যেন লাগে।

## জগদীশ মিশ্ৰ ঃ-

জগদীশ মিশ্ৰ সুদূৰ ত্ৰিহুত দেশৰ বিপ্ৰ আছিল। তেওঁ লগত এভাগ ভাগৱত লৈ আহি জগন্নাথৰ আগত পাঠ কৰাৰ মানসেৰে বাট কুৰি বাই এদিন জগন্নথ ক্ষেত্ৰ পালেহি। জগন্নাথে বিপ্ৰক স্বপ্নত কৈছিল -

"জগন্নাথে তাঙ্ক, স্বপ্নত বুলিলা শুনিয়োক বিপ্ৰবৰ।
উদয় ৰাজ্যত, বৰদোৱা গ্ৰামে আছন্ত শঙ্কৰ বৰ।।
তান আগে গৈয়া, পঢ়িয়োকইটো মহাগ্ৰন্থ ভাগৱত।
তাহান আমাৰ, নাহিকে অন্তৰ কৈলো ইটো স্বৰূপত।।
জগন্নাথ আজ্ঞা, শিৰোগত কৰি দ্বিজবৰ লৰিলন্ত।
যাত্ৰাৰ লগত পৰম হৰিষে কামৰূপে আসিলন্ত।।

মহাপুৰুষ শঙ্কৰদেৱৰ মাহাত্ম্য প্ৰকাশ কৰি জগন্নাথে জগদীশ মিশ্ৰক কৈছিল -

ব্ৰাহ্মণৰ আগে কৈলা জগন্নাথে শুনিয়োক বিপ্ৰবৰ।·
শঙ্কৰৰ মোৰ নাহিকে অন্তৰ কিঞ্চিতেক মাত্ৰ আৰ।।
হেন শঙ্কৰক মনুষ্য প্ৰত্যয় কৰিবেক কোন জনে।
সি সি জনে জানা কৰিবে অৱজ্ঞা কৃষ্ণক যিটো নমানে।

মহাপুৰুষ শঙ্কৰদেৱৰ একশৰণ হৰি নাম ধৰ্ম্মৰ আধাৰ হল ভাগৱত পুৰাণ। সেইবাবে গুৰুজনাৰ প্ৰচাৰিত ধৰ্ম্মক ভাগৱতী ধৰ্ম্মও বোলে। গুৰুজনাৰ ধৰ্ম্মৰ মূল বাৰস্কন্ধ ভাগৱতৰ অসমীয়া পদ ভাঙনি কৰিবলৈ ইচ্ছা কৰি তেৰাই কেইটামান স্কন্ধ আৰু কেইটামান স্কন্ধৰ খণ্ড ৰচনা কৰিলে। এনেতে জগন্নাথ মহাপ্ৰভুৰ আদেশত জগদীশ মিশ্ৰ, পূব দেশৰ মহাপুৰুষ শঙ্কৰদেৱৰ আগত ভাগৱত পাঠৰ মানসেৰে দুমাহৰ মূৰত আহি বৰদোৱাত উপস্থিত হল। দৈত্যাৰি ঠাকুৰে উল্লেখ কৰিছে জগদীশ মিশ্ৰ বৰদোৱা পোৱাৰ সময়তগুৰুজনা গাংমৌৰ পেহাকৰ তালৈ গৈছিল। এজন মহান পুৰুষ সামান্য কাৰণত অলৈ তলৈ যোৱাটো সম্ভৱ নহয়। যোৱাৰ বিশেষ কাৰণো উল্লেখ নাই।

গতিকে জগদীশ মিশ্ৰ আহি বৰদোৱা পোৱাৰ সময়ত গুৰুজনা গাংমৌৰ পেহাকৰ তাত থকা কথাটো একেবাৰে গ্ৰহণযোগ্য নহয়।

আকৌ কোনো গুৰু চৰিত মতে জগদীশ মিশ্ৰৰ পৰা ভাগৱত শুনাৰ পিছত হে গুৰুজনাই ভাগৱত পদ ভাঙনি কাম আৰম্ভ কৰে। এই কথাও যে অমূলক আগত কিছু প্ৰকাশ কৰা হৈছে। গুৰুজনাই মিশ্ৰৰ আগত নিজে প্ৰকাশিছে -

আমি ভাগৱতৰ গীত পদ কৰি আছো। তাৰ অৰ্থ কিবা বিলক্ষণ হয়, চাম।”

কালি আৰম্ভিবা মহা গ্ৰন্থ ভাগৱত।
গীত পদ কৰি মই আছোহো পূৰ্ব্বত।।
তাত কৰি অৰ্থ কিবা বিলক্ষণ হয়।
শুনিবাক মোৰ মহা আনন্দ আছয়।।

জগদীশ মিশ্ৰ গুৰুজনাৰ ভকত আতৈ সকলৰ লগত গৈ তেৰাৰ আগত উপস্থিত হল। জগন্নাথে আগতে গুৰুজনাৰ ৰূপ বৰ্ণনা কৰাৰ সাদৃশ্য দেখিলে আৰু লগে লগে গুৰুক নমস্কাৰ জনাই আসনত বহিল। গুৰুজনাই অহাৰ কাৰণ সোধাত মিশ্ৰয় কলে - (ৰামচৰণ ঠাকুৰৰ গুৰু চৰিতৰ উদ্ধৃতি) -

| | | |
|---|---|---|
| জগন্নাথ আগে | ইটো ভাগৱত | পঢ়িবাক আগে গৈলো। |
| স্বপ্নে জগন্নাথে | দেখাদিলা মোক | নয়ন ভৰি দেখিলো।। |
| মোক আজ্ঞাকৰি | লন্ত জগন্নাথে | শুনিয়োক দ্বিজবৰ। |
| বৰদোৱা গ্ৰামে | আছন্ত শঙ্কৰ | যায়োক তাতে সত্তৰ।। |
| শঙ্কৰৰ মোৰ | নাহিকে অন্তৰ | তৈতে পঢ়া ভাগৱত। |
| হেনশুনি মই | প্ৰভাতে লৰিলো | আজ্ঞা কৰি শিৰোগত।। |
| মহাভাগ্য মোৰ | মিলিল তোমাক | দেখিলো আমি নয়নে। |
| তযু দৰশনে | পাপ দূৰ গৈল | আনন্দ কৰে হৃদয়।। |
| এতেকবোলন্তে | প্ৰেম উপজিল | নয়নে নীৰ ঝৰয়।। |

দৈত্যাৰি ঠাকুৰে লিখিছে -

তান আগে ভাগৱত পঢ়িয়ো সকল।
শাস্ত্ৰ পঢ়িবাৰ হোৱে তেবেসে সম্ফল।।

সাৰ্ব্বভৌম ভট্টাচাৰ্য্যই লিখিছে -

বাৰাণসী হন্তে আইল ভাগৱত।
প্ৰকাশিবে আপোনা যশ ধৰ্ম্ম যত।।
জগদীশে স্বপ্ন দেখি পাণ্ডাত কহিল।
ভাগৱত লৈয়া পূৰ্ব্ব দিশক লৰিল।।
কতো দিনে আমি শঙ্কৰক লাগ পাই।
জগন্নাথে স্বপ্ন কৈলা শঙ্কৰৰ ঠাই।।
যতেক কহিলা ৰূপ সবে দেখিলন্ত।
ভাগৱত দিয়া তাত শৰণ লৈলন্ত।।

ড° মহেশ্বৰ নেওগৰ মতে বাৰ স্কন্ধ ভাগৱত গুৰুজনাৰ আগত পাঠ আৰু বাখ্য কৰোতে প্ৰতি স্কন্ধত এমাহকৈ এবছৰ লাগিছিল। বেজবৰুৱাৰ মতে সাত দিনৰ ভিতৰতে সম্পূৰ্ণ ভাগৱত পাঠ আৰু ব্যাখ্যা কৰি শেষ কৰিলে। এই ক্ষেত্ৰত ডঃ নেওগৰ মতহে সমৰ্থন যোগ্য যেন লাগে।

'এক বৰ্ষে ভাগৱত অৱসান হৈলা, বিপ্ৰত্ত ৰাম বুলিলা।" বেজবৰুৱাই আৰু উল্লেখ কৰিছে-শঙ্কৰদেৱে ইয়াত থাকি বনে যাব মিশ্ৰক সোধাত মিশ্ৰই কলে-

"আপোনাক এৰি যাবৰ মোৰ আৰু মন নাই, মোৰ মনত আপুনিয়ে জগন্নাথ। কিন্তু শাস্ত্ৰ পাঠৰ অন্তত এবাৰ জগন্নাথক দক্ষিণা দি পূজা এভাগ কৰিবৰ মোৰ মন গৈছিল; এতিয়া আৰু সেইটো নহলেও হব, কাৰণ আপোনাৰ দৰ্শনত মোৰ সকলো সিদ্ধি হল।"

ইয়াৰ পিছত জগদীশ মিশ্ৰই গুৰুজনাৰ লগতে থাকি শাস্ত্ৰ চৰ্চ্চা, নাম কীৰ্ত্তন কৰি এবছৰ কাল কটায়, শেষত গুৰুজনাৰ ধৰ্ম্মতে সন্তোষ মনেৰে থাকি মিশ্ৰই প্ৰাণত্যাগ কৰে।

মিশ্ৰৰ প্ৰয়াণৰ পিছতো গুৰুৱে কীৰ্ত্তনৰ পদ, গীত ৰচনা ভাগৱতৰ পদ ভাঙনি, ধৰ্ম্ম প্ৰচাৰ, শাস্ত্ৰ চৰ্চ্চা, নাম কীৰ্ত্তন কৰি সাতষষ্ঠি বছৰ বয়সলৈকে বৰদোৱাত আছিল।

## শঙ্কৰদেৱৰ গুৰু ঃ-

শঙ্কৰদেৱৰ গুৰু কোন? এই প্ৰশ্ন সময়ে উদয় হোৱা দেখা যায়। এই প্ৰশ্ন উদয় হোৱা নিষ্প্ৰয়োজন যদিও তেৰাৰ ধৰ্ম্মোপদেষ্টা জনৰ নাম নোপোৱাত অনেকক বিমোৰত পৰাও দেখা যায়।

কোনোৱে কয় গজন্নাথকেই তেৰাই গুৰু মানি শিৰ দোৱাইছিল। কিন্তু জগন্নাথ ক্ষেত্ৰত শঙ্কৰদেৱ যেতিয়া উপস্থিত হল, জগন্নাথে কোনেও ধৰিব নোৱাৰাকৈ শঙ্কৰদেৱৰ মূৰত মালা দি সেৱা জনাইছিল। জগন্নাথ, বলোভদ্ৰ, সুভদ্ৰাই তিনটি মাৰ্জ্জাৰী ৰূপে গুৰুজনাৰ উচ্ছিষ্ট প্ৰসাদ গ্ৰহণ কৰিছিল।

জগদীশ মিশ্ৰই জগন্নাথ ক্ষেত্ৰত ভাগৱত পাঠ কৰিবলৈ যাওঁতে স্বপ্নত শঙ্কৰক ঈশ্বৰৰূপে বৰ্ণনা দি জগন্নাথে তাত (শ্ৰীক্ষেত্ৰত) পাঠ কৰিবলৈ নিদি গুৰুজনাৰ ওচৰলৈ পঠাইছিল। এই কথা গুৰু চৰিত সমূহে প্ৰকাশ কৰিছে। গতিকে জগন্নাথ শঙ্কৰদেৱৰ কেতিয়াও গুৰুহব নোৱাৰে। কোনোৱে কয় শঙ্কৰদেৱে তেওঁৰে এজন বিশিষ্ট শিষ্যক নাম বস্তু দি পুনৰ সেই শিষ্যৰ পৰাই দীক্ষা গ্ৰহণ কৰিছিল।

শ্ৰীমদ্ভাগৱতত আছে - যেতিয়া শ্ৰীকৃষ্ণই বৈকুণ্ঠ প্ৰয়াণ কৰিলে তেতিয়া ধৰ্ম্মই নামত আশ্ৰয় ললে।

আনধৰ্ম্ম কৃষ্ণৰ লগতে গুছি গৈলা।
একস্থান হুয়া হৰি নাম মাজে ৰৈলা।।

এতেকে নামত সমস্ত পুণ্য পায়।
জানিয়া য়তনে ফুৰা হৰিগুণ গায়।।
নামেসে কৰিব সব মনোৰথ সিদ্ধি।
জানিবা হৰিৰ নামেসে নৱনিধি।।
(দশম স্কন্ধ ভাগৱত)

নৈমিষাৰণ্যত শৌনকে সুতক এই প্ৰশ্নকে কৰিছিল। সুতে উত্তৰ দিছিল -

"ধৰ্মই ভাগৱত পুৰাণত আশ্ৰয় ললে।"
শ্ৰীমদ্ভাগৱতং পুৰাণ তিলকং।
যদ্বৈষ্ণৱানাং ধনম্।।

এই ভাগৱতেই হৈছে পৰমগুৰু। আকৌ ভাগৱতে কৃষ্ণৰ নাম কীৰ্ত্তনক শ্ৰেষ্ঠত্ব দিছে। শঙ্কৰদেৱৰ ধৰ্ম্ম ভাগৱতী ধৰ্ম্ম, এক শৰণ নাম ধৰ্ম। হৰি নাম কীৰ্ত্তনেই কলিযুগৰ ধৰ্ম বুলি ভাগৱতে প্ৰতিপন্ন কৰিছে। 'হৰি' এই দুটা আখৰতে সকলো ভকতি লুকাই আছে। এই হৰি নাম সাধনত চতুৰ্বৰ্গ সাধনৰ ফল পায়। শঙ্কৰদেৱৰ ধৰ্ম্মমত গুৰু, কৃষ্ণ, নাম, ভকত এই চাৰিত শৰণেই তেওঁৰ ধৰ্মৰ মূল ভেটি।

শঙ্কৰদেৱে কৈছে -

"সৰ্ব্বতত্ত্ব ভকতক মই গুৰু মানো।
ভকত গুৰুত পৰে আনক নজানো।।"
(কথা গুৰু চৰিত)

মাধৱ পুৰুষে প্ৰকাশিছে -

ত্ৰিভুবন বন্দন দৈৱকী নন্দন
যো হৰি মাৰল কংস।
জগজ্জন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ।। (গুৰু ভটিমা)

মাধৱ পুৰুষৰ এই ঘোষা ফাকিয়ে শঙ্কৰদেৱক ঈশ্বৰৰূপে প্ৰকাশিছে। ধৰ্ম্ম বিশ্বাসীলোকে এই ঘোষা ফাকিৰ তত্ত্ব উপলব্ধি কৰিব পাৰে। গতিকে শঙ্কৰদেৱৰ গুৰুকোন এই প্ৰশ্ন উদয় হোৱাটো অমূলক। এই প্ৰশ্নৰ উত্তৰ জ্ঞান মাৰ্গত নিবিচাৰি

যদি অন্যত বিচৰা হয় তেন্তে বনৰীয়া ৰাজ হাঁহৰ পিঠিত উঠিবলৈ যোৱা নিচিনা কাৰ্য্য হব।

## শঙ্কৰদেৱৰ বৰদোৱা ত্যাগ ঃ-

মহাপুৰুষ শঙ্কৰদেৱৰ উপৰিপুৰুষ সকলৰ দিনৰ পৰা ভূঞা আৰু কছাৰীৰ মাজত মনোমালিন্য আছিল। তেতিয়াও ভূঞা আৰু কছাৰীৰ মাজে মাজে একোখন খণ্ডযুদ্ধ হৈছিল। ভূঞা সকলৰ বিপদ শঙ্কুল অৱস্থা কোনো দিনেই নুগুচিছিল। গুৰুজনাই এই বিপদসঙ্কুলৰ মাজত ধৰ্ম্মকাৰ্য্য কৰি অসুবিধা পাইছিল। ভূঞা আৰু কছাৰীৰ মাজত আকৌ কাজিয়া আৰম্ভ হল। কছাৰী, ভূঞাৰাজ্য আক্ৰমণৰ বাবে সাজু হল। যুদ্ধ আৰম্ভ নৌ হওতেই শঙ্কৰদেৱে ১৪৩৮ শঁকত (১৫১৬খৃঃ) বৰদোৱা ত্যাগ কৰি লুইতৰ উত্তৰ পাৰলৈ গমন কৰি আহোম ৰাজ্যত সোমল। এই সময়ৰ পৰাই শঙ্কৰদেৱৰ বংশৰ ভূমি আধিকাৰ চিৰকাললৈ লোপ পালে। বৰদোৱা চৰিত মতে শিঙৰীত এৰাতি, কথা চৰিত মতে ৰৌটাত ছমাহ, ঘিলাধাৰীত এৰাতি, বেজবৰুৱাৰ মতে ভলুকাগুৰিত ডেৰমাহ আৰু কোমোৰা কুটাত কিছুদিন থাকি বুঢ়ী গঙ্গাইদি উজাই গাঙ্গমুখ বা গাংমৌ পালেগৈ।

কীৰ্ত্তনৰ ধ্যান বৰ্ণন, ভাগৱতৰ ৮ম স্কন্ধৰ কথাৰে গজেন্দ্ৰ উপাখ্যান, বলিছলন খণ্ড গুৰু জনে বৰদোৱাতে ৰচনা কৰে। নাম অপৰাধ, কংসবধ খণ্ড, কোনোৱে বৰদোৱাত ৰচনা কৰে বুলি কয় যদিও কোনোৱে ধুৱাহাটাত হে ৰচনা কৰে বুলি কয়। নাম অপৰাধ খণ্ড ধুৱাহাটাত ৰচনা কৰে যেন অনুমান হয়।

শঙ্কৰদেৱে বৰদোৱা ত্যাগ কৰা সময়ত ভূঞা আৰু কছাৰীৰ বিবাদৰ সূত্ৰপাত কেনেকৈ হল এই কথা বৰদোৱা চৰিতত এই দৰে লিখিছে-"ভূঞা কছাৰীয়ে একেখন পথাৰতে খেতি কৰে আৰু একে পথাৰতে গৰু গায়ো চৰোৱা মেলা কৰে। এদিন গৰু ছাগলী চৰোৱা পথাৰতে উভয়ৰ মাজত কাজিয়া লাগিল। ভূঞা সকলে বুদ্ধিৰে কাজিয়া সাম কটাই গ'ল যদিও ইয়াৰ পোটক তুলিবলৈ ভূঞা সকলে হাহ, ছাগলী কাটি ভোজৰ আয়োজন কৰি কছাৰীক ভোজলৈ নিমন্ত্ৰণ কৰিলে। তেওঁলোকে খাবলৈ লওতেই ভূঞাসকলে কিছুমান কছাৰীক কাটিলে, কোনো লৰি হাবিত সোমাল, কোনোৱে ৰজাৰ ওচৰত আশ্ৰয় বিচাৰিলে। পিছত কছাৰী সকল মুঠ হৈ হাতত ঢাল তৰোৱাল লৈ ভূঞাসকলক আক্ৰমণ কৰিবলৈ সাজু হল। এই কথা শুনি গুৰুজনে ভূঞাসকলক দোষাৰোপ কৰিলে আৰু এই ঠাই ত্যাগ কৰিবলৈ আদেশ দিলে। গুৰুৱে ভূঞাসকলৰ লগত আলচ কৰি নাৱেৰে উত্তৰ পাৰলৈ ৰাওনা

কৰিলে। দৈত্যাৰি ঠাকুৰে ভূএগ্ৰা কছাৰীৰ এই বিবাদক 'আসামৰ টেম্বুৰানী মাৰণ' বুলি উল্লেখ কৰিছে। ভূএগ্ৰা সকলৰ লগতে গুৰুজনায়ো গমন কৰিলে। কিন্তু বাটত মনত পৰিল কীৰ্ত্তন ঘোষা পুথিভাগ এৰি থৈ আহিল। ঘৰলৈ ঘূৰি আহি কীৰ্ত্তন পুথিখন লওতেই কছাৰীয়ে ঘৰবেৰা দিলে। গুৰুৱে দুজনক ঠেলামাৰি পেলাই লুইতলৈ দৌৰি গল; কিন্তু কছাৰীয়েও পিছে পিছে খেদি গল। লুইত পাই দেখিলে সকলে নাও ভূএগ্ৰাসকলে লৈ পলাল। উপাই নেপাই গুৰুজন লুইতৰ পানীত নামি গল। কছাৰীয়েও দা যাঠি লৈ গুৰুজনাক মাৰিবলৈ সাজু হল। পিছে লুইতৰ পানীত উটি অহা এধানমানী গীতা পুথি এখন পাই তাকে দেখুৱালে। কছাৰীসকলে আক্ৰমণ নকৰি গুছি গ'ল।

গুৰুজন এনে অৱস্থাতে নিজ ৰাজ্য এৰি আহোম ৰাজ্যত প্ৰবেশ কৰিলে।

## অনন্ত কন্দলি ঃ-

অনন্ত কন্দলি প্ৰথমে শাক্ত ব্ৰহ্মণ আছিল। বিজ্ঞ ব্ৰাহ্মণ অনন্ত কন্দলিয়ে বেদ, বেদান্ত শ্ৰুতি, স্মৃতি, গীতা ভাগৱত আদি অধ্যয়ন কৰি জানিলে যে কলিত হৰিনামেই হে সাৰ। এদিন অনন্ত কন্দলিয়ে স্বপ্নত দেখিলে তেওঁ শঙ্কৰদেৱৰ উচ্ছিষ্ট ভোজন কৰিছে। তেওঁ আহি শঙ্কৰদেৱৰ ওচৰত শৰণ গ্ৰহণ কৰিলে। আন এদিন তেওঁ গুৰুক দৰ্শন কৰি সপোনৰ কথা জনালে আৰু গুৰুৰ উচ্ছিষ্ট বিচাৰিলে। গুৰুজনাই কলে "ভাগৱতৰ যিখিনি পদ আমি কৰা নাই সেই পদ তুমি কৰা সেই খিনি কৰিলেই উচ্ছিষ্ট ভোজন কৰা হ'ব।" গুৰুৰ আদেশ মতে কন্দলিয়ে মধ্য আৰু শেষ দশমৰ পদ ভাঙনি কৰিলে।

অনন্ত কন্দলিৰ নাম চাৰিটা। হৰি চৰণ, শ্ৰীচন্দ্ৰ ভাৰতী, অনন্ত কন্দলি, ভাগৱত ভট্টাচাৰ্য্য। কন্দলিৰ পিতৃ দত্ত নাম হৰিচৰণ। ব্যাকৰণত পাণ্ডিত্য থকা বাবে শ্ৰীচন্দ্ৰ ভাৰতী। তৰ্কত পাৰ্গত বাবে, অনন্ত কন্দলি, আৰু গভীৰ ভাগৱত জ্ঞান থকা বাবে ভাগৱত ভট্টাচাৰ্য্য।

অনন্ত কন্দলিয়ে শঙ্কৰদেৱক ক'ত দৰ্শন কৰিছিল এই কথাত চৰিত পুথি সমূহ একমত নহয়। অনুমান হয় গুৰুজনা বৰদোৱাত থাকোতে অনন্ত কন্দলিয়ে গুৰুজনাত শৰণ লয় আৰু উচ্ছিষ্ট বিচাৰে। কথাগুৰু চৰিত মতেও অনন্ত কন্দলি আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্য দুয়ো জনে বৰদোৱাতে শঙ্কৰদেৱৰ ওচৰত শৰণ লয়। কিন্তু আন বিলাক চৰিতত অনন্ত কন্দলিৰ কথা পাটবাউসী প্ৰসঙ্গতহে উল্লেখ আছে।

কন্দলিয়ে দশম স্কন্ধ ভাগৱতৰ মধ্য আৰু শেষ খণ্ড ভাঙনিৰ কাৰণে বৰদোৱাতে গুৰুজনাৰ পৰা অনুমতি লয়।

পোটনি প্যাঠৰী গৈ নৈনে নদীৰ জলাহৰ কাষৰ কন্দলি পৰ্ব্বতৰ ওচৰতে অনন্ত কন্দলীৰ গৃহবাৰী খাট আছিল। কন্দলি পৰ্বতেই তাৰ নিদৰ্শন। গুৰুজনা দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি অহাৰ পিছতহে কন্দলিয়ে মধ্য আৰু শেষ দশমৰ পদ গুৰুজনাক পাটবাউসীত দেখুৱাই। ভাগৱতৰ মধ্য আৰু শেষ দশম স্কন্ধৰ বাহিৰেও অনন্ত কন্দলিয়ে অনন্ত ৰামায়ন (সাত খণ্ড) জীৱস্তুতি, ৰাম কীৰ্ত্তন, বৈষ্ণৱামৃত, মন্বন্তৰ, মৎস্য, মাধৱ চৰিত্ৰ, চিত্ৰকেতু চৰিত্ৰ, নাম মালিকা, ৰুদ্ৰ যামাল আদি ৰচনা কৰিছিল। সাৰ্বভৌম ভট্টাচাৰ্য্য পণ্ডিতলোক হয় যদিও তেওঁ পণ্ডিত্যাভিমানীও আছিল। তেওঁ পোনতে শঙ্কৰদেৱক বাদত পৰাস্ত কৰা ভাবেৰে কাশী, বাৰাণসী আদি ঠাইত বিভিন্ন পণ্ডিতৰ ওচৰত শিক্ষা গ্ৰহণ, শাস্ত্ৰ অধ্যয়ন কৰিবলৈ গৈছিল। কিন্তু সেই পণ্ডিত সকলে ভট্টাচাৰ্য্যৰ মনোভাৱ শুনি নিন্দা কৰিলে আৰু গুৰুজনা ধৰ্ম্মমতৰ বিৰুদ্ধে যাব পৰা কোনো যুক্তি শাস্ত্ৰত নাই বুলি বুজাই স্বদেশলৈ ঘূৰাই পঠালে। উপায়ান্তৰ হৈ গুৰুজনা বৰদোৱাত থাকোতেই শৰণ গ্ৰহণ কৰি গুৰু ধৰ্ম্ম প্ৰচাৰতহে আৰিহণা যোগালে।

সাৰ্বভৌমে লিখিছে -

শ্ৰীমন্ত শঙ্কৰ সন্ত মূৰ্ত্তি অৱতাৰ।
তোমাৰ চৰণে কৰো কোটি নমস্কাৰ।।
নমো মৎস্য কূৰ্ম্ম আদি অৱতাৰ যত।
প্ৰণামো মাধৱ আদি সমস্ত ভকত।।
অনন্ত কন্দলি আদি ভক্ত বিপ্ৰগণ।
প্ৰণাম কৰোহে পৰি সবাৰো চৰণ।।



# তৃতীয় অধ্যায় ঃ

## (ধুৱাহাটা খণ্ড)

### আহোম ৰাজ্যত শঙ্কৰদেৱ ঃ-

মহাপুৰুষ শঙ্কৰদেৱ ১৪৩৮শঁকত (১৫১৬খৃঃ) সাতষষ্টি বছৰ বয়সত ওপৰত উল্লেখ কৰা ঠাই সমূহত বৈ বৈ আহোম ৰাজ্যৰ গাংমৌ পালেহি। ৰামানন্দ দ্বিজৰ মতে ধুৱাহাটালৈ যোৱাৰ আগতে গঙ্গাকুল নিবাসী লোকসকলে গুৰুজনাত শৰণ গ্ৰহণ কৰে। তাৰ পিছতে গাৱৰ পিছত গাঁও আহি গুৰুজনাত শৰণ গ্ৰহণ কৰে।

আজি এক খান গ্ৰাম কৰি আসে এক।
কিছু কিছু কৰি ভক্ত হইবে লাগিলেক।।

ৰামানন্দ দ্বিজই গঙ্গাকুল নিবাসী বুলি যি ঠাইৰ নাম উল্লেখ কৰিছে প্ৰকৃততে সেই ঠাইৰ নাম গাঙমুখ বা গাংমৌ। ইয়াৰ বিস্তৃত বিবৰণ ৰামানন্দই দিয়া নাই। কথা গুৰু চৰিত মতে শঙ্কৰদেৱ গাংমৌলৈ যোৱাৰ আগতে বৌটাত ছমাহ আছিল আৰু সেই সময়তে কোচ মৰাণৰ যুদ্ধ লাগে। কথাগুৰু চৰিতত লিখিছে "পাছে ৰ'তাতে ৰহি জ্ঞাতি মিত্ৰে এটা খেতি কৰি খাই সুস্থই ছমাহ আছে। পাছে কোচ মৰাণৰ লাগি দেশ ভাঙিছে, নিশা আকাশী বাণী শুনি পুৱা উজাল। আহি গাংমৌত থিত লৈ কৃষি গৃহ কৰি ৰ'ল বাৰেও ভূঞা।"

কোচৰজা বিশ্বসিংহই নিজৰ প্ৰতিপত্তি বিস্তাৰ কৰিবৰ কাৰণে এটা ভূঞা দমন অভিযান চলাইছিল। ৰামানন্দৰ চৰিতত আছে কমতাৰ অধিপতি দুৰ্লভ নাৰায়ণ অপুত্ৰক হৈ ঢুকায়। তেতিয়া নিজৰ ভিতৰতে যুদ্ধ হৈ একোটা সৰু সৰু অঞ্চলত একো একোজন অধিপতি হৈ উঠে। ভূঞা সকলো কিছুমান সৰু সৰু অঞ্চলৰ অধিপতি আছিল। ৰামচৰণ, ৰামানন্দ আৰু ভূষণ দ্বিজৰ মতে এই সময়তে গোৱালপাৰাৰ অন্তৰ্গত খুন্টাঘাট, পৰগণাৰ চিকণাপুৰ অঞ্চলত বিশ্বসিংহ শক্তিশালী হৈ উঠে। ভূঞাসকলৰ মাজত ঐক্য সংহতি নথকাত ভূঞা সকলক দমন কৰি কোচ শক্তিশালী হৈ উঠে। প্ৰবাদ আছে বাঁহৰ তৰোৱাল আৰু ঢকুৱাৰ বাৰুদেৰেই বিশ্ব সিংহই সৰু সৰু ৰাজ্যবোৰ দখল আৰম্ভ কৰে। বিশ্বসিংহই ঔগুৰিৰ ব্ৰাহ্মণ ভূঞা, দৈৱজ্ঞ ছুটি ভূঞা, কুসুম, দীঘলা, কলিয়া, ঝাৰগয়া, কবিলাস আদি ভূঞাক দমন কৰে। কৰ্ণপুৰ ভূঞা, চাৰু ভূঞাৰ ওচৰত প্ৰথমে হাৰ মানি চল চাই চ'তৰ

বিছুত তেওঁলোকক বধ কৰে। এই দৰেই ভূঞা সকলক দমন বা হত্যা কৰে। ৰামচৰণে লিখিছে -

বাউসীয়া বিলাতে গন্ধৰ্ব্বৰায় আছে।
বিশ্বসিংহ আহিতাক জিনিলেক পাছে।।
বলে ছলে কৰি শ্ৰীৰামখাঁকো জিনিলেক।
সবাকে কৰিল বশ্য আছিল যতেক।।

কিন্তু এই ভূঞা সকলৰ লগত শঙ্কৰদেৱৰ ভূঞাবংশৰ কোনো সম্পৰ্ক নাই। কোনো কোনোৱে এই ভূঞা সকলক শঙ্কৰদেৱৰ ভূঞা বংশৰ লগত সম্পৰ্ক ঘটাব খোজে।

আচলতে এই ভূঞাসকল আৰিমত্ত ৰজাৰ মন্ত্ৰী সমুদ্ৰৰ নাতিজীয়ৰীৰ পুত্ৰ বৰবাৰ ভূঞা, সৰু বাৰ ভূঞাৰ বংশধৰ সকলহে। এওঁলোকে ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ লক্ষীমপুৰৰ পৰা ৰাম পুৰলৈ এই অঞ্চলজুৰি ৰাজত্ব কৰিছিল। গুণাভিৰাম বৰুৱাৰ মতে বিশ্বসিংহ আৰু ভায়েক শিৱসিংহই "ক্ৰমে ওচৰৰ লোক সকলক পৰাজয় কৰি ১৪২০ৰ পৰা ১৪৩০শকৰ ভিতৰত কমতাপুৰ ৰাজ্য দখল কৰে। কমতাপুৰৰ ৰজা দুৰ্লভক কৌশলেৰে অন্য ঠাইলৈ নি মৰোৱালে।" শেষত ১৪৩১ শকত বিশ্বসিংহ বেহাৰত ৰজা হয়। কোচ বংশাৱলী মতে ৰজা হৈ বিশ্বসিংহই অসম জয় কৰাৰ উদ্দেশ্যে গড়গাঁও অভিমুখে ৰণযাত্ৰা কৰি আহে! কিন্তু ৰচদ পাতি মাজ বাটতে শেষ হোৱাত শিঙ্গৰীৰ পৰা ঘুৰি গ'ল।

বিশ্বসিংহই ৰাজ্যত শান্তি স্থাপনৰ উদ্দেশ্যে ডিমৰুৱা, ৰূনগাঁও, ছয়গাঁও, ভোলাগাঁও, বেলতলা, বকো, বৰনগৰ, দৰং, কৰইবাৰী, আটিয়াবাৰী আদি অঞ্চলৰ স্বয়ম্ভু মুখিয়াল সকলক বশ কৰি কৰতলীয়া কৰে বুলি বুৰঞ্জীয়ে কয়। শঙ্কৰদেৱ গাংমৌত পাঁচ বছৰ থকা পিছত ডফলাৰ যুদ্ধ হোৱাত তাৰ পৰাও আঁতৰে। বৰদোৱা চৰিততো গাংমৌত পাঁচ বছৰ অন্তত ডফলাই গোবধ কৰাত গাংমৌ এৰে। বেজবৰুৱাই ভোটৰ ভয়ত গুৰুজনাই গাংমৌ এৰে বুলিছে। ৰামচৰণে কয় কোচৰ আক্ৰমণৰ ভয়েই গাংমৌ এৰাৰ ঘাই কাৰণ। মুঠতে পাঁচ বছৰ থকাৰ পিছত গুৰুজনাই গাংমৌ এৰে। কোনোৱে কয় শঙ্কৰদেৱ বাৰ ভূঞাৰ লগ লাগি আহোম ৰজাৰ ফলীয়া হৈ কোচক বাধা দিয়া মন্ত্ৰণা কৰিছিল বুলি। চিলাৰায়ে দ্বিতীয় বাৰ অসম আক্ৰমণৰ সময়ত গৰুৰ পিঠিত বামুন তুলি চিলাৰায়ক খেদোৱা বুদ্ধিটো শঙ্কৰদেৱৰ

আছিল বুলি কোনোৱে কয়। কিন্তু চিলাৰায়ে প্ৰথম আহোম ৰাজ্য আক্ৰমণৰ আগ ভাগতে শঙ্কৰদেৱে আহোম ৰাজ্য এৰি পাটবাউসী পালেগৈ। গতিকে শঙ্কৰদেৱে কোঁচৰ বিৰুদ্ধাচৰণ কৰা কথাটো ভিত্তি হীন। গাংমৌত শঙ্কৰদেৱৰ প্ৰথম বৰপুত্ৰ ৰামানন্দ জন্ম হয়। আৰু সেই সময়তে সতানন্দ বা দেৱীদাস নামৰ কায়স্থ এজনে শঙ্কৰগুৰুত শৰণ লৈ বৰভকত নাম পায়। গাংমৌত শঙ্কৰদেৱৰ ককাক জয়ন্ত, মাধৱ ঢুকায়। গাংমৌ এৰি মলুৱা আটিত দুমাহ থাকি লুইত পাৰহৈ উত্তৰ লক্ষীমপুৰৰ নাৰায়ণ পুৰৰ ওচৰত মাজুলীৰ ধুৱাহাটা বা বেলগুৰি বোলা ঠাইত থান পাতি শঙ্কৰদেৱ ৰয়গৈ।

## গাংমৌত শঙ্কৰদেৱ ঃ-

গুৰুজনা ৰৌটাত ছমাহ থাকি তাত অসুবিধা পাই সেই ঠায়ো এৰি গাঙ্গমুখ বা গাংমৌ পালেগৈ। গাংমৌত নামঘৰ মণিকূট সজাই গৃহ বাৰী বান্ধি থিতাপি ললে। গুৰুজনাৰ গুণ যশস্যা নাম-কীৰ্ত্তন, শাস্ত্ৰ ব্যাখ্যাই বহু লোকৰ মন আকৰ্ষণ কৰিলে আৰু এখন গাৱৰ পিছত সিখন গাৱে যে শৰণ গ্ৰহণ কৰি হৰি সমুখীয়া হল এই কথা আগত প্ৰকাশ কৰা হৈছে। গাংমৌত গুৰুজনা পাঁচ বছৰ আছিল বুলি বৰদোৱা চৰিতে প্ৰকাশ কৰিছে। বেজবৰুৱাই সাতবছৰ ছমাহ থকাৰ কথা কৈছে যদিও ৰৌটা, কোমোৰাকুটা আৰু মলুৱা আতিত থকা কালৰ কথা হিচাপত আছে।

কোনোৱে কুৰুক্ষেত্ৰ আৰু কীৰ্ত্তনৰ প্ৰহ্লাদ চৰিত্ৰ গুৰু জনাই গাংমৌত ৰচনা কৰে বুলি কয়। গুৰুৱে ধৰ্ম্মপ্ৰচাৰ কৰি কিছুদিন অতিবাহিত কৰাৰ পিছত বিপদে দেখাদিলে। উত্তৰ সীমান্ত বৰ্ত্তী ডফলা বিলাকে সময়ে সময়ে আহি গাংমৌ অঞ্চলত উপদ্ৰৱ আৰম্ভ কৰি কোনো লোকৰ গৰু, মহ, ছাগলী, আদিধৰিলৈ যায় আৰু কোনোৱে বাধা দিলে ডফলাইঁতে ৰাতিআহি বেছিহে অত্যাচাৰ কৰে, কোনো ঠাইত ঘৰবেৰাও দিয়ে। ডফলাৰ অত্যাচাৰত থাকিব নোৱাৰি ভূঞা সকলে সেই ঠাই এৰাহে চিন্তা কৰিলে। ভূঞাসকলে গুৰুজনাৰ লগত আলোচনা কৰি শেষান্তৰত গাংমৌ ত্যাগ কৰিলে। ৰামচৰণ ঠাকুৰ আৰু দুই এখন চৰিত পুথি মতে গাংমৌ এৰাৰ মূল কাৰণ কোচৰ আক্ৰমণ বুলি ঠাবৰ কৰিছে। কিন্তু গাংমৌৰ ভৌগোলিক দিশৰ পৰা চালে কোচৰজা বিশ্বসিংহৰ দিনত এই অঞ্চলত কোচৰ আক্ৰমণ হোৱাটো প্ৰমাণ নকৰে। এনে বিপদ শঙ্কুলৰ মাজত গাংমৌত ধৰ্ম্ম চৰ্চ্চা কৰা অসুবিধা পাই গুৰুৱে ১৪৪৩ শঁকত (১৫২১খৃঃ) গাংমৌ ত্যাগ কৰে।

## ধুৱাহাটাত শঙ্কৰদেৱ ঃ-

গুৰুজনা গাংমৌ ত্যাগ কৰি কোমোৰা কুটাত চাৰিমাহ থাকে। সেই ঠাই বাৰিষা পানীয়ে ডুবুৱাত তাত থকা অসুবিধা পাই ম'লৱা আতিলৈ যায়। কথাগুৰু চৰিত মতে এই ম'লৱা আতিত গুৰুজনাৰ প্ৰথম পুত্ৰ ৰামানন্দৰ জন্ম হয়। বিপদ বিঘিনিক উপলক্ষ কৰি গুৰুজনাই "পাৱে পৰি হৰি " আৰু গোপাল কি গতি কৈলে" গীত দুটি ৰচনা কৰে। তাত দুমাহ থাকি গুৰুৱে গুৰুপুত্ৰ ৰামৰাম, পেহাক বুঢ়াখাঁ, ভাতৃ কেটাখাৰ লগত আলচ কৰি ১৪৪৪শঁকৰ (১৫২২খৃঃ) আগ পষত ত্ৰেসত্তৰ বছৰ বয়সত শঙ্কৰদেৱ ধুৱাহাটালৈ যায়। শঙ্কৰদেৱেৰে প্ৰায় একে সময়তে মাধৱদেৱ আৰু তেওঁৰ বৈনায়েক গয়াপানি ধুৱাহাটালৈ আহে আৰু ইয়াতে শঙ্কৰ মাধৱৰ মণি কাঞ্চন সংযোগ ঘটে।

## অসমৰ দ্বিতীয়জনা গুৰু মহাপুৰুষ মাধৱদেৱ ঃ-

মহাপুৰুষ শঙ্কৰদেৱে প্ৰকাশিছে -

সবাতো অধিক তুমি মোৰ প্ৰিয়তম্।  
নাহি আন বান্ধৱ মাধৱ তুমি সম।।  
তুমিসে মোহোৰ হৃদি জানিবা নিশ্চয়।  
তোমাৰো নিশ্চয় জানা আমিসে হৃদয়।।

এদিন পাটবাউসীত ভকতৰ লগত শাস্ত্ৰ আলাপত থাকোতে গুৰুজনে ভকতক শুনাই কৈছিল-

"আমি আৰু বঢ়াৰ পোৰ কোনো ভিন্ন নাই।  
নেজানি সন্দমতিয়েহে ভিন্ন দেখে।"

পুৰুষোত্তম ঠাকুৰে প্ৰকাশিছে -

শঙ্কৰ মাধৱ অভেদ্য ঈশ্বৰ  
গুৰু নাই দুইত পৰ।  
দুহানো নামক কীৰ্ত্তন কৰিয়া  
কৃতকৃত্য হোৱে নৰ।।"

শঙ্কৰ মাধৱ দুয়ো অভেদ্য ঈশ্বৰ। য'ত শঙ্কৰ ত'তেই মাধৱ। য'ত শঙ্কৰৰ লীলা থাকিব, ত'ত মাধৱৰ লীলাও থাকিব। সেয়ে মাধৱ পুৰুষৰ কিছু কথা প্ৰকাশ কৰা হৈছে।

# মহাপুৰুষ মাধৱ দেৱ

## মহাপুৰুষ মাধৱদেৱৰ পূৰ্ব্ব পুৰুষসকল ঃ-




গোবিন্দগিৰীৰ ভাৰ্য্যা দুগৰাকী - অনুচিতা, মনোৰমা।



মহাপুৰুষ মাধৱদেৱৰ পূৰ্ব্বপুৰুষ সকল, কথাগুৰু চৰিত মতে- কৃষ্ণ ভূএগ্ৰা, পুত্ৰ বিষ্ণু ভূএগ্ৰা, পুত্ৰ গোপাল ভূএগ্ৰা, পুত্ৰ কৃপাল ভূএগ্ৰা, পুত্ৰ ৰাম ভূএগ্ৰা, পুত্ৰ জনাৰ্দ্দন ভূএগ্ৰা, পুত্ৰ শ্ৰীৰাম ভূএগ্ৰা, পুত্ৰ মুকুণ্ড, পুত্ৰ গোবিন্দ্ৰ ভূএগ্ৰা, পুত্ৰ মাধৱদেৱ। কিন্তু বেজবৰুৱাৰ মতে - কৃষ্ণ ভূএগ্ৰা, পুত্ৰ বিষ্ণু ভূএগ্ৰা, পুত্ৰ গোপাল ভূএগ্ৰা, পুত্ৰ কৃপাল ভূএগ্ৰা, পুত্ৰ জনাৰ্দ্দন ভূএগ্ৰা, পুত্ৰ গোবিন্দ্ৰ ভূএগ্ৰা, পুত্ৰ মাধৱদেৱ। বেজবৰুৱাৰ মতে ৰাম ভূএগ্ৰা, চিৰাম ভূএগ্ৰা, মুকুণ্ড ভূএগ্ৰা এই তিনি পুৰুষৰ নাম উল্লেখ নাই। মাধৱদেৱৰ পিতৃ গোবিন্দ ভূএগ্ৰা বা গোবিন্দ গিৰীৰ নাম কেইবাটাও- গেবিন্দ গিৰী, বৰকলা গিৰী, ৰাম কানাই গিৰী, দীঘল পুৰীয়া আৰু মহোদৰ গিৰী।

মহাপুৰুষ মাধৱদেৱ গোবিন্দ গিৰীৰ ঔৰষত, আই মনোৰমাৰ গৰ্ভত, ১৪১১ শঁক (১৪৮৯ খৃঃ) জেঠ মাহৰ কৃষ্ণা প্ৰতিপদ তিথি ৰাবিবাৰে মধ্যৰাতি, উত্তৰ লক্ষীমপুৰৰ অন্তৰ্গত নাৰয়ণ পুৰৰ ওচৰত, লেটেকু পুখুৰীৰ পাৰত, হৰশিঙা বৰাৰ (উজীৰ) টোলত, অসমৰ দ্বিতীয় জনা মহাপুৰুষ শ্ৰীমাদৱদেৱৰ আবিৰ্ভাৱ হয়। গোবিন্দ গিৰীয়ে চন্দ্ৰ বিপ্ৰৰ হতুৱাই ৰাশিচক্ৰ চোৱাই পুত্ৰৰ নাম ৰাখে - ৰত্নাকৰ, মাধৱ। মাধৱ পুৰুষৰ জন্ম লগ্নৰ তিথি বিষয়ত চৰিত পুথিত ভিন ভিন মত দেখা যায়। দ্বিজ ৰামানন্দৰ মতে বহাগ মাহৰ শুক্লা নৱমীত, বৰদোৱা চৰিত মতে ১৪১১ শঁকৰ জেঠ মাহৰ পূৰ্ণিমা তিথি ৰবিবাৰে, কথা গুৰু চৰিত মতে ১৪১১ শঁকৰ অমাৱশ্যা তিথি মঙ্গলবাৰে, বেজবৰুৱাৰ মতে ১৪১১ শঁকৰ জেঠমাহৰ কৃষ্ণ পক্ষ প্ৰতিপদ তিথি ৰাবিবাৰে নিশা জন্ম হয়।

মুঠতে বেজবৰুৱাৰ মতেই শুদ্ধ যেন লাগে। সমাজেও বিশ্বাস কৰে। মাধৱদেৱৰ পূৰ্ব পুৰুষ- চণ্ডীবৰ বাৰ ভূএগ্ৰাৰ লগত কামৰূপ (কোঁচ) ৰাজ্যলৈ আহি বাণ্ডুকা নামে ঠাইত ৰৈছিলহি বুলি ৰামানন্দ দ্বিজাই লিখিছে। চণ্ডীবৰ লগত অহা সেইজন পুৰুষৰ বংশতেই মাধৱদেৱৰ পিতৃ গোবন্দ গিৰীৰ জন্ম হয়। বাণ্ডুকা কোঁচ বিহাৰৰ পশ্চিম সীমাৰ ভাটীৰ ৰংপুৰৰ অৰ্ন্তগত। বেজবৰুৱাই লিখিছে বাণ্ডুকা ধৱলা নৈ বা ধলা নৈৰ তীৰত আছিল। গোবিন্দ গিৰীৰ পত্নী দুগৰাকী। অনুচিতা আৰু মনোৰমা। অনুচিতাৰ দামোদৰ বা ৰূপচন্দ্ৰ নামে এটি পুত্ৰ জন্ম হোৱাৰ পাছত অনুচিতা আই পৰলোক হোৱাত তাৰ কিছুদিনৰ পিছত গোবিন্দ গিৰীয়ে তেওঁৰ মজিন্দাৰ বিষয় বাব পুতেক দামোদৰক চমজাই দি বিয়া কৰাই দি বাণিজ্যৰ উদ্দেশ্যে বৰদোৱালৈ আহে।

## গোবিন্দ গিৰী-বৰদোৱত ঃ-

গোবিন্দগিৰীয়ে আতি গুৰি কলত কুসুম্বৰে চিনি পাই, ভাতৃ কন্যা মনোৰমাক বিয়া দি ঘৰখন পাতিলে। বেজবৰুৱাৰ মতে শঙ্কৰৰ খুৰাৰ জীয়েক মনোৰমাক গোবিন্দ গিৰীলৈ শঙ্কৰদেৱেহে বিয়া দি টেম্বুৱানী জানৰ পাৰত মাটি ভেটি দি পাতি থলে। কিছুদিনৰ পিছত আই মনোৰমা অন্তঃসত্ত্বা হ'ল। কিন্তু পাঁচ মাহৰ পঞ্চামৃত খোৱা সময়ত ৰ'টা টেমনি (টেম্বুৱানী) যুজ বাগৰৰ থলী হৈ পৰিল। ৰামানন্দ আৰু ৰামচৰণৰ মতে কাছাৰীয়ে; বৰদোৱা চৰিত, কথা চৰিত, বেজবৰুৱাৰ মতে ভোটে উপদ্ৰৱ আৰম্ভ কৰে। এই আউল লগা আপাইঁতে নানং-নাবস্থং হৈ গোবিন্দ গিৰী সগৰ্ভা পত্নীৰ সৈতে বৰদোৱা এৰি লক্ষীমপুৰৰ অন্তৰ্গত নাৰায়ণ পুৰৰ গুচৰৰ আহোম ৰজা ঘৰীয়া উজীৰ হৰশিঙা বৰাৰ টোলত আহি বহা বান্ধি থাকে আৰু যথা সময়ত লেতেকু পুখুৰীৰ পাৰত মাধৱ পুৰুষৰ জন্ম হয়।

উজীৰৰ আশ্ৰয়ত ন বছৰ কাল সুখে সন্তোষে থকাৰ পিছত হৰশিঙা উজীৰৰ মৃত্যু হোৱাত পুত্ৰ ভাৰ্য্যাৰে গোবিন্দ গিৰীৰ পৰিয়ালে বৰ দুখত জীৱন-যাপন কৰিব লগা হ'ল। গোবিন্দ গিৰীক আৰু দুখে মোৰ বুলিলে। সেই সময়ত লেতেকু পুখুৰী অঞ্চলত দুৰ্ভিক্ষ হোৱাত সেই ঠায়ো এৰি পুত্ৰ ভাৰ্য্যাক লগত লৈ গোবিন্দ গিৰী অনাই বনাই ফুৰিছিল। কেতিয়াবা এমুঠি অন্নৰ অভাৱত পৰিয়ালটি উপবাসে থাকিব লগাত পৰিছিল। অনাই বনাই ফুৰোতে ঘাগৰ নদীৰ পূব পাৰে থকা ঘাগৰী মাজিয়ে গিৰীক পাই পৰিয়ালটি নিজৰ ঘৰলৈ নি আশ্ৰয় দি ৰাখিলে। তাতে ডাঙৰ হৈ মাধৱে খেতি বাতি বেহা বেপাৰ কৰি পিতৃ মাতৃক ভৰণ-পোষণ দিছিল। ৰামচৰণৰ মতে, আৰু বেজবৰুৱাৰ মতে মাজিৰ ঘৰত গোবিন্দ গিৰী ওঠৰ বছৰ কাল আছিল। তাতে মাধৱৰ ভনী উৰ্বশীৰ জন্ম হয়। কথাগুৰু চৰিত মতে গোবিন্দ গিৰী হৰিশিঙাৰ টোলত ন বছৰ, লেটেকু পুখুৰীৰ পাৰত ছবছৰ আৰু ঘাগৰী মাজিৰ ঘৰত চৈধ্য বছৰ আছিল। উৰ্বশী গাভৰু হলত সেই অঞ্চলত কায়স্থ লৰা নেপাই মাজিৰ পৰা বিদায় লৈ নাৱেৰে গৈ ভাণ্ডাৰী ডুবি পালেগৈ। ৰামচৰণৰ মতে ভাণ্ডাৰী ডুবি গাঁৱৰ সৰস্বতী ভূঞাৰ পুত্ৰ গয়াপাণিলৈ উৰ্বশীক বিয়া দিলে। জোৱাইৰ ঘৰতে আই মনোৰমাক থৈ গোবিন্দগিৰী আৰু মাধৱ বাণ্ডকা পালেগৈ।

## গোবিন্দ গিৰী, মাধৱ বাণ্ডকালৈ গমন ঃ-

.মাধৱদেৱে হৰিশিঙা বৰাৰ আশ্ৰয়ত থাকোঁতে শিক্ষা আৰম্ভ কৰিছিল যদিও বাণ্ডকাতহে শিক্ষা সাং কৰে। বাণ্ডকাত মাধৱদেৱে ৰাজেন্দ্ৰ অধ্যাপকৰ পাঠশালাত

এবছৰ ছমাহ পঢ়ি পুৰাণ, ভাৰত, ভাগৱত, ব্যাকৰণ, বেদ, বেদান্ত, শ্ৰুতি, স্মৃতি, তৰ্ক শাস্ত্ৰ আদি নানা শাস্ত্ৰ অধ্যয়ন কৰি অভিজ্ঞতা লভি এজন পণ্ডিত ৰূপে পৰিগণিত হয়। কিছুদিনৰ পিছত বাণ্ডুকাতে গোবিন্দ গিৰী পৰলোক হয়। মাধৱৰ জেষ্ঠ ভাতৃ দামোদৰ, ভতিজা - পৰশুৰাম, ৰামদেৱ, পৰমানন্দ সকলো মিলি তাতে মাধৱে পিতৃ শ্ৰাদ্ধ কৰে। ইয়াৰ পিছতে মাকৰ নৰিয়াৰ খবৰ পাই সকলোৰে পৰা বিদায় লৈ মাধৱ মাক মনোৰমাৰ ওচৰ পালেহি। বাটত আহোতে ঘোৰ শাক্ত মাধৱদেৱে মাকৰ আৰোগ্যৰ কাৰণে দুৰ্গা গোসানীলৈ এটা বলিৰ পাঠা মনতে আগ বঢ়াইছিল। আহি মাকৰ ওচৰ পাই আৰোগ্য দেখি বলিৰ পাঠা আগবঢ়োৱাতহে মাকৰ আৰোগ্য হৈছে ভাবি পাঠা কিনি আনিবলৈ বৈনায়েক গয়াপাণিৰ ( হকৰা কুচিয়া) হাতত ধন দি মাধৱে নিজেও তামোল পান আদি পূজাৰ অন্যান্য সম্ভাৰ কিনিবলৈ গ'ল। গয়াপাণিয়ে ছাগলী বিচাৰি ফুৰোঁতে শঙ্কৰদেৱৰ গুণ যশ শুনি গুৰুজনাক চাবলৈ ধুৱাহাট পালেগৈ আৰু গুৰুৰ মুখৰ গীতা- ভাগৱতৰ ব্যাখ্যা শুনি, গুৰুজনাৰ ৰূপত মুগ্ধ হৈ গুৰুজনাক সেৱা জনালে। কলি যুগত তপ, জপ, যাগ, যজ্ঞ নিৰৰ্থক ভাবি গয়াপাণিয়ে ছাগলী নিকিনি উভতি আহি মাধৱৰ ওচৰ পালেহি। মাধৱে ছাগলী ননাৰ কাৰণ সোধাত গয়াপাণিয়ে কলে- কলিযুগত তপ, জপ, বলিবিধান কৰিব নাপায়, ৰামকৃষ্ণ নামেহে সাৰ বুলি শাস্ত্ৰত আছে। লগতে শঙ্কৰদেৱ নামেৰে এজন মহাপুৰুষে একশৰণ হৰিনাম ধৰ্ম্ম প্ৰচাৰ কৰা কথাও ক'লে। মাধৱে নানান তৰ্জন গৰ্জন কৰি শঙ্কৰদেৱ ক'ত আছে দেখুৱাই দিবলৈ কলে।

ৰামচৰণ ঠাকুৰে লিখিছে -

শুনিয়া মাধৱে আতি ক্ৰোধে জ্বলি গৈলা।
দুৰাচাৰ পাপী বুলি খঙ্গিয়া বুলিলা।।
নামত হকৰা তোৰ বুদ্ধি নোহে ভাল।
কড়ি দিলো তভো কিনি নানিলি ছাগল।।
মূৰ্খৰ আগত যেন কথা কহ তই।
ধৰ্ম্ম বুজাৱস কিছু নজানোহো মই।।

## শঙ্কৰ মাধৱৰ মণিকাঞ্চন সংযোগ ঃ-

মাধৱদেৱ খণ্ডত অগ্নিশৰ্ম্মা হৈ শঙ্কৰদেৱ ক'ত আছে, যাগ-যজ্ঞ, বলি কিয় দিব নাপায় আদি তৰ্জন গৰ্জন কৰি শঙ্কৰদেৱৰ লগত তৰ্ক কৰিবৰ মনেৰে পিছদিনা

গযাপাণিক লগত লৈ শঙ্কৰদেৱক লগ পাবলৈ ধুৱাহাটা পালেগৈ। মাধৱদেৱে গুৰুজনাৰ ৰূপ দেখি থৰ হ'ল। শঙ্কৰদেৱে বহিবলৈ আসন দিয়াই পৰিচয় বিচৰাত মাদৱে নিজৰ পৰিচয় দিলে। গুৰুজনাই ক'লে "অ' বুজি পাইছো মনোহাৰী বাইৰ ল'ৰা" শঙ্কৰদেৱ মনোৰমাতকৈ ছমাহৰ সৰু।

কথাগুৰু চৰিত, ৰামচৰণ ঠাকুৰ, ড° মহেশ্বৰ নেওগৰ মতে ১৪৪৪ শঁকত (১৫২২ খৃঃ) ধুৱাহাটাত শঙ্কৰ মাধৱৰ মণিকাঞ্চন সংযোগ হয। এই মিলনৰ সমযত শঙ্কৰদেৱৰ বযস ৭৩বছৰ আৰু মাধৱদেৱৰ বযস ৩৩ বছৰ। শঙ্কৰদেৱ, মাধৱদেৱতকৈ ৪০ বছৰৰ ডাঙৰ।

শঙ্কৰ আৰু মাধৱৰ মাজত আগম আৰু নিগম মাৰ্গৰ ভিত্তিত বাদ আৰম্ভ হল। গুৰু জনাই নিগম আৰু মাধৱে আগম পন্থইদি যুক্তি দিলে। মাধৱ আছিল এজন সংস্কৃত পণ্ডিত। মাধৱে বলি বিধানৰ সপক্ষে বহু যুক্তি দাঙি ধৰিলে যদিও গুৰুজনাই সকলো যুক্তি খণ্ডন কৰি নিগম পন্থৰ অকাট্য যুক্তি দাঙি ধৰিলে। এই দৰে বহু সময বাদ কৰাৰ পিছত মাধৱৰ মুখৰ মাত হৰিল আৰু চকুৰপানী সৰসৰকৈ পৰিব ধৰিলে। এই বাদত বহু যুক্তিৰ মাজত গুৰুজনাই ভাগৱতৰ এই শ্লোকটিও ডাঙি ধৰিছিল ঃ-

যথাতৰুৰ্ম্মূল নিঃযেচনেন
তৃপ্যন্তিতৎ স্কন্ধ ভু জোঁপ শাখা
প্ৰাণ প্ৰহাৰচ্চ যথেন্দ্ৰিয়ানাং
তথাচ সৰ্ব্বাৰ্চ্চনমুচ্য তেজ্যা

গুৰু জনাই ভাগৱতত ভাঙনি দিছে -

বৃক্ষৰ মূলত যেন দিলে আসিজল।
হোৱয তৃপিতি ডাল পাত পুষ্প ফল।।
ডালে পাতে সিঞ্চে যদি মূলত নেদয়।
যাকদেই তাহাৰো তৃপিতি নাহি হয।।

মাধৱে গুৰুজনাৰ চৰণত সাষ্টাঙ্গে পৰি দোষৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিলে। গুৰুজনাই সন্তোষ হৈ আশীৰ্ব্বাদ কৰিলে আৰু মূৰত হতা ফুৰাই তুলি বহুৱালে। গুৰুৰ ওচৰত বিদায় লৈ সেইদিনা মাধৱ, গয়াপাণি দুয়ো ঘৰলৈ গ'ল। গুৰুজনাক

সাক্ষাত কৰি দিয়া বাবে মাধৱে গয়াপাণিক বুকুত সাৱতি ধৰি "তুমি মোৰ কোনোবা জনমৰ সুহৃদ আছিলা" বুলি প্ৰকাশ কৰিছিল।

ৰামচৰণ মতে - পিছদিনা শৰণৰ সম্ভাৰ লৈ আহি মাধৱ আৰু গয়াপাণি দুয়ো শঙ্কৰদেৱৰত শৰণ ললে আৰু গয়াপাণিৰ নাম সলনি কৰি গুৰুজনাই ৰামদাস নাম ৰাখিলে। ডঃ নেওগৰ মতে মাধৱদেৱ বাণ্ডুকাত থাকোতে গয়াপাণিয়ে শঙ্কৰদেৱৰত শৰণ লয়। কোনো চৰিত পুথিৰ মতেও মাধৱদেৱ বাণ্ডুকাত থাকোতে বা যি কোনো কাৰণত মাধৱ গয়াপাণিৰ লগত নথকা অৱস্থাত গয়াপাণিয়ে মাধৱতকৈ আগতে গুৰুত শৰণ লয়। যদি সেয়ে হয় একশৰণীয়া নাম ধৰ্ম্মৰ এজন ভকত আনৰ তাড়নাত হ'লেও কৰ্ম্মকাণ্ডী যজ্ঞৰ বলিৰ পাঠা আনিবলৈ কেতিয়াও নাযাব যেন লাগে। আনহাতে গয়াপাণিয়ে মাধৱৰ পৰামৰ্শত বলিৰ পাঠা কিনিবলৈ যোৱা কথাটো সকলো চৰিত পুথি একমত। সেয়ে ঠাৱৰ কৰিব পাৰি যে, ৰামচৰণ ঠাকুৰে প্ৰকাশ কৰা মতে গয়াপাণি আৰু মাধৱ দুয়ো একেলগেহে গুৰুজনাত শৰণ লৈছিল। শৰণ লৈ দুয়ো ঘৰলৈ যাওঁতে বাটত মাধৱে গয়াপাণিক (ৰামদাস) কলে "তুমি মোক পূজা বলিবিধান আদি মহাপাপৰ পৰা উদ্ধাৰ কৰি প্ৰকৃত পথৰ সন্ধান দিয়াৰ উপৰিও গুৰুজনাৰ চৰণ দৰ্শন কৰালা।"

মাধৱ নিতৌ গুৰুক নমস্কাৰ জনাবলৈ, দৰ্শন কৰিবলৈ আহিব ধৰিলে। মাধৱৰ মন গুৰুতে মজিল। শেষত গুৰুজনাৰ চৰণ এৰি থাকিব নোৱাৰি গুৰুৰ লগতে থাকিবলৈ ল'লে। মাধৱদেৱে শৰণলোৱাৰ আগতে নেঘেৰিটিঙৰ এজনী ছোৱালীক বিবাহৰ বাবে জোৰোণ পিন্ধাইছিল। কৃষ্ণগুৰু সেৱাত কিবা ব্যাঘাট হ'ব ভাবি মাধৱে বিবাহৰ জোৰোণ পিন্ধোৱা কন্যাও ত্যাগ কৰি উদাসীন জীৱন জাপন কৰিলে।

## শঙ্কৰদেৱ মাধৱদেৱৰ গভীৰ ধৰ্ম্ম চৰ্চ্চা ঃ-

গুৰুসেৱাই হ'ল মাধৱৰ জীৱনৰ মূল মন্ত্ৰ। মাধৱ নহলে শঙ্কৰৰ জীৱন শূন্যযেন লগা হ'ল। ডঃ নেওগৰ মতে কালিন্দী আইৰ মনৰ আৰু কাৰ্য ব্যৱহাৰৰ যিখিনি খুটি নাতি আছিল, মাধৱে পাই সকলো তৎক্ষণাত মষিমূৰ কৰিছিল। মাধৱ আহি গুৰুজনাত শৰণ লোৱাৰ পিছত ' এক শৰণ হৰিনাম ধৰ্ম্ম' ব্যাপক ভাৱে প্ৰচাৰ হ'বলৈ ধৰিলে। শঙ্কৰদেৱ মাধৱদেৱ লগ লাগি অসমীয়া জাতিৰ বাবে নতুন এক সাংস্কৃতিক্, আধ্যাত্মিক আৰু সামাজিক জীৱনৰ পাতনি ৰচনা আৰম্ভ হ'ল। অসমীয়া সাহিত্যৰ ৰৰভেটি বান্ধি সোণালী সৌধ নিৰ্ম্মাণৰ কাম হাতত ললে। বেজবৰুৱাই

লিখিছে - সোণত সুৱগা স্বৰূপ শঙ্কৰ- মাধৱৰ মিলন হ'লত হৰি কীৰ্ত্তনৰ ধ্বনিয়ে ধুৱাহাটাৰ ( বেলগুৰি) গগন লঙ্ঘিঘবলৈ ধৰিলে। ৰাম ৰাম আৰু ৰামদাস ওজা উঠি আৰু মাধৱ ডাইনা পালী হৈ কীৰ্ত্তন কৰিলে। শঙ্কৰদেৱে তাল ধৰে; কীৰ্ত্তনৰ ধ্বনিয়ে গগন মণ্ডল চোৰেগৈ। এইদৰে দিনৰ পিছত দিন হৰিকীৰ্ত্তনৰ মাজত দিন অতিবাহিত হ'ল। শ শ লোক, গাঁৱৰ পিছত গাঁও আহি শঙ্কৰদেৱত শৰণ ল'লে। বৈয়াব্ৰত গাঁৱৰ ভাস্কৰ নামে এজন পণ্ডিত ব্ৰাহ্মণে বৈৰাগী হৈ ঘূৰি ফুৰোতে " গোপাল কি গতি কৈলে" বৰগীতটি শুনি মানুহক সুধি ধুৱাহাটালৈ আহি শঙ্কৰদেৱৰ ভক্তি ধৰ্ম্মত শৰণ লয়।

## শঙ্কৰদেৱৰ গাৰ্হস্থ্য জীৱন ঃ-

কথাগুৰু চৰিত মতে ধুৱাহাটা (বেলগুৰি)ত গুৰুজনাৰ দ্বিতীয় পুত্ৰ কমললোচন, তৃতীয় পুত্ৰ হৰিচৰণ আৰু কন্যা ৰুক্মিণী বা বিষ্ণুপ্ৰিয়াৰ জন্ম হয়। বেজবৰুৱাৰ মতে গাংমৌত কমললোচন আৰু হৰিচৰণৰ জন্ম হয়। ৰামচৰণৰ মতে ধুৱাহাটাত হৰিচৰণ আৰু ৰুক্মিণীও ওপজে। সম্ভৱতঃ কথাগুৰু চৰিতৰ কথাই ঠিক যে, ধুৱাহাটাত দ্বিতীয় পুত্ৰ কমললোচন, তৃতীয় পুত্ৰ হৰিচৰণ আৰু দুহিত্ৰী ৰুক্মিণী বা বিষ্ণুপ্ৰিয়া ওপজে। ৰামচৰণৰ মতে ধুৱাহাটাত গুৰুজনাই বহুত বেলগছ ৰোৱাইছিল বাবেই ধুৱাহাটাৰ আন এটা নাম বেলগুৰি হয়।

ৰামচৰণ ঠাকুৰে গুৰুজনাৰ দুহিত্ৰী ৰুক্মিণী বা বিষ্ণুপ্ৰিয়াক দুগৰাকী কন্যা বুলি প্ৰকাশ কৰিছে। গুৰুজনা পটবাউসী পোৱাৰ আগতে কুমাৰ কুচিত থাকোতে বিষ্ণু প্ৰিয়াৰ মৃত্যু হয় বুলি ৰামচৰণ ঠাকুৰে প্ৰকাশ কৰিছে।

শঙ্কৰৰ বিষ্ণুনামে কন্যা এক আছে।
শয়নত ৰাত্ৰি ভাগে মৰিলন্ত পাছে।।

আনহাতে ৰামচৰণ ঠাকুৰে প্ৰকাশ কৰিছে বেহাৰত গুৰুজনা বৈকুণ্ঠীৰ পিছত ৰামানন্দই যেতিয়া পাটবাউসীত আঁহি খবৰ দিলে তেতিয়া আই কানিন্দী আৰু কন্যা ৰুক্মিণীয়ে হিয়া ঢাকুৰী কান্দিছে বুলি প্ৰকাশ কৰিছে-

কান্দিবে লাগিলা আই কৰিয়া বিলাপ।
সুমতি ৰুক্মিণী কান্দে কৰিয়া বিলাপ।।

কিন্তু অন্য কোনো গুৰুচৰিত বা গুৰুজনাৰ জীৱনী লিখা গ্ৰন্থকাৰ সকলে ৰুক্মিণী আৰু বিষ্ণুপ্ৰিয়া দুগৰাকী গুৰু দুহিত্ৰী বুলি প্ৰকাশ কৰা পোৱা নাযায়। সাধু

সন্ত সকলেও এগৰাকীৰে দুয়োটা নাম বুলি বিশ্বাস কৰে। গতিকে ৰামচৰণ ঠাকুৰে ৰুক্মিণী আৰু বিষ্ণুপ্ৰিয়া দুগৰাকী বোলা কথাষাৰ সত্য নহয় যেন অনুমান হয়। ধুৱাহাটাতে (বেলগুৰি) ৰুক্মিণীৰ বিয়াৰ বয়স হৈছিল। মাধৱদেৱ ভণ্ডাৰী ডুবিৰ পৰা অহা যোৱা কৰি থাকিলে গুৰুৰ চৰণ সেৱাত ব্যতিক্ৰম হব পাৰে বুলি ভাবি গুৰুজনাৰ তাতে থাকিবলৈ ললে বুলি ওপৰত উল্লেখ কৰা হৈছে। ভাণ্ডাৰী ডুবিত বৈনায়েকৰ আশ্ৰয়ত থকা মাধৱৰ মাতৃ মনোৰমা আইৰ খা-খবৰ মাজে মাজে ভাণ্ডাৰী ডুবিলৈ গৈ, লৈ আছিল। মাধৱ, গুৰুৰ লগত যেতিয়া থাকিবলৈ ললে আই কালিন্দীয়ে মনেচিতে ৰূপৱতী গুণৱতী কন্যা বিষ্ণুপ্ৰিয়া জীয়েকক মাধৱলৈকে বিয়া দিম বুলি ভাবি আছিল। আয়ে এদিন গুৰুজনাৰ হতুৱাই মাধৱৰ আগত ব্যক্ত কৰালে। পিছে গুৰুৰ দুই চৰণত ধৰি স্বৰ্গকো নৰক তুল্য জ্ঞান কৰা মাধৱে "মায়াময় সুখ শুকৰীতো পাই, হৰিপদ সেৱা মানৱী বিনে নাই।" বুলি বিষয়ৰ বিষ বহ্নিত নেপেলাবলৈ গুৰুজনাক কাতৰ প্ৰৰ্থনা কৰিলে। তথাপিয়ো আই কালিন্দীয়ে সেই আশা ত্যাগ কৰা নাছিল। মাধৱ আহিলে কঠ পাৰা, গুৱাদিয়া, খোৱাত আলপৈচান ধৰা কাম (ৰুক্মিণী) বিষ্ণুপ্ৰিয়াৰ দ্বাৰাই কৰাইছিল। কিন্তু, বিষ্ণুপ্ৰিয়াই পিতৃ সুহৃদ মাধৱক পিতৃজ্ঞানে পৰিচৰ্য্যা কৰিছিল। মাধৱৰ মন কোমলাবলৈ মাধৱৰ বহালৈ শাক, গাখীৰ, লোণ তেল দি পঠাই শয্যাদি পৰাই পৰিচৰ্য্যা কৰাবলৈ ধৰিলে। কালিন্দী আইৰ মনোভাৱ বুজিব পাৰি মাধৱে এদিন বিষ্ণুপ্ৰিয়াক বাটতে পাই কান্ধত তুলি আনি গুৰুজনাৰ আগতে থলেহি। গুৰুজনাই বোলে, "ৰামানন্দৰ মাক চোৱাহি মোৰ কথা নপতিওৱা, নিৰ্গুণক গুণযুক্ত কৰিবলৈ বিচাৰা।" সেই দিনাৰ পৰা আই কালিন্দীয়ে সেই ভাব পৰিত্যাগ কৰি মাধৱক পুত্ৰ জ্ঞান কৰিবলৈ ধৰিলে। কোনো কোনোৰ মতে বিষ্ণুপ্ৰিয়াৰ বিবাহৰ আয়োজন পাটবাউসীত হে কৰিছিল। ৰামচৰণৰ মতে গুৰুজনা পাটাবাউসী পোৱাৰ আগতে কুমাৰ কুচিত বিষ্ণুপ্ৰিয়াৰ মৃত্যু হয়। ধুৱাহাটাতহে বিষ্ণুপ্ৰিয়াৰ বিয়াৰ আয়োজন কৰিছিল বুলি ধাৰণা হয়।

## শঙ্কৰদেৱৰ নাতি পৰিনাতি সকল ঃ-

শঙ্কৰদেৱৰ জেষ্ঠপুত্ৰ ৰামানন্দৰ পুত্ৰ পুৰুষোত্তম। হৰিচৰণৰ পুত্ৰ চতুৰ্ভুজ আৰু কন্যা গোবিন্দপ্ৰিয়া। গুৰুজনাৰ পুত্ৰ কমল লোচন, কন্যা ৰুক্মিণীৰো (বিষ্ণুপ্ৰিয়া) অকাল মৃত্যু ঘটে। পুৰুষুত্তৰ পুত্ৰ নাই, কন্যা দুটি। দময়ন্তী আৰু কেশৱপ্ৰিয়া। দময়ন্তী ৰাজৰাণী হব লগাহে হলগৈ। কেশৱ প্ৰিয়াক নিৰঞ্জন চৌধুৰীয়ে বিয়া কৰায়। চতুৰ্ভুজৰো পুত্ৰ নাই, এটি মাত্ৰ কন্যা সুভদ্ৰা। হৰিচৰণৰ কন্যা গোবিন্দপ্ৰিয়াক বৰুৱা

চৌধুৰীলৈ আৰু সুভদ্ৰাক ৰাম গতিলৈ বিয়া দিয়ে। চতুৰ্ভুজৰ মৃত্যুৰ পিছত তেওঁৰ ভাৰ্য্যা কনকলতাই কিছুকাল সত্ৰ চলাই এজনক ধৰ্ম্মাচাৰ্য্য পাতি দিছিল।

নিৰঞ্জন চৌধুৰী শঙ্কৰদেৱৰ আজো নাতি জোৱাই। স্বৰ্গদেউ জয়ধ্বজ সিংহই এই নিৰঞ্জন চৌধুৰীৰ ওচৰত শৰণ গ্ৰহণ কৰিছিল।

বেলগুৰিত নাম প্ৰসঙ্গ শাস্ত্ৰালাপ কৰি থাকোতে বহুতো লোকে গুৰুজনাৰ ওচৰলৈ আহি ভক্তি ধৰ্ম্ম গ্ৰহণ কৰিলে। ভক্তি ধৰ্ম্মৰ প্ৰণালী গণতান্ত্ৰিক আছিল। এই ধৰ্ম্মত সকলোৰে কাৰণে দুৱাৰ মুকলি আছিল। চাণ্ডাল পৰ্য্যন্ত ভক্তি ধৰ্ম্মৰ অধিকাৰী হ'ল। ব্ৰাহ্মণ, ক্ষত্ৰীয়, বৈশ্য, শূদ্ৰ, আনকি নিম্ন শ্ৰেণীৰ শূদ্ৰও গুণৰ আধিকাৰী হৈ উচ্চ শ্ৰেণীৰ লোকৰো গুৰু হব পাৰে।

ৰত্নাকৰ ব্যাসকলাই, হৰি মিশ্ৰ, জয়ৰাম, জগন্নাথ আদি ব্ৰাহ্মণ পণ্ডিত সকলে এই সময়তে শঙ্কৰদেৱৰ ওচৰত শৰণ ললেহি। শঙ্কৰদেৱে অসম দেশৰ সকলোৰে মন আকৰ্ষণ কৰিলে। “অসম ৰাজ্যৰ লোক হৰি ভক্তি ধৰিলেক, অহম ৰজাৰ লোক যত।” শঙ্কৰদেৱে ব্ৰাহ্মণ পুৰোহিত শ্ৰেণীৰ ৰক্ষণশীল ভ্ৰষ্টাচাৰী নীতিৰ পৰিবৰ্ত্তে সম স্বত্তাধিকাৰী ধৰ্ম্মনীতি প্ৰৱৰ্ত্তন কৰি নতুন সমাজ গঢ়াৰ ভেঁটি প্ৰতিষ্ঠা কৰিলে।

পূজা নমস্কাৰ ধ্যান সমস্তে দুষ্কৰ।
হৰিগুণ নাম ধৰ্ম্ম মহা সুখকৰ।।
স্ত্ৰী বাল্য বৃদ্ধ সমস্তৰে অধিকাৰ।
চাণ্ডালকো কৰে নামে তেখনে উদ্ধাৰ।।

## শঙ্কৰদেৱৰ লগত ব্ৰাহ্মণৰ বাদ ঃ-

শঙ্কৰদেৱৰ ভক্তি ধৰ্ম্ম প্ৰচাৰৰ আগতে ৰক্ষণশীল ব্ৰাহ্মণ পুৰোহিতসকলে হিন্দু ধৰ্ম্মৰ আধ্যাত্মিক সামাজিক সকলো ক্ষমতা নিজৰ হাতত ৰাখি দেৱ দেৱীৰ সেৱা পূজা আদি কৰ্ম্মকাণ্ডৰ যোগেদি জীৱিকা নিৰ্ব্বাহ কৰি আছিল। বেদ, বেদান্ত, পুৰাণ, ভাৰত আদি নানা শাস্ত্ৰ সমূহ, শাস্ত্ৰত পাৰ্গত ব্ৰাহ্মণ সকলে নিজৰ হাতৰ মুঠিত ৰাখি, শূদ্ৰই চুলে পাপ হব বুলি প্ৰকাশ কৰি শূদ্ৰ সকলক আঁতৰাই ৰাখিছিল। শঙ্কৰদেৱৰ প্ৰচাৰিত ভক্তি ধৰ্ম্মই যেতিয়া সকলোৰে কাৰণে দুৱাৰ মুকলি কৰি দিলে এই ৰক্ষণশীল স্বাৰ্থলোভী ব্ৰাহ্মণ সকলৰ স্বাৰ্থত বাধা পৰা কাৰণে ক্ষুব্ধ হৈ উঠিল। আনহাতে গুৰুজনাই হৰিভক্তি ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলত

লোকসকল প্ৰায় সেইমতে চলিবলৈ ধৰিলে। ভক্তিৰস পাই পূজা অৰ্চ্চনা আদি ব্ৰাহ্মণৰ কাৰ্য্য ক্ৰমে ঢিলা পৰি আহিল। দ্বিতীয় এক শ্ৰেণী লোকৰ বিৰোধিতাৰ সৃষ্টি হল ঈৰ্ষাত। শঙ্কৰ মাধৱৰ পাণ্ডিত্য, কবিত্ব গুণে সেই ব্ৰাহ্মণ শ্ৰেণীৰলোক সকলৰ অন্তৰত বজ্ৰাঘাট কৰিলে। শঙ্কৰ মাধৱে বেদ, বেদান্ত, গীতা, ভাগৱত আদি শাস্ত্ৰ সমূহৰ তত্ত্ব ব্যাখ্যা কৰাৰ উপৰিয়ো এই শাস্ত্ৰসমূহ সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ কৰি পদ আকাৰে শাস্ত্ৰ ৰচনা কৰি সৰ্ব্বসাধাৰণৰ মাজত বিলাই দিয়াত ব্ৰাহ্মণসকলে আগতে লুকাই ৰখা তত্ত্বসমূহ প্ৰকাশ পালে। তেতিয়া কৰ্ম্মকাণ্ডী ব্ৰাহ্মণসকলৰ ধৈৰ্য্য হেৰাই যোৱাৰে উপক্ৰম হল। শ্ৰীধৰ ভট্টাচাৰ্য্য, কবিৰাজ মিশ্ৰ, বামানাচাৰ্য্য, ৰত্নাকৰ কন্দলি, ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য আদি ব্ৰাহ্মণসকল একগোট হৈ আলচ কৰি শঙ্কৰদেৱৰ ধৰ্ম্মত বাধা দিয়াৰ চিন্তা কৰিলে। শঙ্কৰদেৱে বুজিলে মূৰ্খ বন্ধুতকৈ জ্ঞানী শত্ৰু শ্ৰেষ্ঠ। (গুৰুৱে প্ৰকাশিলে)

ব্ৰাহ্মণসৱক দ্বেষ্য কৰিবাক আমাৰ নুহি উচিত।
কৃষ্ণৰ ভকতি পন্থক বিপ্ৰৰ মুখত কৰোঁ বিদিত।

বিৰুদ্ধবাদী ব্ৰাহ্মণসকলে নানা কুমন্ত্ৰণা কৰি গাঁৱত ফুৰিবলৈ যোৱা ভকতসকলক নানান লাঞ্ছনা দিবলৈ ধৰিলে। কাৰো হাতৰ মালা কাঢ়ি নি কুকুৰৰ নেজত আৰিলে, কাৰোগাত তামোল খাই পিক পেলালে, কোনো কোনোক অধৰ্ম্মী চাণ্ডাল বুলি গালি পাৰিলে, কোনোক দলি ফৰ্মুটি মাৰি শাৰীৰিক কষ্ট আদি নানান অত্যাচাৰ কৰিব ধৰিলে। এই ব্ৰাহ্মণ সকলৰ মনত ভাব হল শূদ্ৰ শঙ্কৰক যিকোনো উপায়েৰে বাধা দিব নোৱাৰিলে আমাৰ উপাৰ্জ্জনৰ পথো বন্ধ হব। মহাপুৰুষ শঙ্কৰদেৱে সকলোৰে মনৰ সন্দেহ দূৰ কৰিবৰ কাৰণে পেহাক-বুঢ়াখাৰ চ'ৰাত এখন আলোচনা সভাৰ আয়োজন কৰি বিৰুদ্ধবাদী সকলো ব্ৰাহ্মণ পণ্ডিতকে নিমন্ত্ৰণ কৰিলে। সেই সভাত মাধৱদেৱ, ৰাম ৰাম গুৰু, ব্যাসকলাই আদিৰে গুৰুজনা উপস্থিত হল। ৰত্নাকৰ কন্দলি, ব্ৰহ্মানন্দৰ নেতৃত্বত বিৰুদ্ধবাদী ব্ৰাহ্মণ পণ্ডিতসকল উপস্থিত হ'ল। ব্ৰাহ্মণসকলে কৰ্ম্মকাণ্ডৰ যুক্তিৰে শঙ্কৰদেৱৰ লগত বাদ আৰম্ভ কৰিলে যদিও গুৰুজনাই গীতা, ভাগৱত, পদ্মপুৰাণৰ সহস্ৰ নাম খণ্ডৰ আলমলৈ ব্ৰাহ্মণসকলৰ সকলো যুক্তি খণ্ডন কৰিলে। ব্ৰাহ্মণ সকলৰ পৰাজয় হল। আগতে ভক্তি ধৰ্ম্ম গ্ৰহণ কৰা ব্ৰাহ্মণসকল, আৰু ভক্তসকলে শঙ্কৰদেৱৰ জয়ধ্বনি দিলে। বিৰুদ্ধবাদী ব্ৰাহ্মণসকলৰো গুৰুজনাৰ প্ৰতি অনুৰাগ জন্মিল। কিন্তু সকলোৱে গুৰুজনাৰ প্ৰতি থকা বিৰুদ্ধ ভাব পৰিহাৰ কৰিব নোৱাৰিলে। ৰক্ষণশীল বিৰুদ্ধবাদী এই ব্ৰাহ্মণ

পণ্ডিতসকলে উপলদ্ধি কৰিলে যে শঙ্কৰদেৱৰ পাণ্ডিত্যক পৰাভৱ কৰিব পৰাটো সহজ কথা নহয়। তেওঁলোকে নতুন অন্য উপায় চিন্তা কৰিবলৈ ধৰিলে। বাদত টিকিব নোৱাৰি শঙ্কৰৰ মত শুদ্ধ বুলি কলে যদিও আচাৰ্য্য, ভট্টাচাৰ্য্য, কন্দলি, মিশ্ৰ, উপাধ্যায়, ভাৰতী উপাধিধাৰী পণ্ডিতসকলে নিত্য নৈমিত্তিক কৰ্ম্মৰ বিশ্বাসো এৰিব পৰা নাছিল।

## জগন্নাথৰ মূৰ্ত্তি স্থাপন ঃ-

গুৰুজনাই উপলদ্ধি কৰিলে এই মূৰ্ত্তি পূজক সকলৰ শ্ৰৱন কীৰ্ত্তনত শ্ৰদ্ধা নোপজা পৰ্য্যন্ত এওঁলোকে সৰ্ব্বভূতত ঈশ্বৰত্ব আৰোপ কৰিব নোৱাৰে। গতিকে "শ্ৰৱণে কীৰ্ত্তনে আসকতি নোহে যাৱে। মন্ত্ৰ-মূৰ্ত্তি ঈশ্বৰক পূজিবেক তাৱে।" সেইবাবে গুৰুজনাই কৰলা বাঢ়েক মতাই আনি জগন্নাথ মূৰ্ত্তি তৈয়াৰ কৰিবলৈ আদেশ দিলে-

একদিনা মাতি ৰামৰায়ক আনিলা।
জগন্নাথ মূৰ্ত্তি সাজিবাক আলছিলা।।
কৰলা বাঢ়েক মাতি আনিলা শঙ্কৰ।
সাজা জগন্নাথ প্ৰতিমা ৰুচিকৰ।।

গুৰুজনাৰ নিৰ্দ্দেশক্ৰমে কৰলা বাঢ়েয়ে কঠাল কাঠেৰে জগন্নাথ মূৰ্ত্তি তৈয়াৰ কৰিলে। ডঃ নেওগৰ মতে বেলকাঠেৰে হে মূৰ্ত্তি তৈয়াৰ কৰিছে। প্ৰতিমাৰ নাম মদন গোপাল ৰাখিলে। গুৰুজনাই এই মদন গোপাল চতুৰ্ভুজ মূৰ্ত্তি প্ৰতিষ্ঠা কৰিবৰ কাৰণে এটা দিন ধাৰ্য্য কৰি প্ৰতিষ্ঠা উৎসৱ আয়োজন কৰি বিৰুদ্ধবাদী ব্ৰাহ্মণ আৰু অন্যান্য সকলোকে নিমন্ত্ৰণ জনালে। গুৰুজনাৰ এই উৎসৱৰ লক্ষ্য আছিল - মূৰ্ত্তি প্ৰতিষ্ঠাৰ আলমেৰে এই বিৰুদ্ধবাদী কৰ্ম্মকাণ্ডী ব্ৰাহ্মণ সকলক দেৱ দেৱীৰ সেৱা পূজা ৰহিত কৰি এক ঈশ্বৰ মুখী কৰা, এক শৰণ নাম ধৰ্ম্মত দীক্ষিত কৰা। কিন্তু কূট কৌশলী ব্ৰাহ্মণ সকলে এই প্ৰতিষ্ঠা উৎসৱ ব্যৰ্থ কৰিবৰ কাৰণে তলে তলে প্ৰচাৰ কৰিলে - শূদ্ৰই তৈয়াৰ কৰা মূৰ্ত্তিক সেৱা কৰিব নাপায় ; তাতে আকৌ মূৰ্ত্তি সাজোতে কৰলা বাঢ়েয়ে মূৰ্ত্তিত ভৰি দিহে কাটিছে। এই মূৰ্ত্তিটোৱেই বৰ্জিত হ'ল। গতিকে এই মূৰ্ত্তিত সেৱা কৰিলে পাপ হ'ব। ব্ৰাহ্মণ সকলৰ এই কূট কৌশলে গুৰুজনাৰ প্ৰতিষ্ঠা উৎসৱ ব্যৰ্থ কৰিব নোৱাৰিলে। প্ৰতিষ্ঠা স্থলী লোকে লোকাৰণ্য হ'ল। গুৰুৱে "আজি ধৰি অন্য দেৱ পূজা এৰিয়োক" বুলি পণ্ডিত সকলৰ হতুৱাই চতুৰ্ভুজ মূৰ্ত্তিত সেৱা কৰালে।

নিমি নৱসিদ্ধ সংবাদত ভক্তসকলক ভক্তিৰ দৃঢ়তা অনুসৰি প্ৰাকৃত ভকত, মধ্যম ভাগৱত, মহাভাগৱত এই তিনি শ্ৰেণীত ভাগ কৰি প্ৰাকৃত ভকতৰ লক্ষণ বৰ্ণাইছে -

নুপূজে ভক্তক মান্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ আৰাধে হৰিক।।
সেইজন জানিবাহা প্ৰাকৃত ভকত।
আৰূঢ় হৈ আছে তেহোঁ ভক্তিৰ পথত।।
অনুক্ৰমে উত্তম হৈবেক সিওজন।
একোমতে নোহে জানা নিন্দাৰ ভাজন।।

একশৰণ নাম ধৰ্মত মধ্যম বা উত্তম ভক্তৰ বাবে কৃষ্ণমূৰ্ত্তি পূজাৰো ব্যৱস্থা নাই। নিষ্কামী সকলে ভাবৰূপ দ্ৰব্যৰে মানসিক ভাবে ভগৱন্ত পুৰুষৰ পূজা সেৱা কৰাটো "ভক্তি ৰত্নাকৰ" ৰ পূজা মাহাত্ম্য ভাগত প্ৰশংসা কৰিছে।

মনোময় দ্ৰব্য দিয়া মনত পূজয়।
নিষ্কামীৰ পূজা সুখ-ৰূপ অতিশয়।।

বেজবৰুৱাৰ মতে "কোনো সত্ৰতেই বিশেষকৈ শঙ্কৰদেৱৰ জীৱন কালৰ ভিতৰত বিগ্ৰহ পূজা কৰা নহৈছিল।"

## ৰজাৰ ওচৰত ব্ৰাহ্মণৰ খল ও শঙ্কৰদেৱক পুৰস্কাৰ ঃ-

গুৰুজনাৰ ৱিৰুদ্ধবাদী কৰ্ম্মকাণ্ডী ব্ৰাহ্মণসকলে গুৰুজনাৰ প্ৰচাৰিত ধৰ্ম্মত বাধা আৰোপ কৰি বাৰে বাৰে হাৰ মানিও আকৌ জিকাৰ আশা নেৰিলে। জিকাৰ আশাৰে এইবাৰ, সেই সময়ৰ আহোম স্বৰ্গদেউ চুহুংমুং বা দিহিঙীয়া ৰজাৰ ওচৰ চাপিল (১৪৬১শঁক, ১৫৩৯খৃঃ)। ধুৱাহাটা আহোম ৰাজ্যৰ ভিতৰুৱা ঠাই। ব্ৰাহ্মণসকলে চুহুংমুং ৰজাৰ ওচৰত গোচৰ দিলেগৈ "শঙ্কৰ নামে শূদ্ৰ এজনে বেদ, শ্ৰাদ্ধ বিধি, আচাৰ-নীতি সকলো নষ্ট কৰি পাষণ্ড ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰিছে আৰু হিন্দুধৰ্ম্মত আঘাট হানিছে।" আহোম স্বৰ্গদেউ সকলে সেই সময়ত হিন্দু ধৰ্ম্ম গ্ৰহণ কৰা নাছিল আৰু হিন্দু ধৰ্ম্মৰ বিষয়ে জানিবলৈ, বৈদিক আচাৰ বিধি কি জানিবলৈ যত্ন কৰা নাছিল। ব্ৰাহ্মণসকলৰ আপত্তি মতে ৰজাই দূত পঠাই শঙ্কৰদেৱক ৰাজ দৰবাৰলৈ মতাই আনিলে। ৰজাই ব্ৰাহ্মণসকলৰ বিচাৰৰ সোধপোচ কৰিবৰ বাবে সন্দিকৈক

দায়িত্ব দিলে। শঙ্কৰদেৱৰ যুক্তিত টিকিব নোৱাৰি ব্ৰাহ্মণসকল নিমাত হ'ল। শঙ্কৰদেৱৰ মনোহৰ মূৰ্ত্তি দেখি, ৰজাই শঙ্কৰদেৱৰ পাণ্ডিত্য গুণ থকা বুলি জানি গুৰুজনাক ৰজাই সন্মান যাচি, ৰাজভৰালৰপৰা টকা-কড়ি সিধা-পাতি দি মানুহ পঠাই শঙ্কৰদেৱক ধুৱাহাটাত থোৱালে আৰু ব্ৰাহ্মণ সকলক তিৰস্কাৰ কৰি ৰাজ দৰবাৰৰ পৰা খেদি পঠিয়াবলৈ চাওদাঙক আদেশ দিলে। ৰজাৰ হুকুম মতে কাম হল। তেতিয়াৰ পৰা এই বিৰুদ্ধবাদী ব্ৰাহ্মণসকলে গুৰুজনাৰ পোনপটীয়া বিদ্ৰোহ নকৰা হল।

## শঙ্কৰ মাধৱৰ গভীৰ শাস্ত্ৰ চৰ্চ্চা আৰু শাস্ত্ৰ ৰচনা ঃ-

গুৰুজনাই ধৰ্ম্ম প্ৰচাৰত কৰ্ম্মকাণ্ডী ব্ৰাহ্মণ সকলৰ পৰা পোৱা অসূয়া আৰু বিৰুদ্ধাচৰণৰ মাজতো ধৰ্ম প্ৰচাৰ, বিভিন্ন শাস্ত্ৰ আলোচনা আৰু শাস্ত্ৰ ৰচনাৰ কাম কৰিছিল।

কীৰ্ত্তন ঘোষাৰ অন্তৰ্গত পাষণ্ড মৰ্দ্দন, নাম অপৰাধ, প্ৰহ্লাদ চৰিত্ৰ, শিশুলীলা, কালিয় দমন, ৰাসক্ৰীড়া, কংশবধ, গোপীউদ্ধৱ সংবাদ, কুঁজীৰ বাঞ্ছা পূৰণ, আক্ৰুৰৰ বাঞ্ছা পূৰণ খণ্ড ৰচনা কৰে। পত্নী প্ৰসাদ নাটক ধুৱাহাটতে ৰচনা কৰে।

চৰিত্ৰ পুথি সমূহত গাংমৌত কোনো নাট লিখাৰ উল্লেখ নাই। ৰাম বিজয় নাটক গুৰু জনাৰ অন্তিম ৰচনা, তাত কোনো সন্দেহ নাই। কীৰ্ত্তনৰ ধ্যান বৰ্ণন খণ্ড মাধৱদেৱৰ ৰচিত। (ডিম্বেশ্বৰ নেওগৰ "যুগনায়ক শঙ্কৰদেৱ" পৃ ১৮৬)। কীৰ্ত্তনৰ ৰুক্মিণীৰ প্ৰেমকলহ অধ্যায় শঙ্কৰদেৱৰ ৰচনা নহয় বুলি কয়। ৰচনাৰ ফালৰ পৰাও এই অধ্যায়টি অন্যান্য ৰচনাতকৈ তল খাপৰ। গতিকে এই অধ্যায় গুৰুজনাৰ ৰচনা নোহোৱাটোৱেই সম্ভৱ। ঘুনুচা কীৰ্ত্তন শ্ৰীধৰ কন্দলিৰ। সহস্ৰ নাম বৃত্তান্ত ৰত্নাকৰ কন্দলিৰ ৰচিত।

গুৰুজনা আহোম ৰাজ্যত (ধুৱাহাটাত) থাকোতে আহোম শাসনৰ অধীনৰ, যাজক পুৰোহিত সকলৰ শত্ৰুতাৰ সন্মুখীন হৈ পাষণ্ড মৰ্দ্দন, নাম অপৰাধ কীৰ্ত্তনৰ এই খণ্ডদুটি ৰচনা কৰি বিৰুদ্ধবাদী সকলৰ বিৰোধিতাৰ প্ৰত্যুত্তৰ দিয়ে। এই খণ্ডদুটি বৰদোৱাত ৰচিত বুলি কোনোৱে কয় যদিওসেইটো সম্ভৱ নহয়। নাম অপৰাধৰ মূল, পদ্ম পুৰাণৰ স্বৰ্গখণ্ড বুলি উল্লেখ কৰিছে -

নকৰিবা নিন্দা মোক মহন্তে।
আসিল শাস্ত্ৰ বাৰানসী হন্তে।।

তাহাঙ্ক চাই নিবন্ধিলো পদ।

হৰি হৰি বুলি তাৰ আপদ।। বুলি সামৰিছে।

পাষণ্ড মৰ্দ্দনত ভাগৱতৰ প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, সপ্তম, অষ্টম, নৱম, দশম, একাদশ, দ্বাদশ, এই স্কন্ধ কেইটাৰ উপৰিও বৃহৎ নাৰদীয় পুৰাণ, পদ্মপুৰাণ, সুতসংহিতা আদিৰ উল্লেখসহ একশৰণ নাম ধৰ্ম্মৰ যুক্তি প্ৰদৰ্শন কৰিছে। কথা গুৰু চৰিতমতে কীৰ্ত্তনৰ হৰমোহন খণ্ড বেলগুৰিত গুৰুজনাই ৰচনা কৰিছে। কিন্তু কোনো কোনোৰমতে কীৰ্ত্তনৰ এই খণ্ডটো বৰদোৱাত ৰচনা কৰে আৰু বিষ্ণুপ্ৰিয়াৰ বিবাহৰ আয়োজন পাটবাউসীতহে হৈছিল। কথা গুৰু চৰিতমতে বিষ্ণুপ্ৰিয়াৰ বিবাহৰ আয়োজন ধুৱাহাটাত হৈছিল। গুৰুজনা ধুৱাহাটা এৰি কোচ ৰাজ্যলৈ যাওতে পাটবাউসীপোৱাৰ আগতে কুমাৰ কুচিত বিষ্ণুপ্ৰিয়াৰ মৃত্যু ঘটিছে। কথাগুৰু চৰিতত প্ৰকাশ কৰা কীৰ্ত্তনৰ হৰমোহন খণ্ড ৰচনা আৰু বিষ্ণুপ্ৰিয়াৰ বিবাহৰ আয়োজন ধুৱাহাটাত যেনহে অনুমান কৰিব পাৰি। এই কথাও ঠিকযে, গুৰুজনাই ৰচনা কৰা শাস্ত্ৰ সমূহৰ কোন ঠাইত কোন ভাগ শাস্ত্ৰ ৰচনা কৰিছিল নিশ্চয়কৈ কোৱাটো সহজ সাধ্য নহয়। গুৰু চৰিত সমূহ বা অন্যান্য পণ্ডিত সকলো ৰচনাৰ স্থান সম্পৰ্কত কোনো কোনো ভাগত একমত হলেও সকলো শাস্ত্ৰ ৰচনাৰ স্থান সম্পৰ্কত একমত নহয়।

## গুৰুজনাৰ কীৰ্ত্তন শাস্ত্ৰ ঃ-

গুৰুজনাৰ ৰচিত কীৰ্ত্তনৰ চতুৰ্বিংশতি অৱত্যৰ অধ্যায়ৰ সুখবন্ধত থকা "কৃষ্ণায় বাসুদেৱায় দৈৱকীনন্দনায়চ আৰু মুকং কৰোতি বাচালং পংগুং লঙঘয়তে গিৰিং - - - -" এই দুটি শ্লোক শঙ্কৰদেৱৰ ৰচনা নহয়। এই দুটি শ্লোক মাধৱদেৱে ভাগৱতৰ পৰা তুলি সন্নিবিষ্ট কৰি দিলে। তদুপৰি মাধৱদেৱৰ আজ্ঞাৰেই ৰত্নাকৰ কন্দলিৰ সহস্ৰ নাম বৃত্তান্ত কীৰ্ত্তন ঘোষাৰ ভিতৰুৱা কৰা হল।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ভক্ত মাধৱত 'কথা-বস্তু থৈ ধৰ্ম্মাচাৰ্য্য পাতি ১৪৯০শঁক (১৫৬৮চন) ত বৈকুণ্ঠ প্ৰয়াণ কৰিলে। তেৰাই ৰচনা কৰা কীৰ্ত্তনৰ খণ্ডসমূহ হাজো; ভৱানীপুৰ, বৰপেটা, বৰ নগৰ, দক্ষিণকূল, কালজাৰ আৰু আহোম ৰাজ্যৰ বিভিন্ন ঠাইত সিচঁৰিত হৈ আছিল। মহাপুৰুষ মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰে ১৫১৭শঁকত (১৫৯৫খৃঃ) গুৰুজনা বৈকুণ্ঠীৰ ২৭ বছৰৰ পিছত সংগ্ৰহ আৰু সংকলিত কৰি কীৰ্ত্তন ঘোষা পুথিভাগ সম্পূৰ্ণ কৰি সজাই উলিয়াই এবছৰ পিছত মহাপুৰুষ মাদৱদেৱৰ হাতত অৰ্পণ কৰে। মাধৱ পুৰুষে আদ্যোপান্ত চাই -

"যৈত যিব্ৰা আছে, থৈবে লাগে থৈছে, বিচাৰি দেখিল পাছে।- - - - -" নালাগে লাড়িবে, ভাল আছে সবে এহি বুলি হাসিলন্ত।" কীৰ্ত্তন পুথিৰ ক্ৰম ৰামচৰণে যুগুতাই মাধৱৰ হাতত অৰ্পণ কৰা সেই ক্ৰম অনুসৰিয়েই মাধৱ পুৰুষে গ্ৰহণ কৰে। ৰামচৰণ সংকলিত পুথিখনি মাধৱে পাই -

আক এক থান কৰিবাক প্ৰতি
পূৰ্ব্বে মোৰ মন ভৈল।
ৰামচৰ্ণে আক একঠাই কৰি
মোৰেসে কাম কৰিল।।

কোনো কোনোৱে ৰাম চৰণৰ এই ক্ৰম যথা স্থানত হোৱা নাই বুলি ক'ব খোজে। যি কি নহওঁক পুৰণি ক্ৰম ৰক্ষা কৰিয়েই হওক বা নতুন ক্ৰমত সজায়েই হওক, এইটো ঠিক যে কীৰ্ত্তন-ঘোষা প্ৰথম সংকলন ৰামচৰণ ঠাকুৰে কৰিলে আৰু প্ৰথম সম্পাদন কৰিলে মহাপুৰুষ মাধৱদেৱে। আকৌ গুৰুজনাৰ সাঁচিপতীয়া কীৰ্ত্তন পুথিভাগত প্ৰক্ষিপ্ত হোৱা নাই বুলি কব নোৱাৰি, এই ভাবো কোনোৰ নথকা নহয়।

## ভাগৱতৰ দ্বিতীয় স্কন্ধ, দশম স্কন্ধ, একাদশ স্কন্ধ ঃ-

গুৰুজনাই ভাগৱতৰ দ্বিতীয় স্কন্ধ আৰু একাদশৰ শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ খণ্ড বাদে অন্য খণ্ড সমূহ ধুৱাহাটাত সমাপ্ত কৰে। একাদশ স্কন্ধৰ শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ খণ্ড বৰদোৱাত ৰচনা কৰে। একাদশ স্কন্ধৰ শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ খণ্ড বৰদোৱাত ৰচনা কৰে। শিশুলীলা খণ্ডেৰে ভাগৱতৰ আদ্য দশম খণ্ডও ধুৱাহাটাতে সমাপ্ত কৰে। কোনোৱে আকৌ ভাগৱতৰ এই তিনিওটা স্কন্ধ গুৰুজনাই দ্বিতীয়বাৰ তীৰ্থ যাত্ৰাৰ আগতে পাটবাউসীত ৰচনা কৰে বুলি কয়। ওপৰত উল্লেখ কৰা ৰচনা সমূহৰ উপৰিও গুৰুজনাই শ্লোক, টোটয়, ভটিমা, চপয়, কেইবাটিও গীত ধুৱাহাটাত ৰচনা কৰে।

## জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ ঃ-

ভগৱান শ্ৰীকৃষ্ণই যেতিয়া প্ৰিয় অৰ্জ্জুনক বিশ্বৰূপ দৰ্শন কৰাইছিল, তেতিয়া অৰ্জ্জুনে ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ দেৱতা, গন্ধৰ্ব্ব চন্দ্ৰ, সূৰ্য্য, বায়ু, বৰুণ, গ্ৰহ, নক্ষত্ৰ, পৰ্ব্বত, সাগৰ, নদ-নদী, বৃক্ষ, লতা, তৃণ আদি সমস্ত জগতকে দেখা পাইছিল। ইয়ে প্ৰমাণ কৰে ভগৱান বিশ্বব্যাপী ভগৱান সকলোৰে ঘটে ঘটে আছে। জীৱ শ্ৰেষ্ঠ মানৱে মনুষ্য দেহ ধাৰণ কৰি এই চৰাচৰ জগতৰ স্ৰজন, পালন, সংহাৰৰ গৰাকী ঈশ্বৰক

যদি উপলব্ধি নকৰে, বা উপলব্ধি কৰিবলৈ যত্ন নকৰে (কত তপসাই নৰতনুপাই) তেন্তে মনুষ্য জন্ম বিফলে যায়। ঈশ্বৰক উপলব্ধি কৰিবলৈ, ঈশ্বৰৰ সান্নিধ্য পাবলৈ মহাপুৰুষ শঙ্কৰদেৱে পথ দেখুৱাই থৈ গৈছে। ভগৱানৰ আৰাধনা, ভগৱানৰ সেৱা পূজাতকৈ ভকতৰ সেৱা পূজাহে শ্ৰেষ্ঠ বুলি গুৰুজনাই কৈছে। ভাগৱতত কৈছে "সমস্ত ভূতত দেখিয়োক নাৰায়ণ। আতপৰে আন ধৰ্ম্ম সবে বিড়ম্বন।।" সুখ শান্তি জগতৰ সকলো লোকৰে কাম্য বস্তু। ভকতৰ ই কাম্য বস্তু নহয় যদিও ঈশ্বৰ কি বস্তু, চৈতন্য ঈশ্বৰনো কোন, উপলব্ধি কৰিব পৰাতো জীৱনৰ প্ৰথম পদক্ষেপ আৰু এই জ্ঞানী জনৰ ওচৰলৈ নিবিচৰাকৈয়ে সুখ শান্তি দুটা বস্তু চাপি আহে। জীৱ মাত্ৰে নাৰায়ণ জ্ঞান কৰিব লাগে আৰু এয়ে চৈতন্য ভগৱান। মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মত ভগৱানতকৈ ভকতৰ সেৱা পূজা, মানৱ সেৱা, মানৱতাবোধ, মানৱ অধিকাৰক প্ৰাধান্য দিছে। গুৰুজনাৰ সাৰ্বজনীন বৈষ্ণৱ ধৰ্ম্মৰ এই আদৰ্শ কেৱল অসমৰ কাৰণেই নহয়, সমগ্ৰ বিশ্বৰ জনগণৰ গ্ৰহণীয়। বিশ্বত আজি দুৰ্ব্বলৰ ওপৰত সবলৰ অত্যাচাৰ-উৎপীৰণ, হত্যা, লুণ্ঠন, ধৰ্ষণ, শোষণ আদি অপকৰ্ম্মই চানি ধৰিছে। বিশ্বত শান্তি নোহোৱা হৈ আহিছে। স্বাৰ্থলোভী কিছুমান লোকে সমাজত উচ্চ নীচ জাতিভেদ আদি ভাব মানুহৰ মনত সুমুৱাই দি ভাই ভাই ঠাই ঠাই কৰি নিজৰ স্বাৰ্থ পূৰণৰ সুযোগ লৈছে। সমাজ তথা সমগ্ৰ বিশ্বত এনে অপকৰ্ম্ম যাতে নঘটে তাৰ বাবে বৈষ্ণৱ ধৰ্ম্মৰ মাজেদি মহাপুৰুষ শঙ্কৰদেৱে আন্দোলন বিপ্লৱ কৰিছিল আৰু বিভিন্ন শাস্ত্ৰ ৰচনা কৰি জগতৰ কল্যাণৰ বাবে দি থৈ গৈছে। এই বিপ্লৱ কেৱল অসমৰ কাৰণেই নহয় সমগ্ৰ বিশ্বৰ বাবে। এই বিশ্ববৰেণ্য, বিশ্বৰ শান্তি কামী ক্ষণজন্মা মহাপুৰুষ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱক শান্তি কামী সকলে 'জগত গুৰু' বুলি উচ্চাৰণ কৰিছে।

মহাপুৰুষ মাধৱদেৱে গুৰু ভটিমাত প্ৰকাশ কৰিছে মহাপুৰুষ শঙ্কৰদেৱ, সৰ্ব্বগুণাকৰ, শঙ্কৰদেৱ-দৈৱকী নন্দন শ্ৰীকৃষ্ণ অংশে জাত, শঙ্কৰদেৱৰ মহিমা-মহা মহা জ্ঞানী গুণীয়েও অন্ত নেপায়-"জয়গুৰু শঙ্কৰ, সৰ্ব্বগুণাকৰ যাকেৰি নাহিকে উপাম। - - - - ।।", ত্ৰিভূবন নন্দন, দৈৱকী নন্দন - - - - শঙ্কৰ তাকেৰি অংশ। - - - - কি কহিবো শঙ্কৰদেৱৰ মহিমা, জানি জ্ঞানী অন্ত নেপায়। - - - - ।

জগতৰ ধৰ্ম্ম গুৰু সকলৰ মাজত নক্ষত্ৰ স্বৰূপ মহাপুৰুষ শঙ্কৰদেৱ যেনেদৰে প্ৰকাশিত হব লাগিছিল তেনে ভাবে যেন প্ৰকাশ হোৱা নাই বুলি ধাৰণা হয়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আছিল ধৰ্ম প্ৰবৰ্ত্তক, কবি, সাহিত্যিক, শিল্পকলা বিশাৰদ,

সুগায়ক, বায়ক, নৃত্যশিল্পী, সমাজ সংস্কাৰক, সংস্কৃতিবান মহাপুৰুষ। একেজন লোকৰ ইমানবোৰ গুণ থকা বহুমূখী প্ৰতিভাবান মহাপুৰুষ ধৰ্ম প্ৰবৰ্ত্তক জগতত দ্বিতীয়জন আৰু পাবলৈ নাই। তেৰাৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্মই উচ্চ-নীচ, ধনী দুখী, জ্ঞানী-মূৰ্খ, জাতি বৰ্ণ ভেদা-ভেদ পৰিহাৰ কৰি সাম্য-মৈত্ৰী, ভাতৃত্ববোধ, স্নেহ-প্ৰীতিৰ এনাজৰীৰে বান্ধি একটা হবলৈ সদৌ বিশ্ব বাসীক উপদেশ দিছে। এয়া সমগ্ৰ বিশ্ববাসীৰ পালনীয় বস্তু। তেৰাৰ প্ৰবৰ্ত্তিত একশৰণ নাম ধৰ্ম্মৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈশিষ্ট মানৱতাবাদ। বিশ্ব ভাতৃত্ববোধ সমৃদ্ধ 'একশৰণ নাম ধৰ্ম্ম' প্ৰৱৰ্ত্তক মহাপুৰুষ শঙ্কৰদেৱক সাধু-সন্ত মহন্ত জ্ঞানী মনীষী সকলে 'জগত গুৰু ৱুলিছে।

এটি লক্ষ্যণীয় বিষয়-অন্যান্য ধৰ্ম্ম প্ৰৱৰ্ত্তক মহাপুৰুষ যিশুখৃষ্ট, মহাপুৰুষ হজৰত মহম্মদ, বুদ্ধদেৱ আদি ধৰ্ম্ম গুৰু সকলক বিশ্বই যেনেকৈ জানে, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক তেনেকৈ জনাৰ সুযোগ নাই। এই সকল ধৰ্মগুৰুৰ পৰৱৰ্ত্তী গুৰুসকলৰ যত্ন আৰু ধৰ্ম্মানুৰাগী সকলৰ যত্নই সেই সকল ধৰ্ম্ম গুৰুক জানিবলৈ বিশ্বক সুযোগ দিছে। কিন্তু মহাপুৰুষ শঙ্কৰদেৱৰ পৰবৰ্ত্তী গুৰু সকলৰ বা ভক্ত সকলৰ তেনে যত্ন নথকাৰ কাৰণেই বা তেনে ধাৰণা নোহোৱাৰ বাবেই সৰ্ব্বগুণাকৰ, বহুমূখী প্ৰতিভাবান, বিশ্ববৰেণ্য মহাপুৰুষ শঙ্কৰদেৱক বিশ্বই জানিবলৈ সুযোগ পোৱা নাই। বৰ্ত্তমান অসমত গণতান্ত্ৰিক ধৰ্ম্মীয় অনুষ্ঠান "শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘই গুৰুধৰ্মত সোমোৱা আসোঁৱাহ দূৰ কৰি গুৰু ধৰ্ম প্ৰাচাৰ, প্ৰসাৰ গুৰুজনাৰ যশ কীৰ্ত্তি অসম ভাৰত তথা ভাৰতৰ বাহিৰৰ বিদেশতো প্ৰচাৰৰ বাবে পদক্ষেপ লৈছে। সেইবাবে 'শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘক প্ৰশংসা কৰিব লাগিব। ভবিষ্যতেও শ্ৰীমন্ত শংকৰদেৱ সংঘই চিন্তা সহকাৰে পদক্ষেপ ললে অনতি পলমে গোটেই অসম সামৰি লোৱাৰ উপৰিও বিশ্বৰ জনগণে মহাপুৰুষ শঙ্কৰদেৱক ওপৰত উল্লেখ কৰা ধৰ্ম্মগুৰু সকলৰ দৰে জানিবলৈ সুযোগ পাব।

## গুৰুজনাৰ ধুৱাহাটা ত্যাগ ৰাজৰোষ, হৰি জোঁৱাই নিধন ঃ-

লক্ষ্মীনাথ বেজবৰুৱাৰ মতে মহাপুৰুষ শঙ্কৰদেৱ ১৮ বছৰ কাল ধুৱাহাটাত আছিল। চৰিত পুথি সমূহৰ কোনো কোনোৰ মতে ১৪ বছৰ, কোনোৰ মতে ১৬বছৰ গুৰুজনা ধুৱাহাটাত আছিল। এই ক্ষেত্ৰত বেজবৰুৱাৰ মতেই শুদ্ধ যেন লাগে। ধুৱাহাটাত থকা এই কালছোৱাত কৰ্ম্মকাণ্ডী ব্ৰাহ্মণৰ অত্যাচাৰ, ৰজাঘৰীয়া ৰোষ আদি কাৰণত গুৰুজনাই আহুকাল পাই আছিল। ব্ৰাহ্মণসকলে ভকতৰ ওপৰত

অত্যাচাৰ কৰি, গুৰুজনাৰ লগত তৰ্ক কৰি, ৰজাৰ ওচৰত খল দি সকলোতে হাৰ মানিলে যদিও অন্তৰৰ ক্ষোভ এৰা নাছিল। ইয়াৰ বাহিৰেও তেৰাৰ বংশৰ খুড়াক হাথিয়া দলৈয়ে ভকত-ভকতনী সকলক নানা লাঞ্ছনাদি শঙ্কৰদেৱৰ মনত আঘাট দিছিল বুলি বেজবৰুৱাই লিখিছে। হাথিয়া দলৈ আৰু ৰতি কান্ত দলৈৰ লগনীয়া কথাত ৰাম ৰায়ক আহোম ৰজাই ধৰাই নিছিল, পিছত দোষ নেপাই এৰি দিছিল।

ধুৱাহাটাত থাকিবলৈ ইচ্ছা নাইকিয়া হোৱাৰ প্ৰথম কাৰণ- আহোম ৰজাৰ পৰা ৰামৰায় যোগেদি মাটি-ভেটি আৰু অন্যান্য যি সুবিধা পাইছিল, দিনক দিনে সেই সুবিধাৰ অভাব অনুভৱ কৰিবলৈ ধৰিলে, বিশেষকৈ ভূঞা সকলক ৰজাই হাতীধৰা কাৰ্য্যত লগোৱা আৰু মাধৱ, হৰি জোঁৱাইক ধৰাই নি হৰিৰ শিৰচ্ছেদ কৰা কাৰ্য্যই গুৰুক অন্তৰত বৰ আঘাট দিলে।

দ্বিতীয়তে- বিদ্যোৎসাহী ৰজা মহাৰাজ নৰনাৰায়ণৰ পাণ্ডিত্য, কবিত্ব গুণ আৰু কাব্য প্ৰীতিৰ কথা শুনি তেওঁৰ সহানুভূতিত ধৰ্ম্ম চৰ্চ্চা, কাব্য ৰচনা কৰা কাৰ্য্যত সুযোগ পোৱাৰ ইচ্ছা প্ৰবল হল।

তৃতীয়তে- ধৰ্ম প্ৰচাৰ কাৰ্য্যত ব্ৰাহ্মণ পুৰোহিত শ্ৰেণীৰ পৰা পাই থকা আহুকাল বিদ্যোৎসাহী কবিত্ব গুণসম্পন্ন ৰজা মহাৰাজ নৰনাৰায়ণৰ ৰাজ্যত ইয়াৰ সন্মুখীন হব নেলাগিব বুলি ভাবিছিল।

চতুৰ্থতে- কামৰূপ তথা বেহাৰত ভক্তিধৰ্ম্ম প্ৰচাৰ কৰা অভিলাষো শঙ্কৰদেৱৰ মনত আছিল। "ভক্তি প্ৰকাশিতে আছে কামৰূপে মন।"

পঞ্চমতে- নৰনাৰায়ণে ভাতৃ কমল নাৰায়ণৰ হতুৱাই গোহাই কমল আলি ব্ৰহ্মাপুত্ৰৰ উত্তৰপাৰে পূবলৈ নাৰায়ণ পুৰলৈকে বন্ধাই, বঢ়াই নিয়া দেখি কোঁচ আহোমৰ ৰণ অনিবাৰ্য্য বুলি ভাবিছিল আৰু এই নাৰায়ণপুৰতে আহোম ৰজাৰ এটা ঘাই ৰণ কুঠী আছিল।

১৪৫৬ শঁকত (১৫৩৪খৃঃ) মহাৰাজ বিশ্বসিংহ স্বৰ্গী হোৱাত, তেওঁৰ পুতেক মল্লদেৱে নৰনাৰায়ণ নাম লৈ বেহাৰৰ ৰাজপাটিত উঠে। ভায়েক শুক্লধ্বজ বা চিলাৰায় যুৱৰাজ হয়। পিতাক বিশ্বসিংহৰ আহোম ৰজাক এসেকা দিবৰ কাৰণে যি হেঁপাহ আছিল তাক পূৰণ কৰিবৰ বাবে যুদ্ধৰ কাৰণে সাজু হৈ ভায়েক গোহাই কমলৰ হতুৱাই বেহাৰৰ পৰা নাৰায়ণ পুৰলৈকে প্ৰায় চাৰে তিনিশ মাইল জোৰা এটা আলিবাট বন্ধালে। কোঁচ ৰাজবংশাবলী আৰু আহোম বুৰঞ্জীত এই কথা নাই যদিও গাভৰু

খাঁৰ পৰিচালনাত আহোমৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰি মহাৰাজ নৰ নাৰায়ণে আহোমৰ ৰাজধানী ৰংপুৰ বাদ দি কমতা ৰাজ্য দখল কৰিলে। ইয়াৰ পিছত ১৪৬৮-৬৯শঁকৰ যুদ্ধত পোনতে কোঁচৰ জয় হৈছিল যদিও 'পিছলা পাৰৰ গড়'ৰ যুদ্ধত কোঁচসকল বেয়াকৈ পৰাজিত হৈ পলাব লগা হয়। আহোম ৰজা চুক্লেংমুং বা গডগয়া ৰজাৰ দিনত (১৪৬১-৭৪শঁক)। আকৌ ১৪৮৫ শঁকত নৰনাৰায়ণ, চিলাৰায়ৰ আক্ৰমণ সহ্য কৰিব নোৱাৰি খোৰা ৰজা পলাই নগা পৰ্ব্বতৰ চৰাই খোৰোং পালেগৈ। পিছত সোন্দৰ গোহাইক আৰু কেইবাজনো অভিজাত লোকক কোঁচ ৰাজকাৰেঙলৈ পঠিয়াই কৰ কাটল দি সন্ধি স্থাপন কৰিলে। (ডঃ মহেশ্বৰ নেওগৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ গ্ৰন্থ)

শঙ্কৰদেৱে "অসম দেশৰ বিষম কথা" দেখি এদিন মাধৱদেৱ, ৰাম ৰাম গুৰু, ভাতৃ ৰামৰায় (গুৰুজনাৰ খুড়াৰ পুত্ৰ) বুঢ়াখাঁ আৰু অন্যান্য বাৰ ভূঞা সকলক মতাই আনি আলোচনা ক্ৰমে ধুৱাহাটা এৰি পশ্চিমলৈ যোৱা স্থিৰ কৰিলে। ৰামচৰণ আৰু ভূষণ দ্বিজৰ মতে গাভৰুখাঁৰ অসম আক্ৰমণৰ সময়ত. ৰামানন্দ দ্বিজৰ মতে গাভৰুখাঁই যুদ্ধ যাত্ৰাকৰি সলাল গড়লৈকে আগবঢ়াৰ সময়ত, দৈত্যাৰি ঠাকুৰৰ মতে নৰনাৰায়ণ আসমৰ যুদ্ধলৈ ওলাই অহা সময়ত, শঙ্কৰ মাধৱে ধুৱাহাটা (বেলগুৰি) এৰে। আহোম আৰু কোঁচৰ যুদ্ধৰ আগে আগে. কথা গুৰু চৰিত মতে- গুৰুজনাৰ ৮৭বছৰ বয়সত, ১৪৫৮শঁকত, ৰামচৰণ ঠাকুৰৰ মতে ১৪৬১শঁক ৯০বছৰ বয়সত গুৰুজনাই ধুৱাহাটা এৰে। বেজবৰুৱাৰ মতে ১৪৬৫ শঁকত গুৰুজনাই ধুৱাহাটা এৰে। ইয়াত ৰামচৰণ ঠাকুৰৰ মতেই শুদ্ধ যেন লাগে।

বিপদ অকলৈ নাহে বুলি এষাৰ কথা আছে। ধুৱাহাটাত গুৰুজনাই বাধা বিঘিনি অতিক্ৰম কৰি ধৰ্মপ্ৰচাৰ, শাস্ত্ৰ চৰ্চ্চা, শাস্ত্ৰ ৰচনা কৰি নিজ লক্ষ্যত অগ্ৰসৰ হৈছিল। আকৌ বিপদ উপস্থিত হ'ল- তেৱাৰ ইষ্ট কুটুম্ব, জ্ঞাতি বংশ সহ ৰাজৰোষত পৰিল। গুৰুজনাৰ হৰি জোৱাই ভূঞা সকলৰ ওপৰত গোমাস্তা আছিল। তেওঁ আহোম ৰজাৰ পৰাও শইকীয়া বিষয় বাব পাইছিল। মাঘ-ফাগুণ মাহ আহিল। ৰজাৰ হাতীধৰা কাম আৰম্ভ হল। আহোম ৰজাই হাতী ধৰাৰ কাৰণে সন্দিকৈ, শইকীয়া, বৰা আদি বিষয়া সকলক নিয়োগ কৰিলে। ৰজাৰ আদেশমতে বিষয়া সকলে অন্যান্য প্ৰজাসকলকো মাতি আনি ৰজাৰ হুকুম শুনালে যে, "যাৰ ফালে হাতী পলাব শিৰশ্চেদ কৰা হব আৰু হাতী ধৰিব পৰা সকলে পুৰস্কাৰ পাব।" লক্ষীমপুৰৰ জঙ্ঘলত হাতী ধৰিবলৈ ৰজাই পঠালে। হৰি জোঁৱাই শইকীয়াৰ দায়িত্বত

পশ্চিম ফালে পালি দিয়াৰ ভাৰ পৰিল ভূঞা সকলৰ ওপৰত। চিকাৰীয়ে হাতী খেদি নিলে, কিন্তু পশ্চিম ফালেদি হাতী পলাল। ৰজাই খঙত ভূঞাসকলক ধৰি নিবলৈ চাওডাং পঠালে। ভূঞাসকল ঘৰ এৰি পলাল আৰু শঙ্কৰদেৱক বামুন মানুহ বুলি নিনিলে। ঘৰবেৰা দি কেইজনমানৰ সৈতে মাধৱদেৱ আৰু হৰিক ধৰি নি ৰংপুৰ পোৱালেগৈ। মাধৱ আৰু হৰিৰ বাহিৰে বাকী সকলক দুই এটা কথা সুধি এৰি দিলে।

ৰজাই (চুহুংমুং বা দিহিঙ্গীয়া ৰজা কোনোৰ মতে চুক্লেনমুং) প্ৰথমে মাধৱক সুধি জানিব পাৰিলে এইটো উদাসীন মানুহ, ই মৰিলেও কান্দোতা নাই। গতিকে মাধৱক এৰি দিলে। হৰিক সুধি জানিব পাৰিলে ইয়াৰ তিৰোতা, চাকৰ, হাল-গৰু, গাই, খেত ভূই, ঘৰ-বাৰী সকলো আছে, ইয়াৰ কান্দোতা আছে গতিকে হৰিক শিৰশ্চেদৰ হুকুম দিলে। আগতে ধুৱাহাটাৰ পৰা মাধৱ, হৰি দুয়োকে ধৰি ৰংপুৰলৈ নিওতে বাটত দুয়ো আলচ কৰি গৈছিল যে, "আমাৰ যিজনকে আগেয়ে শিৰচ্ছেদ কৰে, অন্যজনে ৰাম নাম স্মৰণ কৰাব।" ৰজাই দিয়া শিৰশ্চেদৰ হুকুমত এতিয়া মাধৱে হৰিক ৰাম নাম স্মৰণ কৰাব লগা হল। হৰিৰ নিধন কক্ষলৈ মাধৱো লগতে গ'ল। কিন্তু মাধৱক ওচৰলৈ যাবলৈ নিদি দূৰতে ৰাখিলে। হৰিক শিৰশ্চেদ কৰা হল। হৰিৰ ছিন্ন শিৰে "ৰাম" উচ্চাৰণ কৰি, শিৰ বাগৰি আহি মাধৱৰ চৰণত পৰিল। মাধৱে ছিন্ন শিৰ অতি শ্ৰদ্ধাৰে তুলি ললে যদিও চাউদাঙে পুনৰ মাটিত থোৱাই মাধৱক তাৰপৰা আঁতৰাই আনিলে।

## ৰংপুৰৰ পৰা মাধৱদেৱৰ প্ৰত্যাবৰ্ত্তন ঃ-

ইফালে মাধৱ আৰু হৰিক ধৰি নিয়া শুনি গুৰুজনা শোকত বিহ্বল হ'ল। বিশেষকৈ মাধৱৰ শোক শেলে গুৰুজনাক থকা সৰকা কৰিলে। হিয়াত বজ্ৰপাত পৰা যেন লাগিল। গুৰুজনাৰ মনলৈ ভাব আহিল "মাধৱ মোৰ সমতুল্য, সৰ্ব্বশাস্ত্ৰত পাৰ্গত আছিল। মই তেওঁকেই আচাৰ্য্য পাতিম বুলি ভাবিছিলো। তেওঁৰ উপদেশত কলিৰ লোকে নিস্তাৰ পালেহেতেঁন। মোৰ সকলো শেষ হল।" শঙ্কৰদেৱে যেন দিনতে আন্ধাৰ দেখিলে।

ৰজাই মাধৱক এৰি দিলে যদিও, ঘৰলৈ যোৱাগৈ বুলি নোকোৱাৰ কাৰণে মাধৱ ধুৱাহাটালৈ নাহি, ৰজাৰ পৰা বিদায় পাবৰ আশাৰে মেচাঘৰৰ পুখুৰীৰ পাৰত এটি জুপুৰি সাজি বাস কৰি ৰংপুৰতে কিছুকাল খুজি মাগি খাই'ৰৈ আছিল। পিছত আহোম ৰজাই জানিব পাৰিলে যে, ঘৰলৈ যোৱাগৈ বুলি নোকোৱাৰ কাৰণে মাধৱ

ঘৰলৈ নগৈ ৰংপুৰতে আছে। ৰজাই মাধৱক মতাই আনি ৰাজভড়ালৰ পৰা ধন সোণ, চাউল, তেল-লোন দি ঘৰলৈ যাবলৈ অনুমতি দিলে। মাধৱে কেৱল লোণকণ বান্ধি লৈ বাকী ধন সোণ আদি বস্তু দুখীযাক দান দি ধুৱাহাটা অভিমুখে যাত্ৰা কৰিলে। লোণৰ টুপলি মাধৱে অনাৰ মূল কাৰণ আছিল ভৱিষ্যতে অসম ৰাজ্যক একশৰণ নাম ধৰ্ম দি সেই লোণৰ ঋণ পৰিশোধ কৰিব। গুনাভিৰাম বৰুৱাৰ অসম বুৰঞ্জীৰ মতে মাধৱদেৱ ছমাহ কাল বন্দী হৈ আহোম ৰাজ্যত আছিল। ৰামানন্দ দ্বিজৰ মতে হৰি জোঁৱাইক কটাৰ পিছত মাধৱদেৱক প্ৰায় আঠ ন মাহ সন্দিকৈয়ে নিজ তত্ত্বাবধানত ৰাখি তেওঁৰ পৰা হিন্দু শাস্ত্ৰৰ ব্যাখ্যা শুনিছিল। কিন্তু মাধৱদেৱ ছমাহ আহোম ৰাজ্যত বন্দীহৈ থকাটো কোনো চৰিত পুথিত প্ৰকাশ নাই। আকৌ কোনোৱে কয়- মাধৱক ৰজাই ঘৰলৈ বিদায় দিয়াৰ পিছতহে হৰিক হত্যা কৰে। বেজবৰুৱাই লিখিছে শঙ্কৰদেৱে ধুৱাহাটাত মাধৱ, হৰি জোঁৱাইৰ অৰ্থে পাল নাম আৰম্ভ কৰিছিল- কুশল আগমনৰ আশা বুকুত বান্ধি।

"চৈত বৈশাগ আষাৰ নিবৰ্ত্তিল।
শ্ৰাৱণ ভাদ্ৰ আসি আশ্বিন মিলিল।।
তথাপি মাধৱ মোৰ নাসিল দুনাই।"

বুলি গুৰুজনে বেজাৰ কৰিছে। এনেতে-

আঠ নৱ মাস বহিগৈল যেবে।
ৰাজাৰ আদেশ লৈযা আসিলন্ত তেৱে।।

সন্তাৱলীত প্ৰকাশ -

দশমাস বহি গৈল মাধৱ নাহিল।
কাৰ্ত্তিকত পাল নাম গুৰুৱে আৰম্ভিল।।

গুৰুজনাৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্মত এই সময়ৰ পৰাই "পাল নাম"ৰ সৃষ্টি হৈছে বুলি সাধু সন্তৰ মুখৰ পৰা শুনিবলৈ পোৱা যায়। মাধৱদেৱ দুমাহ খোজকাঢ়ি আহিও ধুৱাহাটা পোৱাহি নাই। সাত দিন পাল নামৰ অন্তত গুৰুজনাই ভগৱন্তক প্ৰাৰ্থনা কৰিলে। গুৰুজনাই হৰি জোঁৱাইতকৈ আগেয়ে মাধৱদেৱক দেখা পোৱাটো বেচি হেঁপাহ কৰি আছিল।

মাধৱ বান্ধৱ মোৰ আসোক সত্তৰ।
এই আশীৰ্ব্বাদ মাগে শ্ৰীমন্ত শঙ্কৰ।।

গুৰুজনাই·দুখেৰে উৰ্দ্ধ দৃষ্টিৰে চাই থাকোতে কিছুদূৰত মাধৱক আহি থকা দেখা পাই, গুৰুজন আগবাঢ়ি গৈ জীলো জীলো বুলি মাধৱক সাৱটি ধৰিলে। গুৰুজনাই মাধৱক পাই আনন্দাশ্ৰু টুকিলে, মাধৱেও চকুলোৰে গুৰুজনাৰ চৰণতিয়াই নমস্কাৰ জনালে।

শঙ্কৰৰ নেত্ৰ লোহ পৰে সৰসৰি।
মাধৱেও প্ৰণামিলা চৰণত ধৰি।।

মাধৱে কলে- "মই তোমাৰ চৰণ দেখাৰ ভাগ্য আছিল দেখি আহিলো। সখিক কাটিলে" বুলি কৈ কান্দি কান্দি অচেতন হ'ল। গুৰুজনাই শাস্ত্ৰ তত্ত্ব কৈ মাধৱক শান্তনা দিলে। হৰি জোঁৱাই নিধনে গুৰুজনাৰ মনত বৰ কষ্ট দিলে আৰু মনু জীয়াৰীয়ে হাতৰ কাণৰ অলঙ্কাৰ খহাই কপালৰ সেন্দুৰ মচি.কান্দি কান্দি মাটিত বাগৰি পৰিল। ভকত বান্ধৱৰ শান্তনাত নিচুকি থাকিল।

মাধৱৰ মুখে হৰি জোঁৱাইৰ নিধনৰ বাতৰি পাই গুৰুজনাই বুজিবলৈ আৰু বাকী নেথাকিল যে, আহোম ৰাজ্যত শান্তিৰে ধৰ্ম্ম আৰু শাস্ত্ৰ চৰ্চ্চা কৰা অসম্ভৱ হৈ উঠিছে। গুৰুৱে ভূঞাসকলক মতাই আনি, অতি সোনকালে ধুৱাহাটা এৰি যাবলৈ সাজুহবৰ কাৰণে পৰামৰ্শ দিলে। ভূঞাসকলে গুৰুৰ পৰামৰ্শকে নিৰ্দ্দেশ বুলি মানি ধুৱাহাটা এৰি যাবলৈ টোপোলা-টাপলি বান্ধি সাজু হল। সকলো ভকত বান্ধৱে বয়-বস্তু, টোপোলা-টাপলি নাৱত তুলিলে। সকলোৱে হৰিধ্বনি দি (ৰামচৰণ ঠাকুৰৰ মতে)·১৪৬১শঁকত (১৫৩৯খৃঃ) গুৰুজনাৰ ৯০ বছৰ বয়সত ভটীয়াই, কোঁচৰাজ্য অভিমুখে, লুইতৰ বুকুয়েদি যাত্ৰা কৰিলে। ৰায় বাহাদুৰ কনক লাল বৰুৱাৰ মতে গুৰুজনাই বেলগুৰি ত্যাগ কৰে ১৪৫৯শঁকত (৮৮বছৰ বয়সত) ডঃ নেওগৰ মতে ১৪৬৫ শঁকত (৯৪বছৰ বয়সত), কোনোৰ মতে ১৪৬২শঁকত (৯১বছৰ বয়সত)।

ওপৰত উল্লেখ কৰা ৰমচৰণ ঠাকুৰৰ ১৪৬১শঁকত (৯০বছৰ বয়সত) গুৰুজনাই ধুৱাহাটা ত্যাগ কৰাটোৱেই শুদ্ধ যেন অনুমান হয়।



# চতুৰ্থ অধ্যায়

## (পাটবাউসী খণ্ড)

### কোঁচ ৰাজ্যৰ পথত শঙ্কৰদেৱ ঃ-

শঙ্কৰগুৰু আৰু মাধৱগুৰু লুইতৰ বুকুয়েদি নাৱেৰে ভটীয়াই গ'ল। এখন নাৱত গুৰুজন, তেৰাৰ পৰিয়াল আৰু ভকত বান্ধৱসকল। আনখন নাৱত- মাধৱ, ৰামদাস, মনোৰমা, উৰ্বশী আৰু ভকত বান্ধৱসকল। চৰিত পুথিত আছে- বয়-বস্তু, ভকত-বান্ধৱ অনুযায়ী নাও কম হোৱাত, কলগছ কাটি নাৱৰ দুয়োকাষে বান্ধি দিছিল। লুইতৰ যি সুঁতিৰ পৰা প্ৰথম যাত্ৰা আৰম্ভ হৈছিল, সেই সুঁতিৰ নাম কলাকাটী বা কলা কটা হ'ল। যাওঁতে নাৱৰ বুকুত হোৱা নাম-কীৰ্ত্তনৰ প্ৰতিধ্বনিয়ে লুইতৰ পাৰ-বুকু, আকাশ মুখৰিত হ'ল, নামৰ ধ্বনিয়ে মানুহৰ মন আকৰ্ষণ কৰিলে। লুইতপৰীয়া সকলো লোকে নামৰ ধ্বনিশুনি গৃহ এৰি ওলাই আহি লুইতৰ পাৰত জুম বান্ধি চাই ৰ'ল।

কীৰ্ত্তন ঘোষাত গুৰুজনাই প্ৰকাশিছে -

পদ্ম পাণি জীৱ মোহন ৰাম।

সুখে দুখে মুখে ছাৰে ৰাম কৃষ্ণ নাম।।

নাম কীৰ্ত্তন কৰি গৈ গৈ সাধনা ঘাট পাওতে তাত ৰৈ থকা দুজন ভকতে "বাপ আমাকো লৈ যাওক" বুলি কলে -

আমাক নিয়োক বাপ তযু লগে যাওঁ।

তোমাৰ চৰণ বাপ সেৱিবাক পাওঁ।।

নিজৰ নাৱত ঠায়ে নোজোৰাত পিছত আহিব পাৰিবা বুলি ক'লে।

"বোলন্ত শঙ্কৰে মোৰ নাৱ ভৰা ভৈলা।

নিবাক পাৰিলে বাপু নকৰো হো হেলা।।

নধৰয় নাৱে বোপা পাছত আসিবা।

খনিতেক থাকা আসিবাক নাৱ পাবা।।

গুৰুজনাৰ নাও আগবাঢ়িল। পিছত মাধৱৰ নাও অহা দেখা পাই ভকত দুজনে "বাপ আমাকো নিয়ক" বুলি আকৌ অনুৰোধ জনালে। নাৱত অহা ভকতে

ইয়াত ঠাই নহব” বুলি কলে যদিও মাধৱে নিজৰ জপা দুটা পানীত পেলাই সেই নাৱতে ভকত দুজন তুলি লৈ নাওঁ এৰি দিলে। যাওতে য'তে ৰাতি হয় ত'তে বৈ বৈ গল। মাধৱৰ নাও গুৰুজনাৰ নাৱতকৈ আগবাঢ়ি গৈ ৰাতি ৰব লগা ঠাই চিকুনাই, থকাৰ উপযোগী কৰি, চাউল সিজাই খোৱা-বোৱাৰো ব্যৱস্থা কৰি, শঙ্কৰগুৰুলৈ অপেক্ষা কৰে। গুৰুজনা আহি আহাৰ গ্ৰহণ কৰি ৰাতিটো কটাই আকৌ পুৱা স্নান-দান কৰি নাৱত উঠি যাত্ৰা কৰে। এইদৰে গৈ গৈ শিঙ্গৰি পৰ্ব্বতৰ কাষত থকা শিঙ্গৰি ঘাট পালে। পূৰ্ব্বৰ কথা মনত পৰাত গুৰুজনাই মাধৱক আঙুলিয়াই দেখুৱাই কলে- ইয়াৰ দক্ষিণে আমাৰ জন্মভূমি বৰদোৱা গ্ৰাম, আকাশী গঙ্গা শান্তি জান চিহ্ন ইয়াতে আছে।” মাধৱে এবাৰ সেই ঠাই চাই আহিবলৈ ইচ্ছা কৰিছিল, কিন্তু গুৰুজনাই নাও চপাবলৈ হাক দিলে।

মাধৱত পূৰ্ব্ব কথা কহিলা শঙ্কৰ।
পূৰ্ব্বজন্ম ভিঠা আছে জানা আমাসাৰ।।
উত্তৰত শিঙ্গৰি দক্ষিণে বৰদোৱা।
সেহি থানে আছিলন্ত জানা বাৰ ভূঞা।।
গঙ্গা শান্তিধৰ আছে আনো চিহ্নযত।
শুনিয়া মাধৱে কথা পুছে শঙ্কৰত।।
উঠিয়োক বাপ তেবে সেহি চিহ্ন চাওঁ।
শঙ্কৰে বোলন্ত আৰু সিঠাইক নযাওঁ।।
ভক্তি প্ৰকাশিবে কামৰূপে আছেমন।
সেহিহেতু নুঠিলন্ত বৰদোৱা থান।।

শিঙ্গৰি ঘাট এৰি গুৰুজনাৰ নাও পশ্চিমলৈ আগুৱালে। কোনো ঠাইত এৰাতি কোনো ঠাইত দুৰাতি কোনো ঠাইত ছমাহ, কোনো ঠাইত বছেৰেক থাকি থাকি গৈ আছিল। ৰাতি বঞ্চা ঠাই এৰি পুনৰ গমন কৰোতে মাধৱৰ নাও সদায় পিছত এৰে যদিও ডেকা মাধৱে গুৰুৰ নাও পিছ পেলাই আগবাঢ়ি গৈ ৰাতি বঞ্চিব লগা ঠাই চাই চিকুনাই বাসা সাজি থকাৰ উপযোগিকৈ ৰাখে আৰু ৰন্ধা বঢ়া কাম কৰোতেহে গুৰুজনা গৈ সেই ঠাই পায়। গুৰুজনাৰ শুশ্ৰূষাত যাতে কোনো ব্যতিক্ৰম নহয়, মাধৱ সদায় তৎপৰ আছিল। গুৰু চৰিত মতে এই ঠাই সমূহত গুৰুজনা ৰৈছিল- সাধনা ঘাট, খাগৰিকটা, শিঙ্গৰি, কুমাৰ গাঁও, বনভাগ, বৰভাগ, কপলাবৰি, ক্ষেত্ৰী,

সুন্দৰীদিয়া বাৰাদি, চৰ্পটেশ্বৰ, চুণপৰা বা চুণপোৰা বা পালেদি বৰি, কুমাৰ কুচি, গণক কুচি, শেষত গৈ পাটবাউসীত ৰ'লগৈ।

ক্ষেত্ৰী বিলাতৰ কপলা বিলৰ পাৰত কপলা বাৰিত ছমাহ কাল সত্ৰ-সভা পাতি ৰৈছিল। এই ঠাইত ৰব অথন্তৰ ঘটিল। ঠাই ডোখৰ খৰাং, হাবি, কাঠৰ অভাৱ। তেল টেঙাৰো ঠেকাপাই, জ্বৰে-খৰে ধৰি মাৰে, শিশু-যুবা-বৃদ্ধ ছকুৰি ভকত চলিল। ছোট আতাৰ (মাধৱদেৱ) মাতৃ মনোৰমা, আতৈ সৰ্ব্বজয়ো হানি পালে। বহুত ভকতৰ জ্বৰ নৰিয়া হৈ মূৰৰ চুলি পৰ্য্যন্ত সৰিল। ঠাইডোখৰ অস্বাস্থ্যকৰ ভাবি তাতে মনোকুমাৰ দহা কাৰ্য্য সমাপন কৰি তাৰপৰা লুইতেদি ভটীয়াই সুন্দৰী গাঁও বা সুন্দৰী দিয়া পালেগৈ। সেইঠায়ো ভালযেন নেলাগি তাত নৰৈ তাৰো পৰা ভটীয়াই চিৰলীয়া মুখৰ বাৰাদি পায়গৈ। ইফালে মনোৰমা আইৰ আদ্যশ্ৰাদ্ধৰো দিন আহি পৰিল। সেই ঠাইৰ বুজলৈ তাৰ চৌকিয়ামাজি নামে এজন সজলোক পাই মাধৱৰ সকলো কথা বিবৰি কৈ তেওঁৰ ঘৰতে মাধৱ আৰু ৰামদাসক থলে। মাজিয়ে মাধৱৰ দৰে গহীন গম্ভীৰ, ধীৰ প্ৰশান্ত পণ্ডিতলোক পাই বৰ সন্তোষ পালে। মাজিৰ ঘৰতে মনোৰমা আইৰ আদ্যশ্ৰাদ্ধ সমাপন কৰিলে। মাজিয়ে নতুন গৃহ সজাই মাধৱক থাকিবৰ ঠাই দি নিতে সেৱা শুশ্ৰূষা ধৰি নিজক ধন্য মানিলে।

গুৰুজনাই বাৰাদি এৰি ভকতসকলৰ সৈতে চৰ্পটেশ্বৰ গাওঁ বা চপৰা পাইছিলগৈ; কিন্তু তাতো নৰ'ল। কথাচৰিত মতে তাত কেইজনমান ভকত বসতি কৰি ৰ'ল আৰু তেওলোকৰ বংশৰ পৰাই চপৰা পৰগনাৰ চৌধাৰীসকল হল। গুৰু গয়াজানে উজাই বৰপেটা বিলৰ পাৰৰ পালেংদি বৰি পালেগৈ আৰু তাতে খাৰে শাকে পানীয়ে মাছে খৰিয়ে সুচল ঠাই পাই বহা সাজিলে। তাৰে এজোপা পাৰলি গছত চৰায়ে লাদি বগাকৈ থোৱা কাৰণে ঠাইডোখৰৰ নাম হল চুনপৰা বা চুণপোৰা। তাৰ ভাটীফালে চমাৰ হীৰাৰ বসতি স্থান। প্ৰবাদ আছে গুৰুজনাই কীৰ্ত্তন ঘৰ সাজিবলৈ ভেটি বান্ধোতে, বিৰিণা উভালোতে এচৰু শামুক পোৰা চুণ ওলাইছিল বাবে চুণপোৰা আৰু কৃষ্ণদেউৰ সৈতে কুণ্ডিলৰ পৰা ৰুক্মিণী আহোতে গুৱা ভোজন কৰিবলৈ চুণ উলিয়াওতে তাত চুণ পৰিছিল বাবে ঠাইৰ নাম চুণ পৰা।

চৰিত পুথিৰ মতে গুৰুজনা ধুৱাহাটাৰ পৰা চুণপৰা পাওঁতে সাতমাহ কাল অতিবাহিত হয় আৰু ১৪৬৩শকৰ (১৫৪১খৃঃ) মাজভাগত চুণপৰাত বসতি স্থাপন কৰে।

**শঙ্কৰদেৱ চুণপৰা পোৱাৰ আগলৈকে কামৰূপ ৰাজ্যত গুৰু ধৰ্মপ্ৰচাৰ হোৱা**

নাছিল তাত চৈতন্য ধৰ্ম্মৰ প্ৰভাৱ পৰিছিল। গুৰুজনা চূণপৰা পোৱাৰ লগে লগে তেৰাৰ যশ কীৰ্ত্তি চাৰিওফালে বিয়পি পৰিল আৰু বিভিন্ন স্থানৰ পৰা লোক আহি নাম ধৰ্ম গ্ৰহণ কৰিলে। গুৰুজন চূণপৰাত এবছৰ আছিল। কোনোৱে ছমাহ আছিল বুলিও কয়।

## নাৰায়ণ ঠাকুৰ আতা ঃ-

চূণপৰাত গুৰুজনাই এজন মহান শিষ্যক লগ পায়। তেৱেঁই নাৰায়ণ ঠাকুৰ আতা। (পূৰ্ব্বনাম ভৱানন্দ সাউদ বা সদাগৰ) গুৱাহাটীৰ উত্তৰপাৰৰ দুই পৰ্ব্বতৰ মাজত ঠাই মালভূই বা মালৌগ্ৰাম তেওঁৰ জন্মভূমি। সুৱাৰিৰ পুত্ৰ সাগৰ, তেওঁৰ পুত্ৰ যশধৰ, তেওঁৰ পুত্ৰ জগধৰ, তেওঁৰ পুত্ৰ ধৰ্ম, তেওঁৰ পুত্ৰ ভবানন্দ। ধৰ্মৰ ঔৰষত হৰিপ্ৰিয়া আইৰ গৰ্ভত ১৪১৭শঁকত (১৪৯৫খৃঃ) ভৱানন্দ সদাগৰে জন্ম গ্ৰহণ কৰে। ভবানন্দৰ চাৰিটি পুত্ৰ আৰু এটি কন্যা। পুত্ৰ সকল পৰ্ব্বানন্দ,জপ্তানন্দ, শিৱানন্দ আৰু ৰামানন্দ, কন্যাৰ নাম যশোদা।

## নাৰায়ণ ঠাকুৰ আতাৰ বংশানুক্ৰম ঃ




১৬ বছৰ বয়সত ভবানন্দৰ পিতৃ বিয়োগ হয়। খুৰাক চৈতন্যৰ লগত থাকি ভৱানন্দ ডাঙৰ-দীঘল হয়। খুৰাকৰ লগত গৈ বৰনগৰ অঞ্চলৰ ডিঙা নগৰৰ উত্তৰে

কামৰূপ গোৱালপাৰা জিলাৰ সীমনাত, ময়নবৰি সত্ৰৰ পশ্চিমে, মানাহ আৰু চাউলখোৱা নৈৰ মিলন স্থলত হালধা বা হালধীয়া গ্ৰামত বসবাস কৰি ৰয়। আদিতে ভৱানন্দ অতি দুখীয়া অৱস্থাৰ লোক আছিল। ভৱানন্দই অলপ অচৰপকৈ বেপাৰ আৰম্ভ কৰি পিছলৈ ডাঙৰ বেপাৰী হ'ল। কায়স্থ কুলৰ ভৱানন্দই সেই ঠাইৰে বাৰবাসী নামে এগৰাকী ৰূপৱতী, গুণৱতী ছোৱালী বিয়া কৰালে আৰু বিয়াৰ পিছতে গাঁও এৰি ডিঙা নগৰলৈ আহি তাতে বসবাস কৰি ৰয়। ড° নেওগৰ মতে ভৱানন্দই নিজকে ৰজাৰ জোঁৱাই, ৰজাৰ মোমাই বা গোপাল কোঁৱৰ বুলি পৰিচয় দি দান, হাট, ফাট এই তিনিবিধ বেপাৰীয়ে দিব লগা কৰ নিদিয়াকৈ ডিঙাৰ ৰজাৰ নগৰত আৰু বাহিৰত নাও বেহা কৰি আঢ্যবন্ত হল। শেষত ৰজাৰ ওচৰত হাজিৰ হৈ ৰজাৰ ওচৰত দোষ স্বীকাৰ কৰি ৰজাৰ পৰা বৰসদাগৰ ছনদ লাভ কৰি ভৱানন্দ উঠি বহিল। তেতিয়াৰ পৰা ভৱানন্দ সদাগৰ নামে জনাজাত হল। ভৱানন্দ সদাগৰ ধনে জনে জয় জয় ময় ময়। সাউদক ধনী, মানী, ক্ষমতাশালীলোক বুলি সকলোৱে মান্য কৰে।

ওচৰ চুবুৰীয়াৰ সঙ্গত পৰি ভৱানন্দই শ্ৰীচৈতন্যৰ যোল্ল নাম গ্ৰহণ কৰিবলৈ আয়োজন কৰিছিল। তেতিয়া গুৰু ধৰ্ম্ম কামৰূপত প্ৰচাৰ হোৱা নাছিল। এদিন বেপাৰলৈ যাওতে ভৱানন্দই, আগতে ধুবাহাটাত শঙ্কৰদেৱৰ ধৰ্ম গ্ৰহণ কৰা ভাস্কৰ বিপ্ৰক সোণকোষ নৈৰ পাৰৰ সণ্ঢৰা বিলাতত লগত পায়। ভাস্কৰ বিপ্ৰই ভৱানন্দৰ লগত কথা-বতৰা পাতোতে জানিব পাৰিলে যে, তেওঁ শ্ৰীচৈতন্য ধৰ্ম গ্ৰহণৰ আয়োজন কৰিছে। "কলিযুগত এক শৰণ হৰি নাম ধৰ্মইহে গতি সাধিব পাৰে," বুলি বহলাই বুজাই ধুবাহাটাত থকা মহাপুৰুষ শঙ্কৰদেৱৰ ওচৰত ধৰ্ম গ্ৰহণ কৰিবলৈ ভাস্কৰ বিপ্ৰই ভৱানন্দক উপদেশ দিলে।

আচন্ত শঙ্কৰ কৃষ্ণ অংশে অৱতাৰ।
পদবন্ধে ভাগৱত কৰিলা প্ৰচাৰ।।
কৃষ্ণৰ ভকতি পন্থ কৰিছা বেকত।
নামৰ কীৰ্ত্তন কৰি তৰয় জগত।।

এই উপদেশ সাৰোগত কৰি ভৱানন্দই এদিন নাৱত চাইল, মগু, লোণ, তেল আদি ভৰাই মহাকালীনামক নাৱৰ গুৰিয়াল কৰি লৈ ধুবাহাটা অভিমুখে লুইতেদি উজাই যাত্ৰা কৰোতে বাৰদিৰ ওচৰৰ তিনিশখন নাৱত থকা লোকে কৃষ্ণৰ

কিঙ্কৰ শঙ্কৰৰ ভণিতা যুক্ত গীতগোৰা শুনি ওচৰলৈ চাপি গৈ জানিব পাৰিলে শঙ্কৰদেৱ চুণপৰাত আছে। পুনৰ ভটীয়াই গৈ গইজানে সোমাই চুণপৰাত গুৰুজনাক সাক্ষাৎ কৰিলেগৈ আৰু এই মিলনেই মহামিলনত পৰিণত হল। ভবানন্দই চুণপৰা ঘাটত নাও বান্ধি বয় বস্তু কান্ধত তুলি লৈ গৈ, সকলো বস্তু কান্ধৰ পৰা নমাই থৈ গুৰুজনাক প্ৰণাম জনাই বহিল। গুৰু জনাই পৰিচয় বিচৰাত সাউদে কলে "মোৰ পিতৃ দত্ত নাম ভবানন্দ, আমাৰ বাসগৃহ ডিঙ্গা নগৰত।" ড° মহেশ্বৰ নেওগেৰ মতে ধৰ্ম গ্ৰহণৰ সময়ত ভবানন্দ সদাগৰৰ ঘৰ বগৰীবাৰী মৌজাৰ হালধীয়া গ্ৰামত আছিল। গুৰুৱে সেই ঠাই কেনে লোকৰ বাসা, ঠাই কেনে বুলি সোধাত সদাগৰে ওচৰতে বহি সকলো কথা বিবৰি কলে। ভবানন্দই গুৰুক নমস্কাৰ জনাই বিদায় লৈ ঘৰলৈ উভতিল।

আন এদিন উপবাসে থাকি গুৰুজনাৰ ওচৰলৈ আহি মাহ প্ৰসাদ গুৱাপান আগবঢ়াই গুৰুজনাত শৰণ গ্ৰহণ কৰিলে। সাউদে সেইদিনাৰ পৰা মাজে মাজে চাউল, মগু লোণ তেল আদি সিধা লৈ আহি গুৰুজনাক নমস্কাৰ জনায়। এদিন সাউদে গুৰু জনাক নমস্কাৰ জনাই এভাগ পুথি বিচাৰিলে। লক্ষ্য আছিল পুথিভাগ ঘৰলৈ নি পত্নী পুত্ৰ সপৰিয়ালে তাতে শৰণ গ্ৰহণ কৰিব। গুৰুজন সন্তোষ হৈ 'ভক্তি প্ৰদীপ' পুথি ভাগ দিলে।

শুনি নাৰায়ণে আদৰি তেখনে
আমোঘ প্ৰসাদ লৈলা।
দেৱ নিবাৰণী গৰুড় পুৰাণী
ভকতি প্ৰদীপ দিলা।।

সাউদে পুথিভাগ মূৰত তুলি লৈ গৃহলৈ গৈ ঘৰ চোতাল লিপি কুচি আগদিনা উপবাসে থাকি পুথিভাগ থপনাত থৈ সপৰিয়ালে পুথিত সেৱা জনাই শৰণ গ্ৰহণ কৰিলে।

কৰিলা শৰণ পাছে যত বন্ধু গণ আছে
শঙ্কৰৰ পুথি আগে থৈয়া।
পাইলো ভকতৰ সঙ্গ বুলিকৰে ৰঙ্গ মন
নাচে আতি আনন্দ কৰিয়া।।

শঙ্কৰক গুৰুলৈলো    কৃষ্ণত ভকত ভৈলো
বুলিকৰে আনন্দ অপাৰ।
তৰিলো সংসাৰ সিন্ধু    শঙ্কৰেসে নিজ বন্ধু
নাম ধৰ্ম্ম জানিলোহো সাৰ।।

শৰণ গ্ৰহণৰ পিছত গুৰুজনাই ভৱানন্দৰ নাম সলনি কৰি 'নাৰায়ণ দাস' নাম দিলে। পিছত 'নাৰায়ণ ঠাকুৰ আতা' নামে জনাজাত হ'ল। এদিন নাৰায়ণ ঠাকুৰ আতাই গুৰুজনাৰ চৰণত নমস্কাৰ জনাই কান্দি কান্দি কৈছিল, 'হে গুৰু! মোৰ কোনোবা জন্মৰ পুণ্যৰ ফলত তোমাৰ চৰণ দৰ্শন পলো।' কন্দা দেখি গুৰুজনাই শান্তনা দি কৈছিল "নাৰায়ণ! শোক নকৰিবা, মাধৱ যেনে তুমিও তেনে।" ঠাকুৰ আতা গুৰুজনাৰ প্ৰতি ইমান অনুৰক্ত হৈছিল যে, সদায় গুৰু দৰ্শনৰ বাবে ঘৰৰ পৰা আহে আৰু শেষত হালধীয়া গ্ৰামৰ পৰা অহাত অসুবিধা পাই সেই ঠাই এৰি ৰূপচী মৌজাৰ মনথৈৰ জনীয়াত বাসগৃহ সাজি থাকিল। নাৰায়ণ ঠাকুৰে জনীয়া সত্ৰ স্থাপন কৰিছিল।

নাৰায়ণে শৰণ লোৱাৰ পিছত মাধৱ আৰু নাৰায়ণ দুয়ো জনকে সখি সম্বোধন কৰিবলৈ গুৰুৱে উপদেশ দিছিল। মাধৱ আৰু নাৰায়ণে ইজনে সিজনক সখি বুলি সম্বোধন কৰিছিল। তেতিয়াৰে পৰা দুয়োজনৰ মাজত গভীৰ শ্ৰদ্ধা ভক্তি গঢ়িউঠিছিল। নাৰায়ণ ঠাকুৰ আতাই নিজৰ সকলো ঐশ্বৰ্য্য বিভূতিত গুৰুজনাৰ চৰণতে অৰ্পণ কৰিছিল। গুৰুজনাই মাধৱক নিজৰ সোঁহাত আৰু নাৰায়ণক বাওঁহাত বুলি প্ৰকাশ কৰিছিল। গুৰুজনাই নাৰায়ণক ইমান ভাল পাইছিল যে, নিজৰ উপৰি পুৰুষ, জন্ম, জীৱনত ঘটা সকলো কাহিনী ঠাকুৰ আতাক কৈছিল। মাধৱৰ পিছতে নাৰায়ণ ঠাকুৰে গুৰুজনাৰ "একশৰণ হৰি নাম ধৰ্ম" প্ৰচাৰত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। নাৰায়ণৰ পৰামৰ্শ ক্ৰমে চুণপৰাত গুৰুজনা থাকোতেই বহুতলোকে গুৰুজনাত শৰণ লৈছিল। তাৰ ভিতৰত মুখ্য আছিল- জয়ন্তি মাধৱ, গোবিন্দ আৰু বুঢ়া গোপাল। তেওঁৰ পৰামৰ্শক্ৰমেই তাঁতীকুচি, বামুনা আদি নানা ঠাইৰ বহুতলোক আহি গুৰুত শৰণ লয়।

সখি মাধৱৰ মাতৃৰ আদ্যশ্ৰাদ্ধত নাৰায়ণে মাধৱৰ মাতৃক মাতৃবুলি ভাবি টকা-কড়ি, বয়-বস্তু দি শ্ৰাদ্ধ সমাপন কৰিছিল। ভক্তি পৰায়ণ, জ্ঞানবন্ত, আধ্যাত্মিক, পৰমাৰ্থিক তত্ত্বজ্ঞানী নাৰায়ণ ঠাকুৰ আতাই গুৰুজনাৰ ধৰ্ম প্ৰচাৰ কাৰ্য্যত দেহ প্ৰাণ

উচৰ্গি কাম কৰাৰ উপৰিও ৩৬০টা পৰমাৰ্থতত্ত্বৰ ফকৰা সম্বলিত এখন ফকৰা পুথি ৰচনা কৰিছিল। গুৰুৱে এই ফকৰা পুথি চাই নাৰায়ণক প্ৰশংসা কৰিছিল।

তাৰ তিনিটি ফকৰা উল্লেখ কৰা হল -

ভক্তিয়াৰ পো ভক্তি কৰে ভক্তিৰ নাই কণ।

নাম নাই গুণ নাই, প্ৰসাদ খাবৰ মন।।

অৰ্থ ঃ ভক্তিয়া- গুৰু; পো - শিষ্য; প্ৰসাদ - বিষয় সুখ।

ব্যাখ্যা ঃ গুৰুৰ ওচৰত ধৰ্ম্মতত্ত্ব লৈ ধৰ্মত শ্ৰদ্ধা ভক্তি নাই। কেৱল প্ৰসাদ ৰূপ বিষয় সুখত মন দিয়ে।

মোৰ পো দুষ্ট। মোকে কাটে মোকে মাৰে মোকে কৰে তুষ্ট।

ব্যাখ্য ঃ ভগৱানৰ পো হল মানুহ। মানুহে কৃষি কৰোতে অনেক জীৱ বধ (পোক-পৰুৱা, কেচু-কুমতি আদি) কৰি ভগৱানক তুষ্ট কৰে।

চাহী মাৰিবলৈ যায়, হাতীত উজুতি খায়।

অৰ্থ ঃ চাহী-পাপ, হাতী - অজ্ঞান মন আৰু কাম ক্ৰোধ আদি ৰিপু।

বাখ্যা ঃ পাপ খেদাই মোক্ষপদ লভিবলৈ পৃথিবীত জন্ম লয়। পিছে কাম ক্ৰোধত আসক্ত হৈ পাপত ডুবি পুনৰ জন্মত আকৌ হীন দেহ ধাৰণ কৰে।

নাৰায়ণ ঠাকুৰ আতাই গুৰুজনাৰ ওচৰত শৰণ লোৱাৰ পিছত গৃহ সংসাৰ সকলো অনিত্য ভাবি হৰি ভক্তিত নিজৰ মনক ডুবাই মানব সেৱাই ঈশ্বৰ সেৱা বুলি ভাবি আৰু গুৰুধৰ্ম্ম প্ৰচাৰত দেহ প্ৰাণ উৰ্চগা কৰি দুজনা গুৰুৰ বৈকুণ্ঠীৰ পিছত ১৫১২শঁক (১৫৯০খৃঃ) ত ৯৫বছৰ বয়সত পুহ মাহৰ কৃষ্ণাপঞ্চমী তিথিত ইহসংসাৰ ত্যাগ কৰে।

## বাৰাদিৰ পৰা মাধৱদেৱ গণক কুচিলৈ ঃ-

গুৰুজনাৰ পৰামৰ্শমতেই মাধৱে মাতৃৰ আদ্যশ্ৰাদ্ধ বাৰাদিৰ চৌকীয়া মাজিৰ গৃহত পাতিছিল। মাধৱদেৱ বাৰাদিত এবছৰ আছিল। ইয়াতেই মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰৰ জন্ম হৈছিল। ড° নেওগৰ মতে মাধৱদেৱৰ মাতৃ মনোৰমা আইৰ শ্ৰাদ্ধ উপলক্ষে গুৰুজনাৰ বাসস্থান চুণপৰাত নাম কীৰ্ত্তন, নটুৱা নাচ, পত্নী প্ৰসাদ নাট যাত্ৰা, মহা সমাৰোহেৰে পালন কৰা হয়। কোনোৰ মতে পত্নীপ্ৰসাদ নাট যাত্ৰা, বাৰাদিত হৈছিল। গুৰুজনা চুণপৰাত থাকোতে মাধৱদেৱ বাৰাদিত আছিল আৰু

তাৰ পৰা মাধৱ, ৰামদাস নিতৌ বৰপেটা বিলৰ মাজেৰে পাক ঘূৰি আহোতে চুণপৰাত আহি কীৰ্ত্তনঘৰ মচা, গুৰুজনাৰ সেৱা ধৰা কামত কষ্ট পাইছিল। কেতিয়াবা আহি পোৱা পলম হৈছিল আৰু ৰাতিহে গৈ ঘৰ পাইছিল। নাৰায়ণ ঠাকুৰ আতাই মাধৱ সখিৰ দুখ দেখি, সেই দুখ লাঘব কৰিবৰ কাৰণে গণককুচিত এজন গণকৰ মাটি কিনি বাস গৃহ সাজি সখি মাধৱক তাত থয়। মাধৱৰ লগত বৈনাই ৰামদাস, ভনী উৰ্বশী আৰু কেইবাজনো ভকত আছিল। ৰাম চৰণ ঠাকুৰৰ মতে চুণপৰাত গুৰুজন ছমাহ আছিল; দৈত্যাৰি ঠাকুৰৰ মতে এবছৰ থাকি গুৰু গণককুচিলৈ যায়। তাত তিনি মাহ থাকি কুমাৰ কুচিলৈ যাবৰ সময়ত গণক কুচিৰ বাসগৃহ মাধৱক গঁমজি যায়।

## গণককুচিত গুৰুজনা ঃ-

মহাপুৰুষ শঙ্কৰদেৱ ধুৱাহাটাৰ পৰা অ'ত ত'ত বৈ বৈ আহি চুণপৰাত এবছৰ থাকি তাৰপৰা গণক কুচিলৈ যায়। গণক কুচিত গুৰুজনা তিনিমাহ আছিল। নাৰায়ণ ঠাকুৰ আতাৰ নাৱৰ গুৰিয়াল মহাকালীৰামে ঠাকুৰ আতাৰ সময়তে গুৰুজনাত শৰণ লোৱা নাছিল। পিছত ভক্তি ধৰ্ম্মলৈ মন আকৰ্ষিত হোৱাত গণককুচিত গুৰুত শৰণ গ্ৰহণ কৰি ভকত হয়। গণককুচি ঠাই দ হোৱাৰ কাৰণে বাৰিষা জলমগ্ন হয়। এই ঠাইত অসুবিধা বোধ কৰি গুৰুজনা কুমাৰ কুচিলৈ যায়।

## কুমাৰকুচিত গুৰুজনা ঃ-

গণকুচি পৰা আহি কুমাৰপাৰা বা কুমাৰ কুচিত গুৰুজনা হাটী-ঘৰ আদি সাজি এবছৰ আছিল। ৰামচৰণ ঠাকুৰৰ মতে গুৰুজনা কুমাৰ কুচিত থিতাপি লোৱাৰ তিনদিনৰ পিছত বসন্ত ৰোগত আক্ৰান্ত হৈ গুৰুৰ কন্যা ৰুক্মিণীৰ শযণ শয্যাতে মৃত্যু হয। কন্যাৰ মৃত্যুত গুৰুৱে মনত দুখ পায। আই কালিন্দীও শোকাতুৰ হয়। কুমাৰ কুচি কটকতলী বিলৰ পাৰত। কটকতলী বিলৰ পানী ঘোলা হোৱাৰ কাৰণে খোৱা পানীৰ অভাৱ হোৱাত নাৰাযণ ঠাকুৰ আতাই এটি পাটকুৱা তৈয়াৰ কৰি দিছিল। ভকত সকলেও অসুবিধা পোৱাত সেই ঠায়ো এৰি অন্য ঠাইলৈ যাবলৈ গুৰুজনাৰ ইচ্ছা হল। কথা চৰিত মতে কুমাৰ কুচিত গুৰুজনাই 'অনাদি পাতন' পুথি ভাগ ৰচনা কৰে। ভাগৱতৰ ৩য় স্কন্ধৰ কথাৰে তাতে বামন পুৰাণৰ কথাও মিশ্ৰিত কৰি 'অনাদি পাতন' পুথি ৰচনা কৰে।

ভাগৱত কথা অমৃত সাক্ষাত।
বামন পুৰাণ কিছু মিশ্ৰ দিলো তাত।।
শুনা সাৱধান মতে যত সভসদ।
তৃতীয় স্কন্ধৰ মহাভাগৱত পদ।।

## পাটবাউসীত গুৰুজনা ঃ-

কুমাৰ কুচিৰ পৰা গুৰুজন পাটবাউসীলৈ যায়। পাটবাউসীৰ ধেনুখন্দা বিলৰ ওচৰত বাসগৃহ, নামঘৰ মণিকুট সজাই গুৰুজৰাই তাত স্থায়ী ভাবে থিতাপি লয়। বেজবৰুৱাই লিখিছে- আগেয়ে তাত ৰজাৰ পাটনগৰ আছিল বাবেই সেই ঠাইক পাটবাউসী বোলে। তাত থকালোক সকলৰ গুৰুজনাৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তি, গুৰুধৰ্মৰ প্ৰতি আগ্ৰহ, মিছা-বেশ্যা হীন সত্যবাদিতা গুণেৰে গুণী লোকৰ বসতি স্থান পাই শাস্ত্ৰ-চৰ্চ্চা, গ্ৰন্থ ৰচনা, ধৰ্ম প্ৰচাৰৰ কাম আৰম্ভ কৰে।

ৰাম চৰণ ঠাকুৰে লিখিছে -

"----- আত সাধু আছে লোক জন।।
সত্য ব্যতিৰেকে মিছা নোবোলে বচন।
নাহি মিছা বেশ্যা চোৰ টেল্টন টামন।।
এতেকে সেহিটো দেশ বাউসী বোলম।--- ।

গুৰুজনা পাটবাউসীত ১৪৬৫শঁক (১৫৪৩খৃঃ) ত থিত হয়, তেতিয়া গুৰুৰ বয়স ৯৪ বছৰ। পাটবাউসীত গুৰুজনা থিতাপি লোৱা সময়লৈ চৰিত পুথি আৰু অন্যান্য লেখক সকলৰ মতভেদ আছে। ডঃ নেওগৰ মতে ১৪৬৮ শঁকত গুৰুজনা পাটবাউসীলৈ আহে তেতিয়া বয়স ৯৭বছৰ। কোনো কোনোৱে ১৪৬৮ শঁকত গুৰুৱে ধৱাহাটা ত্যাগ কৰিছে বুলি কয়। কিন্তু ১৪৬৮ শঁকত ৯৭ বছৰ বয়সত গুৰুজনাই দ্বিতীয় বাৰ তীৰ্থ যাত্ৰা কৰাৰ কথাত কাৰো দ্বিমত নাই। এতিয়া দেখা যায় ১৪৬৫ শঁকত ৯৪ বছৰ বয়সত গুৰুৱে পাটবাউসীত থিত হোৱাটো সত্য বুলি ঠাৱৰ কৰিব পাৰি।

মাধৱদেৱ গণককুচিত থাকি তাৰ পৰা সদায় অহাযোৱা কৰি গুৰুদৰ্শন, নামঘৰ মণিকুট চাফচুফকৈ ৰখা কাৰ্য্য কৰি নাম প্ৰসঙ্গ আদিত যোগদান কৰি আছিল। ৰামচৰণ ঠাকুৰৰ মতে পাটবাউসীত গুৰুজনাৰ লগত ৰাম ৰাম গুৰু, সৰ্ব্বজয়,

পৰমানন্দ, উদাৰ গোবিন্দ, বলভদ্ৰ কেটাই খাঁ, ৰামৰায়, ৰতিকান্ত, বলোৰাম, বৰগোবিন্দ, হৰিগুৰু, হৰিদাস বনিয়া, ভোবোৰা দামোদৰ, বলাই, হৰিধন প্ৰমুখ্যে ছকুৰি ভকত আছিল। ইয়াৰ মাজতে গুৰুজনক আকৌ এটা বিপদে দেখা দিলে। ৰামচৰণ ঠাকুৰৰ মতে হৰি জোঁৱাই নিধনৰ সাত বছৰৰ পিছত গুৰুৰ জেষ্ঠা কন্যা মনু ঢুকায়। গুৰুজনা ১৪৬১শঁকত ধুৱাহাটাৰ পৰা আহে আৰু ১৪৬৫শঁকত পাটবাউসীত থিতাপি লয়। গুৰুচৰিত আৰু অন্যান্য লেখক সকল একমত যে, গুৰুজনা ১৪৬৮শঁকত দ্বিতীয় বাৰ তীৰ্থ যাত্ৰা কৰে। সেই মতে বিচাৰ কৰি চালে দেখা যায়- গুৰুজনা দ্বিতীয়বাৰ তীৰ্থ যাত্ৰা কৰাৰ আগতে মনু কন্যা ঢুকায় বুলি অনুমান হয়। গুৰুজনাই সকলো বিপদ আপদ, দুখ শোকলৈ পিঠি দি শাস্ত্ৰচৰ্চা, নাম কীৰ্তনত মনোযোগ দিলে। খোল তাল, ডবা, কাঁহ, নেগেৰা বাজি উঠিল নাম কীৰ্ত্তনৰ ধ্বনিত পাটবাউসীৰ আকাশ মুখৰিত হ'ল। পাটবাউসী দ্বিতীয় বৈকুণ্ঠত পৰিণত হ'ল। ভকত সকলৰ লগত নিতৌ ভাগৱত শ্ৰৱণ কীৰ্ত্তন পাঠ কৰি উঠি আকৌ কীৰ্ত্তন ঘোষা আৰু ভাগৱত পদ ৰচনা কৰিহে গুৰুজনাই শয়ন কৰিছিল। দোকমোকালিতে উঠি চাৰি মাইল দূৰৈৰ মনদিয়াৰ পৰা নাৰায়ণ ঠাকুৰ আতা আহি গণককুচিত সোমাই মাধৱ সখিৰ সৈতে আহি পাটবাউসীত গুৰুজনাৰ নাম প্ৰসঙ্গত অংশ লয়হি। গুৰুপৰিচৰ্য্যা কৰি নাম প্ৰসঙ্গৰ অন্তত মাধৱ সখিক গণক কুচিত থৈ ঠাকুৰ আতা ৰাতি দোভাগত ঘৰ পায়হি।

## শঙ্কৰদেৱ আৰু দামোদৰ দেৱৰ মিলন আৰু দামোদৰ দেৱৰ শৰণ ঃ-

দামোদৰ দেৱ দয়ালৰ পুত্ৰ। কোনোৱে সদানন্দৰ পুত্ৰ বুলি কয়। ১৪১০শঁকৰ ফাগুন মাহৰ শুক্লা একাদশী তিথিত দামোদৰ দেৱে বৰদোৱাৰ ওচৰৰ নলচা গাৱঁত জন্ম গ্ৰহণ কৰে। দামোদৰদেৱৰ দুজন জেষ্ঠ ভাতৃ সৰ্ব্বেশ্বৰ আৰু ৰত্নাকৰ। দামোদৰ কণিষ্ঠ। বায়েক সত্যৱতী। ৰত্নাকৰ, সৰ্ব্বেশ্বৰৰ মৃত্যুৰ পাচত নলচাৰ পৰা উঠি আহি দামোদৰে পাটবাউসীৰ বৰলচোঙত বসতি কৰে।

চৰিত পুথিৰ মতে দামোদৰৰ বৌয়েক (ৰত্নাকৰৰ পত্নী) দুই ভতিজা মাক আৰু বায়েকৰ বাহিৰে কোনো নাছিল। বয়সত পাটবাউসীৰ পৰাই এটি কন্যা বিয়া কৰায়। নিজে কোৰ মাৰি খেতি কৰি পেট প্ৰবৰ্ত্তি আছিল, ঈশ্বৰ চিন্তাত মুঠেই ৰতি নাছিল- দৰিদ্ৰতাৰ হেঁচাত। কোৰেৰে খেতি বাতি কৰি জীৱন নিৰ্ব্বাহ কৰাবাবে তেওঁক কোৰ দামোদৰ বুলিছিল। দামোদৰে কান্ধত কোৰলৈ গুৰুজনাৰ কীৰ্ত্তন ঘৰৰ সন্মুখেদি সদায় পথাৰলৈ আহাযোৱা কৰা দেখি এদিন গুৰুজনাই দামোদৰক মতাই আনিলে। গুৰুজনাই কলে "দামোদৰ, তুমি ব্ৰাহ্মণ হৈ হৰি ভক্তি নকৰিলে

কেনেকৈ গতি পাবা। হৰি ভক্তি অবিহনে জীৱৰ কল্যাণ নহয়” বুলি শাস্ত্ৰ তত্ত্বেৰে উপদেশ দিলে। দামোদৰে কলে “শ্ৰম কৰিও দুবেলা দুমুঠি খাবলৈ নোজোৰে। কেতিয়াবা লোকৰ কাম কৰিও প্ৰবৰ্ত্তিব লাগে। ইয়াৰ মাজত ঈশ্বৰ চিন্তাৰ সময় নোজোৰে।”

ৰাম চৰণ ঠাকুৰে প্ৰকাশ কৰিছে -

লোকৰ মুনিহ দিয়া আমি ভাত খাও।
দেখিয়োক বাপ আজি তাক লাগি যাও।।
শঙ্কৰে বোলন্ত দ্বিজবৰ শুনিয়োক।
গাৱ স্নানি আসি মুনিহ দিয়া মোক।।

দামোদৰৰ মুখ দেখি গুৰুজনাই এদিন ভকতক কলে -

“কোদালৰ বিনে তাৰ হালগৰু নাই।
কিৰিষিৰ ভাত মাত্ৰ ছয় মাহ খায়।।
আৰো মাসক লোকৰ মুনহি দিয়ে।
হেনমতে দুখ কৰি দামোদৰ জীয়ে।।

(গুৰুচৰিত ৰামচৰণ ঠাকুৰ)

গুৰুজনাৰ উপদেশ মতে দামোদৰ নিতৌ আহি নাম কীৰ্ত্তনত বহে আৰু যোবাৰ সময়ত চাইল, মগু, লোণ, তেল, গুৱাপাণ লৈ যায়। এইবোৰ দেখি দামোদৰৰ পত্নীয়ে তেওঁক নিতৌ নামলৈ যাবলৈ কলে। গুৰুজনাৰ নামকীৰ্ত্তনলৈ সদায় আহোতে গুৰুজনাৰ সান্নিধ্য পাই দামোদৰৰ মন ভক্তিৰ ফালে ঢাল খালে আৰু ১৪৬৮শঁকত শঙ্কৰদেৱত শৰণ ললে। ৰামানন্দ দ্বিজ আৰু কথা চৰিত মতে শঙ্কৰদেৱে দামোদৰক ৰাম ৰাম গুৰুৰ ওচৰত শৰণ দিয়ায়। কিন্তু দৈত্যাৰি ঠাকুৰৰ মতে সেই প্ৰস্তাৱত দামোদৰ ৰাজী নহৈ শঙ্কৰদেৱৰ ওচৰতহে শৰণ গ্ৰহণ কৰে।

যিটো দেৱ ভগৱন্ত নাই যাৰ আদি অন্ত
সেই তুমি জানিলো সাক্ষাৎ।
তুমি বিনে নাহি আৰ কহিলোহো সাৰে সাৰ
লৈলো হেৰা শৰণ তোমাত।।

(দৈত্যাৰি ঠাকুৰ চৰিত)

এই ক্ষেত্ৰত দৈত্যাৰি ঠাকুৰৰ মতেই শুদ্ধযেন অনুমান হয়। নীলকণ্ঠ দাসৰ দামোদৰ চৰিতমতে- দামোদৰে গুৰজনাক কৈছিল, "ভক্তিবৃক্ষ গজিবাৰ তুমি নিজ ভূমি।" শঙ্কৰদেৱৰ ওচৰত দামোদৰে শৰণ লোৱাৰ কিছুদিনৰ পিছতে তেওঁৰ পত্নী ঢুকায়। শঙ্কৰদেৱে পুনৰ বিবাহ কৰিবলৈ কোৱা স্বত্তেও দামোদৰদেৱে পুনৰ বিবাহ নকৰি সংসাৰৰ মায়া মোহ ত্যাগ কৰি হৰি ভক্তিত নিমগ্ন হ'ল। দামোদৰ নিৰক্ষৰ আছিল যদিও তেওঁৰ স্মৰণ শক্তি অতিতীক্ষ্ণ আছিল। গুৰুজনাই এবাৰ পদ গাই শুনালে মুখস্থ হৈ যায়।

## বৈকুণ্ঠ নাথ ভট্টদেৱ :-

দামোদৰ দেৱে তান্ত্ৰিক ধৰ্ম এৰি শূদ্ৰ শঙ্কৰত শৰণ লোৱা শুনি বঙ্গালিৰ বিজন কুচিৰ সুপণ্ডিত তান্ত্ৰিক ব্ৰাহ্মণ বৈকুণ্ঠ নাথ ভট্টদেৱ খঙত জ্বলি উঠিল। কবিৰত্ন দ্বিজেও খঙত কোপিত হৈ দুয়ো লগ লাগি দামোদৰ দেৱৰ গৃহ পালেগৈ। নানান তৰ্জ্জন গৰ্জ্জন কৰি কোন শাস্ত্ৰীয় যুক্তি মতে তেওঁ দেৱদেৱীৰ সেৱা পূজা ত্যাগ কৰি শূদ্ৰ শঙ্কৰত শৰণ ললে প্ৰশ্ন কৰিলে। কিন্তু দামোদৰ দেৱক শাস্ত্ৰীয় যুক্তিত বলে নোৱাৰি, দুয়ো হাৰ মানি শেষত দুয়ো শঙ্কৰদেৱৰ ওচৰলৈ আহি সেৱা জনালে। শঙ্কৰদেৱৰ ওচৰত দুয়ো শৰণ লবলৈ বিচৰাত শঙ্কৰদেৱে কলে "আমি আৰু দামোদৰৰ কোনো ভিন্ন নাই। দামোদৰৰ ওচৰত শৰণ ললেও হব।" শঙ্কৰদেৱৰ অনুমতি লৈ বৈকুণ্ঠ নাথ ভট্টদেৱ আৰু কবিৰত্ন দ্বিজ দুয়োকে দামোদৰদেৱে শৰণ দিলে। বৈকুণ্ঠ নাথ ভট্টদেৱ অগাধ পণ্ডিত লোক আছিল। তেওঁ কথা ভাগৱত, কথাগীতা, কথা ভক্তি ৰত্নাৱলী, কথা সাৰতত্ত্ব আৰু সংস্কৃতৰ ভক্তি বিবেক গ্ৰন্থ ৰচনা কৰিছিল। বৈকুণ্ঠ নাথ ভট্টদেৱ পিছলৈ ভট্টদেৱ আৰু ভাগৱত ভট্টাচাৰ্য্য নামে জনাজাত হয়।

## গুৰুজনাৰ সৃষ্টি "নাম ঘৰ" :-

'নামঘৰ' অসমীয়া সমাজলৈ গুৰুজনাৰ শ্ৰেষ্ঠ অৱদান। এই নামঘৰেই গুৰুজনাৰ ধৰ্ম্ম সংস্কৃতিৰ কেন্দ্ৰ বুলিব পাৰি।

চৰিত পুথিমতে শঙ্কৰদেৱে প্ৰথম তীৰ্থভ্ৰমণৰ অন্তত নিজ ঠাইলৈ আহি নামঘৰ সাজি ধৰ্ম্ম আলোচনা আৰু প্ৰচাৰ কৰে। এয়ে নামঘৰৰ সৃষ্টি। আকৌ কোনো চৰিত পুথিৰ মতে তেৰাৰ চিহ্নযাত্ৰা অভিনয়ৰ পিছত শঙ্কৰদেৱৰ যশ কীৰ্ত্তি কেউফালে বিয়পি পৰে, কেউফালৰ পৰা লোক আহি গুৰুজনাৰ ওচৰত সমাগম হয়। নিজৰ গৃহত ঠায়ে নোজোৰাত এটি সুকীয়া ঘৰ সাজি তাতে নাম-কীৰ্ত্তন, ধৰ্ম্ম আলোচনা, প্ৰচাৰ কাৰ্য্য আৰম্ভ কৰে। নাম-কীৰ্ত্তন হোৱা বাবে সেই ঘৰটিক গুৰুজনাই

'নামঘৰ' নামে নামাকৰণ কৰে। এয়ে নামঘৰ। নামঘৰে বৰ্ত্তমান একোখন গাঁও বা খেলৰ পৰিচয় দি আছে। এই নামঘৰকে কেন্দ্ৰ কৰি গুৰুজনাৰ ধৰ্ম সংস্কৃতি বিচাৰ আদি সকলো দিশ সামৰি অসমীয়া সমাজ শৃঙ্খলিত হৈ বৰ্ত্তি আছে। সমাজ অবিহনে পৃথিবীত কোনো লোকেই শান্তিৰে জীয়াই থাকিব নোৱাৰে বুলিলে বোধকৰো অত্যুক্তি কৰা নহয়। যাৰ ধৰ্ম্ম নাই নাস্তিক, যাৰ সাহিত্য সংস্কৃতি নাই সেইটো জাতিয়েই নহয়। গুৰুজনাই 'নামঘৰ' সৃষ্টি কৰি অসমীয়া সমাজক ধৰ্ম, সাহিত্য-সংস্কৃতি, বিচাৰ, শৃঙ্খলিত সমাজ গঠন, আধ্যাত্মিক চিন্তা বিকাশৰ পথ দি গল।

## গুৰুজনা পাটবাউসীত থকা কাল ঃ-

১৪৬৫শঁকত (১৫৪৩খৃঃ) ৯৪ বছৰ বয়সত গুৰুজনা পাটবাউসীত থিতাপি লয়হি। পাটবাউসীত বিভিন্ন কাৰ্য্য সম্পাদন কৰাৰ পিছত ১৪৬৮শঁকত ৯৭বছৰ বয়সত গুৰুৱে দ্বিতীয় তীৰ্থ যাত্ৰা কৰিছে বুলি চৰিত পুথি সমূহে স্বীকাৰ কৰিছে। দামোদৰ দেৱৰ শৰণ আৰু কছাৰী ৰজাৰ ধৰ্ম গ্ৰহণ দ্বিতীয় তীৰ্থ যাত্ৰাৰ আগত হয়। নীলকণ্ঠ দাসৰ দামোৰ চৰিত মতে তীৰ্থলৈ যাবৰ সময়ত গুৰুজনে দামোদৰক কৈছে -

"গঙ্গা স্নান কৰি আমি নাসিবো যাৱত।
প্ৰসঙ্গ প্ৰবৰ্ত্তি তুমি পঢ়া ভাগৱত।।"

বুলি কৈ দামোদৰ দেৱক পাটবাউসীত নাম প্ৰসঙ্গ পৰিচালনাৰ দায়িত্ব দি গৈছে। গুৰুজনাৰ বিভিন্ন কাৰ্য্য অনুসৰি দেখাযায় গুৰুজনা বৰদোৱাত ৬৭বছৰ, ৰটাত ছমাহ, গাংমৌত ৫বছৰ,. কোমোৰা কুটাত ৪মাহ, মালৱা আতিত ২মাহ, ধুৱাহাটাত ১৮বছৰ, কপলা বৰিত ৬মাহ, চুণপৰাত এবছৰ, গণক কুচিত ৩মাহ, কুমাৰ কুচিত এবছৰ আৰু ধুৱাহাটাৰ পৰা পাটবাউসী পোৱালৈ পথত অ'ত ত'ত বৈ যোৱাত ৩মাহ ধৰিলে গুৰুজনা পাটবাউসীত প্ৰথম বসতি স্থাপন কৰাৰ কাল ১৪৬৫শঁক আৰু ৯৪বছৰ বয়স হয়। গুৰুজনা পাটবাউসীত ২১বছৰ কাল থকাটো ঠাৱৰ কৰিব পাৰি। পাটবাউসীতে গুৰুজনাৰ ঘাই কৰ্ম্ম খিনি সম্পাদন কৰে বুলি গুৰুচৰিত সমূহে স্বীকৃতি দিছে। কথা গুৰু চৰিত মতে গুৰুজনা পাটবাউসীত ১৪বছৰ আছিল, বৰদোৱা চৰিত মতে আৰু ৰামচৰণ ঠাকুৰৰ মতে ১৮বছৰ, কোনো কোনো লিখকে গুৰুজনা পাটবাউসীত ১৫বছৰ আছিল বুলি কয়। ১৪৮০ শঁকত চিলাৰায়ৰ শৰণ সম্পৰ্কত কোচ ৰাজধানী বেহাৰত গুৰুজনা কিছুদিন আছিল বুলি অনুমান

হয়। গুৰুজনা পাটবাউসীত উপস্থিত হোৱাৰ পৰা প্ৰয়াণলৈকে সময়ৰ ভিতৰত চিলাৰায়ৰ ফুলবাৰীত ভেলাডোঙা আদিত কটোৱা কাল চৰিত কাৰ সকলে সুকীয়াকৈ উল্লেখ কৰা নাই। বুৰঞ্জীয়ে কয়- গুৰুজনা ১৪৮৬শঁকলৈকে পাটবাউসীত নিগাজীকৈ আছিল। ইয়াৰ বাহিৰে চিলাৰায়ৰ ফুলবাৰীত ৬মাহ, নৰনাৰায়ণৰ ৰাজসভালৈ অহা যোৱা কৰাত ছমাহ, নৰনাৰায়ণ ৰজাৰ অনুৰোধক্ৰমে বৃন্দাবনীয়া কাপোৰ বোৱাওতে পাটবাউসী আৰু তাঁতী কুচিত অহা যোৱা কৰাত এবছৰ, পুনৰ বৃন্দাবনীয়া কাপোৰ শোধোৱাৰ সময়ত চিলাৰয়াৰ ফুলবাৰীত এমাহ থাকি ভেলা ডোঙাত (মধুপুৰ) ডেৰবছৰ থাকে। ৰজা নৰনাৰায়ণে শৰণ ভিক্ষাৰ সময়ত পাটবাউসীলৈ আহি এমাহমান থাকি মাধৱদেৱক ধৰ্মৰাজ্যৰ ভাৰ অৰ্পণ কৰি বেহাৰলৈ যায়। তাত এমাহ মান কাল কটাই বৈকুণ্ঠী হয়।

## গুৰুজনাৰ নাট ৰচনা ঃ-

গুৰুজনাই এটা কথা লক্ষ্য কৰিছিল- সেই সময়ত ব্ৰাহ্মণৰ বাহিৰে সৰ্ব্বসাধাৰণ লোক সকলৰ শাস্ত্ৰ আধ্যয়নৰ আধিকাৰ নাছিল বা অবিদ্যা বশতঃ শাস্ত্ৰ অধ্যয়ন কৰিব নোৱাৰিছিল আৰু তেওঁলোকে প্ৰকৃত ধৰ্মজ্ঞান আহৰণ কৰিব নোৱাৰিছিল। আধ্যাত্মিক চিন্তাৰ বিকাশ সাধনো হোৱা নাছিল। এই সুযোগ লৈ কৰ্ম্মকাণ্ডী ব্ৰাহ্মণসকলে বামানয় শাস্ত্ৰসমূহত থকা ৰীতি নীতি সমূহেই বেদবাণী, প্ৰকৃত ধৰ্ম বুলি সৰ্ব্বসাধাৰণ লোকক বিপথে পৰিচালিত কৰিছিল। আনহাতে গুৰুজনাই ৰচনা কৰা শাস্ত্ৰ সমূহো সৰ্ব্বসাধাৰণ লোকে অধ্যয়ন কৰিব নোৱাৰিছিল আৰু তাৰ তত্ত্বও উপলব্ধি কৰিব পৰা নাছিল। সেই কাৰণেই গুৰুজনাই নাটৰ যোগেদি ধৰ্মৰ জয় অধৰ্মৰ পৰাজয় ৰাম নাম্ন কৃষ্ণ নামৰ মাহাত্ম্য প্ৰকাশ কৰি নাটৰ আলমেৰে দৃষ্টান্ত দেখুৱাই সৰ্ব্বসাধাৰণ লোকক আকৰ্ষণ আৰু ধৰ্ম্মজ্ঞান প্ৰদান কৰিছিল। পূৰ্ব্বতে বৰদোৱাত 'চিহ্নযাত্ৰা' অভিনয় প্ৰয়োগে ধৰ্ম্মীয় দৃষ্টান্ত ডাঙি ধৰাৰ লগতে পিছৰ নাট সমূহত ভাৱৰীয়াৰ মুখত কথা-বচন প্ৰয়োগ কৰি পূৰ্ণাঙ্গ নাটৰ সৃষ্টি কৰিলে। গুৰুজনাই ভাওনাৰ আলমেৰে সৰ্ব্বসাধাৰণৰ ধৰ্মজ্ঞান সহজসাধ্য কৰি দৰ্শকৰ মন আকৰ্ষণ আৰু গাম্ভীৰ্য্যতা বৃদ্ধি কৰাৰ উপৰিও তাত শ্লোক, ভটিমা, নাচ, গীত, কথোপ কথন, ভঙ্গী সংযোগ কৰি সূত্ৰধাৰৰ যোগে ব্যক্ত কৰিছিল। নাটত ব্ৰজবুলি ভাষা প্ৰয়োগ কৰি ভাওনা ৰসাল কৰিছিল।

গুৰুজনাৰ ৰচিত ছখন নাট পোৱা যায়। পত্নী প্ৰসাদ, কালিয় দমন, কেলি গোপাল, ৰুক্মিণীহৰণ, পাৰিজাত হৰণ আৰু ৰাম বিজয় বা সীতাৰ সয়ম্বৰ।

ড° নেওগৰ মতে ৰাম বিজয় নাট অন্তিম সময়ত গুৰুজনাই বেহাৰত ৰচনা কৰে। চিহ্নযাত্ৰা নাট এই ছখন নাটৰ দৰে পূৰ্ণাঙ্গ নহয় বাবে ছখন নাটৰ লগত 'চিহ্নযাত্ৰা' ধৰা নাই।

বেজবৰুৱাৰ মতে ওপৰত উল্লেখ কৰা ছখন নাট গুৰুজনাই পাটবাউসীত ৰচনা কৰিছে। কালিৰাম মেধি আৰু ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ মতে বৰদোৱাত থাকোতে গুৰুজনাই কালিয় দমন নাট ৰচনা কৰিছে। পত্নী প্ৰসাদ নাট ধুৱাহাটাত ৰচনা কৰিছে। পত্নী প্ৰসাদ নাটৰ এটি বৈশিষ্ট্য আছে। অঙ্কীয়া নাট সমূহত শ্লোক, গীত, ভটিমা, ভাৱৰীয়াৰ বচন, সূত্ৰধাৰৰ কথা আদিৰে দৰ্শকৰ আগত ব্যক্ত কৰিছে। কিন্তু পত্নী প্ৰসাদ নাটত কাহিনীৰ শ্লোক নাই। আন কেইখনত আছে। পত্নী প্ৰসাদত দুটা শ্লোক আছে- এটা নান্দী শ্লোক, আনটো শ্ৰীকৃষ্ণৰ ৰূপ বৰ্ণনাৰ শ্লোক। কালিয় দমনত ২৪টা, কেলিগোপালত ২৫টা, ৰাম বিজয়ত ৪১টা, ৰুক্মিণী হৰণত ৪৫টা, পাৰিজাত হৰণত ৪৫টা শ্লোক আছে। পত্নী প্ৰসাদৰ বাহিৰে বাকী পাঁচ খনত দুটিকৈ নান্দী শ্লোক আছে। পত্নী প্ৰসাদত সূচনা আৰু ঘোষণাৰ শ্লোক নাই। পত্নী প্ৰসাদৰ বাহিৰে আন কেইখন নাটত মুক্তি মঙ্গল ভটিমা আছে। পত্নী প্ৰসাদ নাটৰ নান্দী গীতো নাই। গুৰুজনাৰ অন্য নাটক সমূহৰ লগত পত্নী প্ৰসাদ নাট প্ৰথম আৰু পূৰ্ণাঙ্গ বুলি ধৰা হয়।

ৰাম চৰণ ঠাকুৰ আৰু কথা চৰিত মতে গুৰুজনা চূণপৰাত থাকোতে মাধবদেৱৰ মাতৃ শ্ৰাদ্ধত পত্নী প্ৰসাদ নাট অভিনয় কৰিছে। গতিকে গুৰুজনা পাটবাউসী পোৱাৰ আগতে নিশ্চয় এই পত্নী প্ৰসাদ নাটক ৰচিত হৈছে। এই চৰিত পুথি দুখনৰ ফালৰ পৰা চালেও পত্নীপ্ৰসাদ নাট গুৰুজনাই ধুৱাহাটাত ৰচনা কৰিছে বুলি ঠাৱৰ কৰিব পাৰি।

আনহাতে ধুৱাহাটাত গুৰুজনা থাকোতে বিৰুদ্ধ বাদী ব্ৰাহ্মণ সকল লাঞ্ছিত হোৱা ইঙ্গিতো পত্নী প্ৰসাদ নাটত প্ৰকাশ পাইছে, নাটখনত ক্ষুধাতুৰ গৰখীয়া কৃষ্ণক অন্নদান দিবলৈ অস্বীকাৰ কৰা, বিপ্ৰসকলৰ গৰ্ব্বদূৰ কৰিবৰ কাৰণে দেৱৰো দেৱতা কৃষ্ণই হৰিভক্তি ৰস ব্যাকুলা ব্ৰাহ্মণ পত্নী সকলৰ অন্ন ব্যঞ্জন গ্ৰহণৰ ছলেৰে পৰম প্ৰসাদ হৰি ভক্তি, কৃষ্ণ ভক্তি দানৰ দৃষ্টান্ত দেখুৱাইছে। অৱশেষত ব্ৰাহ্মণসকলে কংসৰ ভয়ত ব্ৰজলৈ গৈ কৃষ্ণত একান্ত শৰণে পশি ক্ষমা প্ৰাৰ্থনা নকৰিলেও অন্তৰেৰে কৃষ্ণত শৰণ লৈ সবগৰ্ব্ব ছাৰি পত্নী সকলৰ প্ৰসাদতে বিপ্ৰ সকলৰ মুক্তিৰ পথ সুগম হল বুলি ধাৰণা কৰিলে।

পত্নী প্ৰসাদ নাটখনিৰ বিষয় বস্তুৰ পৰাও অনুমান কৰিব পাৰি এই নাট খনি গুৰুজনাই ধুৱাহাটাত ৰচনা কৰিছে। ৰামবিজয় নাট খনি চিলাৰায়ৰ অনুৰোধক্ৰমে বেহাৰত ১৪৯০শঁকত (১৫৬৮খৃঃ) ৰচনা কৰে আৰু গুৰুজনাই হাতৰ কাপ এৰে। এই বছৰতে গুৰুজনাই ইহলীলা সম্বৰণ কৰে।

## পাটবাউসীত নাম প্ৰসঙ্গৰ ঢৌ আৰু ভক্তসকলৰ শৰণ ঃ-

পাটবাউসীত গুৰুজনাৰ নাম কীৰ্ত্তন, প্ৰসঙ্গৰ আকাশলঙ্ঘী ঢৌৱে কামৰূপ তিয়াই পেলালে। হৰিনামৰ ৰসৰ প্ৰেম অমৃতৰ নদী ববলৈ ধৰিলে। মাধৱপুৰুষে বস্তু প্ৰকাশত লিখিছে-

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে, পাৰ ভাঙি দিলে
বহে ব্ৰহ্মাণ্ডক ভেদি। (নামঘোষা)

চাৰিও ফালৰ পৰা জনগণৰ সোঁত পাটবাউসীলৈ ববলৈ ধৰিলে। গাৱৰ পিছত গাঁও আহি গুৰুজনাত শৰণ ললে। ডঃ নেওগৰ মতে পাট বাউসীত বুঢ়া শ্ৰীৰাম আতা, ব্যাস কলাই, ৰামমুৰাৰীৰ পুত্ৰ পৰমানন্দ দ্বিজ, খীৰা মণ্ডলৰ পুত্ৰ মাধৱ আৰু চক্ৰপাণি দ্বিজ, কণ্ঠভূষণ, বুঢ়া গোপাল আতা, গকুল চান্দ, মুকুণ্ড, জটিৰাম, গোবিন্দ গৰমালি আদি ভকত সকলক নাৰায়ণ ঠাকুৰ আতাই আনি গুৰুজনাত শৰণ কৰালে। দেৱী ভক্ত গোবিন্দ গৰমালিয়ে চুণপৰাত শৰণ লয় বুলি কোনো কোনোৱে কয়। বুঢ়াগোপাল আতা এজন সজলোক আছিল। তেৱো চুণ পৰাত গুৰুজনাত শৰণ গ্ৰহণ কৰে বুলি কোনোৱে কয়।

গুৰুজনাৰ দুজন ব্ৰাহ্মণ শিষ্য আছিল- অনন্ত কন্দলি আৰু সৰ্ব্বভৌম ভট্টাচাৰ্য্য। এই দুই জন কবি সাহিত্যিকে গুৰুজনাৰ আদেশক্ৰমে এওঁলোকে কেইবাখনো শাস্ত্ৰ ৰচনা কৰিছে। এই দুজন পণ্ডিতে বৰদোৱাত গুৰু জনাত শৰণ গ্ৰহণ কৰিছে বুলি চৰিত পুথিয়ে কয়।

## ব্যাস কলাই ঃ-

গুৰুজনাৰ একশৰণ ধৰ্ম গ্ৰহণ কৰাৰ পিছতো এচাম ভকতৰ অন্তৰ শুদ্ধ হোৱা নাছিল। তাৰ নিদৰ্শন স্বৰূপে ব্যাসকলাইৰ কথা ডাঙি ধৰিব পাৰি। ব্যাস

কলাইৰ দুটি পুত্ৰৰ বসন্ত ৰোগে· দেখা দিয়াত পত্নীৰ পৰামৰ্শক্ৰমে কৰ্পটেশ্বৰ শিৱমন্দিৰৰৰ উদ্দেশ্যে এজোৰ পৰা চৰাই আগ কৰিলে। এই কথা গুৰুজনাই জানিবলৈ পাই ভকত বান্ধৱৰ লগত আলোচনাক্ৰমে কথাটোৰ সত্যতাৰ বুজলৈ ব্যাস কলাইক ত্যাগ কৰিলে। নিজৰ ভুল বুজি ব্যাস কলায়ে দণ্ড ভণ্ডাই সংস্কাৰেৰে আত্ম শুদ্ধি হোৱাৰ পিছতহে ভকতৰ সঙ্গত স্থান পায়।

গুৰুজনাই ভক্তি প্ৰদীপত লিখিছে -

অনাচাৰ কৰে যিটো অপৰাধ নুহি।
ব্যভিচাৰ কৰে যিটো সেহি মোৰ দ্ৰোহী।।

## কছাৰী ৰজাৰ শৰণ ঃ-

ৰামচৰণ ঠাকুৰৰ চৰিত পুথি মতে গুৰুজনাৰ যশ গুণ চাৰিওফালে বিস্তাৰিত হৈছিল আৰু অসম বা কামৰূপৰ বাহিৰেও অন্যৰাজ্যলৈকো বিয়পি পৰিছিল। হেড়েম্ব দেশৰ কছাৰী ৰজাই গুৰুজনাৰ ধৰ্মৰ উদাৰতা, সাৰ্ব্বজনীনতাৰ কথা শুনি গুৰুজনাত শৰণ লবৰ ইচ্ছাৰে শঙ্কৰদেৱক নিবলৈ দুজনা দূত পঠালে। গুৰুজনা নিজে নগৈ মাধৱদেৱ আৰু নাৰায়ণ ঠাকুৰক পঠাই দি ৰজাৰ শৰণ কৰায়। কোনো চৰিত পুথি বা গ্ৰন্থকাৰে কছাৰী ৰজাৰ শৰণ গুৰুজনা দ্বিতীয় তীৰ্থ ভ্ৰমণৰ পিছত বুলিছে। কিন্তু ৰাম চৰণ ঠাকুৰ কণ্ঠ ভূষণ দ্বিজই গুৰুজনা দ্বিতীয় তীৰ্থ ভ্ৰমণৰ আগতে বুলি কৈছে।

## কোঁচ আৰু আহোমৰ সংঘৰ্ষ ঃ-

১৪৬৯শঁকত কোঁচ ৰজাই আহোম ৰাজ্য প্ৰথম আক্ৰমণ কৰে। এই ৰণত প্ৰথমে কোঁচ ৰজাৰ জয় হৈছিল যদিও পিছলা আৰু কলিয়াবৰৰ স'লালত হোৱা যুদ্ধত কোঁচ ৰজা বেয়াকৈ হাৰে। ৰজা নৰনাৰায়ণৰ ৰাজত্ব কালত পিতৃৰ ইচ্ছা পূৰণ কৰিবৰ অৰ্থে ১৪৮৪শঁকত দ্বিতীয় বাৰ আহোম ৰাজ্য আক্ৰমণ কৰে। প্ৰথম আক্ৰমণ আৰু দ্বিতীয় আক্ৰমণৰ মাজৰ সময়ছোৱাত ৰজা নৰনাৰায়ণে ভাতৃ চিলাৰায়ৰ সেনাপতিত্বত কছাৰী জয়ন্তীয়া, ত্ৰিপুৰা, শ্ৰীহট্টৰাজ্য জয় কৰি কৰতলীয়া কৰে। চিলাৰায়ৰ পূৰ্ব্বৰ নাম শুক্লধ্বজ আছিল। চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰাৰ সময়ত ঘোৰাৰ পিঠিত উঠি একে জাপে ভৰলু নদী পাৰ হৈছিল। যুদ্ধত ইখন ৰাজ্যৰ পৰা সিখন ৰাজ্যলৈ যেন চিলাৰ দৰে উৰি গৈ জপিয়াই পৰিছিল।

সেই-বাবেই তেওঁৰ নাম চিলাৰায় হয়। যুদ্ধত কৌশল, বীৰত্ব পাৰদৰ্শিতা গুণ থকা বাবে চিলাৰায়ক বিশ্ববীৰ বুলি সৰ্ব্বসাধাৰণে সন্মান কৰিছিল। এই ৰাজ্যবোৰ জয় কৰাৰ পিছতো মহাৰাজ নৰনাৰায়ণে নিজক যুদ্ধৰ কাৰণে প্ৰস্তুত কৰি আহোম ৰাজ্য জয়ৰ বাবে শক্তি বৃদ্ধি কৰিছিল। ইয়াৰ মাজতে ১৪৭৫শঁকত গৌড়ৰ সেনাপতি কালা পাহাৰে কোচ ৰাজ্যৰ মাজেদি আহি কামাখ্যা, হাজো আদি মঠ মন্দিৰ ধ্বংস কৰি তাত থকা ধন সোণ, বয়-বস্তু আদি লুটি লৈ নিজ ৰাজ্যলৈ প্ৰত্যাবৰ্ত্তন কৰে।

কালাপাহাৰ উলটি যোৱাৰ পিছত ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ে দুখ প্ৰকাশ কৰে আৰু এই মঠ-মন্দিৰ বোৰ পুনৰ নিৰ্ম্মাণ কৰাৰ চিন্তা কৰে।

সেই সময়তে মহাৰাজ নৰনাৰায়ণৰ শণিৰ দশা হৈছে বুলি দৈবজ্ঞ ব্ৰাহ্মণে কোৱাত মন্দিৰ নিৰ্ম্মাণৰ কাম স্থগিত ৰাখে। পিছত ১৪৮৭শঁকত কামাখ্যা হাজো আদি মন্দিৰ পুনৰ নিৰ্ম্মাণৰ কাম কৰে বুলি বুৰঞ্জীয়ে কয়।

দৈবজ্ঞ ব্ৰাহ্মণৰ পৰামৰ্শ অনুসৰিয়েই ৰজা নৰনাৰায়ণে ৰাজধানী এৰি বৰনগৰলৈ আহি ঘৰদুৱাৰ সজাই বাস কৰি থাকিল। তাত নিজৰ কল্যাণৰ অৰ্থে পূজা, হোম, দান দক্ষিণা আদি কাৰ্য্য কৰি কাল কটালে। দৈবজ্ঞ ব্ৰাহ্মণে ৰাজধানী এৰি, ৰাজগাদীও এৰি থাকিব লাগে বুলি কোৱা কাৰণেই ভায়েক চিলাৰায়ক ৰাজ্য শাসনৰ দায়িত্ব অৰ্পণ কৰে। গুৰু চৰিতত চিলাৰায়ক দেৱান বোলাৰ উপৰিও ৰজা বুলিও কৈছে। মহাৰাজ নৰনাৰায়ণ বৰ নগৰত আঢ়ৈ বছৰ কাল কটাই ছদ্মবেশে অনাই বনাই ফুৰি আহোম সৈন্যৰ বিক্ৰম, সৈন্যৰ চাউনী, প্ৰবেশৰ বাট-পথৰ বুজ লৈছিল বুলি গুণাভি ৰাম বৰুৱাই প্ৰকাশ কৰিছে। আঢ়ৈ বছৰৰ পিছত ৰজা নৰনাৰায়ণ ৰাজধানীলৈ আহি চিলাৰায়ৰ পৰা ৰাজ্য শাসন ভাৰ চমজি লৈ আহোম ৰাজ্য আক্ৰমণৰ প্ৰস্তুতি চলায়। গুণাভিৰাম বৰুৱাৰ মতে ১৪৮৪শঁক (১৫৬২ খৃঃ)ত মহাৰাজ নৰনাৰায়ণে চিলাৰায়ৰ সেনাপতিত্বত আহোম ৰাজ্য আক্ৰমণ কৰে। আহোম ৰজাই ধৰ্মভীৰু চিলাৰায়ৰ ৰণলৈ কিছুমান মানুহক লগুণ পিন্ধাই গৰুৰ পিঠিত তুলি চিলাৰায়ৰ লগত যুজ দিবলৈ পঠায়। ধাৰ্মিক চিলাৰায়ে ব্ৰহ্মবধ গোবধৰ আশঙ্কা কৰি নিজ সৈন্য পিছুৱাই ৰাজধানীলৈ উভতি যায়। পিছত আহোমৰ কৌশল বুজি পাই ১৪৮৫শঁকত আকৌ আহোম ৰাজ্য আক্ৰমণ কৰি ৰাজধানী গড়গাও অধিকাৰ কৰে। যুদ্ধত হাৰি আহোম স্বৰ্গদেউ চুখামফা (খোৰাৰজা) ৰাজধানী গড়গাঁও এৰি নগা পৰ্ব্বতলৈ পলাই যায়।

চৰিত পুথি সমূহ এক মত যে, মহাৰাজ নৰনাৰায়ণৰ এই যুদ্ধ জয়ৰ পিছত

নৰনাৰায়ণৰ ৰাজসভাত শঙ্কৰদেৱ উপস্থিত হয়। ৰাজসভাত উপস্থিত হোৱাৰ পিছতো শঙ্কদেৱে বেহাৰ আৰু পাটবাউসীৰ মাজত অহা যোৱা কৰি আছিল। গুৰুজনা ৰাজসভাত প্ৰৱেশ কৰাৰ পিছত ৰজা নৰনাৰায়ণৰ কোনো যুদ্ধ-বিগ্ৰহ আদি ঘটনা ঘটা নাছিল। মহাৰাজ নৰনাৰায়ণৰ কামাখ্যা আদি মন্দিৰ নিৰ্ম্মাণৰ পিছত ১৪৮৭শঁকৰ প্ৰথম দশকত গুৰুজনা ৰাজ অপৰাধী হিচাবে নৰনাৰায়ণৰ ৰাজসভাত উপস্থিত হয়। ১৪৮৬শঁক (১৫৬৪খৃঃ)ৰ শেষলৈকে গুৰুজনা পাটবাউসীত নিগাজীকৈ আছিল বুলি বুৰঞ্জীয়ে কয়।

## শঙ্কৰদেৱৰ গাহস্থ্য জীৱন, ৰামানন্দৰ শিক্ষা, বিবাহ আৰু কমললোচনৰ মৃত্যু ঃ-

গুৰুজনাৰ মনত এটা দুখ আছিল- তেৰাৰ জেষ্ঠপুত্ৰ ৰামানন্দৰ কৃষ্ণ কথাত ৰতি নাই। গুৰুজনাত শৰণ গ্ৰহণ কৰা বিভিন্ন ভকতে কৃষ্ণ কথাত মতি ৰাখি পৰকালৰ বিত্ত সঞ্চয় কৰিলে। কিন্তু ৰামানন্দৰ মতি গতি তেনে নেদেখি চক্ৰপাণি মজুমদাৰৰ ওচৰত কাকত পঢ়িবলৈ পঠালে। ভাল কাকতি হৈ আহিব বুলি ভাবিছিল যদিও মনঃপূত নহল। গুৰুজনাৰ অন্তিমৰ সময়ত ৰামানন্দই যেতিয়া বিত বিচাৰিছিল, তেতিয়া গুৰুজনাই কৈছিল, "মাৰৰ হাততে সকলো পাবি, মই মাৰৰ হাততে দি আহিছো।" ৰামানন্দই তেতিয়া কান্দি কান্দি পৰকালৰ বিতহে বিচাৰিছো বুলি কলে। গুৰুজনাই কৈছিল "তোৰ কৃষ্ণ কথাত ৰতি নহল, তই আগতে নিবিচাৰিলি। আজিহে তোক পুত্ৰ বুলি জানি সন্তোষ পালো। মই মাধৱক সকলো দিলো। মোৰ হাতত আৰু বিত নাই। যদি মন আছে মাধৱক সুধি লবি", বুলি কলে। গুৰুৰ এই কথাৰ পৰাই প্ৰমাণ পোৱা যায় যে ৰামানন্দ গুৰুজনাৰ মনঃপূত নাছিল।

গুৰুজনাৰ দ্বিতীয় তীৰ্থযাত্ৰাৰ আগতে চক্ৰপাণি মজুমদাৰৰ ওচৰত শিক্ষা সাং কৰি ঘূৰি আহিলত (ৰামচৰণ ঠাকুৰৰ মতে) কাম চৌধুৰীৰ কন্যা সিন্ধুমতীক ৰামানন্দলৈ বিয়া কৰায়। বেজবৰুৱাৰ মতে হৰিখাঁ ভূঞাৰ লক্ষী নামে কন্যা এটিৰ লগতহে ৰামানন্দৰ মহাসমাৰোহে বিয়া হয়। অন্য গুৰু চৃৰিতেও সিন্ধুমতীৰ লগতহে ৰামানন্দৰ বিয়া হয় বুলি কয়। ৰামচৰণ ঠাকুৰৰ মতেই শুদ্ধ যেন অনুমান হয়।

ৰামানন্দৰ বিয়াৰ কিছুদিনৰ পিছতে গুৰুজনাক এটা বিপদে দেখা দিলে। তেৰাৰ মধ্যম পুত্ৰ কমল লোচনৰ অকাল মৃত্যু হল। গুৰুজনা চুণ পৰাত থাকোতে জয়ন্তীগাৱৰ মাধৱ নামে এজন ভকতে শৰণ লৈছিল। তেওঁ উত্তম ভকত আছিল। তেওঁক জয়ন্তী মাধৱ বুলিছিল। কমল লোচনৰ মৃত্যুৰ কিছুদিনৰ পিছত জয়ন্তী

মাধৱৰ পৰলোক হোৱা শুনি গুৰুক বিচলিত হোৱা দেখি কালিন্দী আয়ে কৈছিল- "কাণ সমান পো মৰাত খেদ নহল, ভকতৰ পদে আকুল কৰিছে।"

ৰামানন্দৰ এটি পুত্ৰ জন্ম হয়। লৰাটিৰ নাম পুৰুষোত্তম ৰখা হয়। কিছুকালৰ পিছত গুৰুজনাৰ কনিষ্ঠ পুত্ৰ হৰিচৰণ লৈ মাধৱদেৱৰ ভাগিনী উৰ্ম্মিলাক বিয়া কৰায়। হৰিচৰণৰো এটি মাত্ৰ পুত্ৰ। তেওঁৰ নাম চতুৰ্ভুজ। চতুৰ্ভুজৰ ভাৰ্য্যা আই কনকলতা। গুৰুজনা বৈকুণ্ঠীৰ বহুকালৰ পিছত আই কনকলতাই অটব্য অৰণ্যৰ মাজৰ পৰা বৰদোৱা থান আবিষ্কাৰ কৰে।

## গুৰুজনাৰ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ ঃ-

গুৰুজনাই পুনৰ তীৰ্থ ভ্ৰমণলৈ যাবলৈ ইচ্ছা কৰি মাধৱদেৱ, নাৰায়ণ ঠাকুৰ আতা, ৰাম ৰাম গুৰু আৰু ভকতসকলক মাতি আনি সাজু হবলৈ কলে। এই কথা আই কালিন্দীয়ে জানিব পাৰি মনত দুটা চিন্তা হল। "এই বয়সত তীৰ্থলৈ গলে প্ৰভুৰ বৰ কষ্ট হব। বাৰু মাধৱ থাকিব যেতিয়া তাত বেচি চিন্তা নকৰো।" কিন্তু বৃন্দাবনলৈ গলে প্ৰভু আৰু উভতি নাহে।" তেতিয়া গুৰু জনাৰ বয়স ৯৭বছৰ। চৰিত পুথিৰ বৰ্ণনাৰ পৰা জনা যায়, গুৰুজনাৰো বৃন্দাবন দৰ্শনৰ হেঁপাহ প্ৰবল হল। আই কালিন্দীয়ে মাধৱদেৱক বিৰল ঠাইলৈ মাতি আনি কলে,"বোপা মাধৱ! তুমি জগন্নাথৰ পৰা বৃন্দাবনলৈ নেযাবা, তুমি নগলে গোসায়ো নেযায়। যেনে তেনে জগন্নাথৰ পৰা ফুৰিচাকি গুছি আহিবা।" মাধৱে নেযাওঁ বুলি আশ্বাস দিলে। ভকত সকলৰ গুৰুজনাৰ পৰা জগন্নাথ, মথুৰা, গোকুল, বৃন্দাবনৰ বৰ্ণনা শুনি চাবলৈ বৰ হেপাঁহ আছিল।

যাত্ৰাৰ সকলো যোগাৰ কৰি ১৪৬৮শঁকৰ (১৫৪৬খৃঃ) আঘোন মাহৰ সাত তাৰিখে পাটবাউসীৰ পৰা হৰিধ্বনি কৰি গুৰুজনাই তীৰ্থযাত্ৰা কৰিলে। পাটবাউসীৰ শাস্ত্ৰপাঠ, নাম প্ৰসঙ্গৰ দায়িত্ব দামোদৰদেৱক দিলে। গুৰুজনাৰ লগত গল মাধৱদেৱ, নাৰায়ণ ঠাকুৰ, ৰামৰাম গুৰু, ৰামৰায, গোবিন্দ, পৰমানন্দ, উদাৰ গোবিন্দ, গকুলচান্দ, হৰিদেৱ, শ্ৰীৰাম, বলৰাম, বলভদ্ৰ, জটিৰাম, ভোবোৰা দামোদৰ আদি ছকুৰি ভকত। বাটত যাওঁতে আলি নগৰ নামে ঠাইত এনিশা আৰু ভেলাত এনিশা গুৰুজনা বৈছিল। বেহাৰৰ ওচৰত এডোখৰ ঠাইতো বৈছিল, সেই ঠায়ে পিছত মধুপুৰ নামে জনাজাত হল।

এইদৰে অ'ত ত'ত বৈ যাঁওতে এঠাইত ৰাতি বিশ্ৰামত থাকোতে মাধৱে

গুৰুজনাৰ ভৰি পিটিকি আছিল। নাৰায়ণ ঠাকুৰে ৰাতি সাৰ পাই দেখে মাধৱ নাই, বিচনাতো নাই- অদৃশ্য হৈ গুৰুজনাৰ শৰীৰত লীন গল। ঠাকুৰ আতা সাৰে থাকি দেখিলে শেহৰাতি মাধৱে নিজৰূপ ধৰি নিজৰ বিছনাত শুই আছে। ৰাতিপুৱা স্নান-দান কৰাৰ পিছত ঠাকুৰ আতাই ভকতসকলক সকলো কথা জনালে। আতাৰ কথা শুনি ভকতসকল আচৰিত হৈ গুৰুক একোকে নজনাই মাত্ৰ নমস্কাৰহে জনালে।

গুৰুজনা ভক্তসমে গৈ গঙ্গা, গয়া, জগন্নাথ ক্ষেত্ৰ, শ্বেতগঙ্গা, মাৰ্কেণ্ডয় হ্ৰদ, ইন্দ্ৰদ্যুম্ন, চন্দন সৰোবৰ, লোকনাথ আদি পৱিত্ৰ স্থান, দৰ্শন কৰিলে। বাৰাণসী আৰু কুৰুক্ষেত্ৰলৈও গৈছিল বুলি কণ্ঠভূষণ দ্বিজই কৈছে। কবীৰৰ মঠো দৰ্শন কৰে বুলি চৰিত পুথিত উল্লেখ আছে। এই মঠতে গুৰুজনাই মহা হৰিভক্ত কবীৰৰ জীৱ নাতি তোৰছিক লগ পাই কবীৰৰ সকলো কথাৰ বুজ লৈছিল। মহাভক্ত কবীৰ নিৰ্গুণ ব্ৰহ্মাৰ উপাসক আছিল। ড° নেওগৰ মতে ৰামানন্দৰ শিষ্য অদ্বৈতবাদী কবীৰে ৰামৰব্যক্তিত্ব অস্বীকাৰ কৰি নিৰ্গুণ ব্ৰহ্মাৰ ওপৰত ভক্তি থাপনা কৰিছিল আৰু নিজে মন্দিৰ মছজিদ দুয়োটাৰ পৰা ওলাই হিন্দু মুছলমানৰ কটকটীয়া বিভেদৰ ওপৰত কুঠাৰাঘাট কৰিলে -

"কহ হিন্দু মোহিঁ ৰাম পিয়াৰা
তৰুক কহৈ ৰহিমানা, আপস যে দোউ লৰি লৰি মুয়ে,
মৰম ন কাহূজানা। ·
কোঈ হিন্দু কোঈ তুৰুক কহাৱৈ,
এক জঁমী পৰ ৰহিয়ে।"

গুৰুজনাৰ দ্বিতীয় তীৰ্থ ভ্ৰমণৰ কালত আলি নগৰলৈ আহি কবীৰৰ মঠত সোমাই চায়। কবীৰ পন্থীৰ দোহামতে ১৪৫০শঁকত কবীৰৰ মৃত্যু হয়। কবীৰৰ প্ৰতি শঙ্কৰদেৱৰ মন আকৰ্ষণ হৈছিল। শঙ্কৰদেৱে মাধৱক কৈছিল "কবীৰ কেৱল ভক্ত জানিবা নিশ্চয়।"

অদ্বৈতবাদী কবীৰে নিৰাকাৰ ব্ৰহ্মাৰহে অনুভূতি পাবলৈ প্ৰয়াস কৰিছিল। বেজবৰুৱাৰ মতে "কবীৰ কায়স্থ মালীৰ ঘৰত জন্ম; কেচুৱাতে মাক বাপেকৰ মৃত্যু হোৱাত মুছলমানে তেওঁক তুলি লয়। কবীৰৰ মৃত্যু বেলিকা শটো লৈ হিন্দু-মুছলমানৰ কাজিয়া হয়। শ ঢকা কাপোৰ খন গুছালত শটোৰ ঠাইত ফুল কিছুমান দেখা গল। তাকে দুভাগ কৰি- হিন্দুৱে দাহ কৰিলে। মুছলমানে কবৰ দিলে।"

জগন্নাথত গুৰুজনা এপষ আছিল বুলি চৰিত পুথিয়ে কয়। গুৰুজনা জগন্নাথত থকা সময়ত কোনোৰ মতে তিনিজন, কোনোৰ মতে ৫জন, ৭জন, কোনোৰ মতে ১৭জন পাণ্ডাই গুৰুজনাত শৰণ গ্ৰহণ কৰে বুলি কয়।

এই তীৰ্থ সমূহ দৰ্শন কৰি ৰামৰায়, ৰামৰাম আদি ৫জন ভকতে বৃন্দাবনলৈ যাবলৈ ইচ্ছা কৰি গুৰুক প্ৰাৰ্থনা কৰিলে। গুৰুজনাই মাধৱক জনোৱাত মাধৱে আই কালিন্দিৰ কথা স্মৰণ কৰি কলে "হে গুৰু! আপোনাৰ দশমৰ পদে বৃন্দাবনৰ লীলা খেলা সকলো কৈছে, বৃন্দাবনলৈ গলে তাতকৈ কমহে দেখিম। গতিকে বৃন্দাবনলৈ যোৱাৰ প্ৰয়োজন নেদেখো। সুদুৰ বৃন্দাবনলৈ যোৱাৰ কাম নাই।"

তোমাৰ কথাত আৰু আছয় সংশয়।
আনত পুছিয়া মন কৰিবো নিৰ্ণয়।।
তুমি সৰ্ব্বসাক্ষী বীজ জগতৰ ধাম।
দৈৱকী নন্দন তুমি সেহি আত্মা ৰাম।।
কদাচিতো আমি নযাইবোহো বৃন্দাবন।
নিশ্চয় কৰিয়া কৈলো আমাৰ বচন।

(গুৰু চৰিত, ৰাম চৰণ)

গুৰুজনাৰ বৃন্দাবনলৈ যোৱাৰ আৰু গোকুল, মথুৰা, গোবৰ্দ্ধন চোৱাৰ ইচ্ছা আছিল যদিও মাধৱৰ কথাত সকলো আশাত্যাগ কৰি ঘৰমুৱা হল। কথাগুৰু চৰিত মতে ৰাম ৰায়, ৰাম ৰাম আদি পাঁচজন ভকতৰ বৃন্দাবন চোৱাৰ হেঁপাহ অপূৰণীয় হৈ আছিল যদিও গুৰুৰ বাক্যত সকলোৱে মন মুকলি হল আৰু ঘৰলৈ উলটিবলৈ ইচ্ছা কৰিলে।

গুৰুজনা দ্বিতীয় তীৰ্থ ভ্ৰমণত ছমাহকাল কটাই বুলি চৰিত পুথিয়ে কৈছে। গুৰুজনা ঘৰমুৱা হৈ আহোতে ঠায়ে ঠায়ে থাকি আহি আছিল। তীৰ্থ ভ্ৰমণৰ যে প্ৰয়োজন নাই এই কথা মাধৱদেৱৰ তত্ত্বদৰ্শী বাক্যই গুৰুজনাৰ অন্তৰত এটা নতুন চাপ দিলে। গুৰুজনাক দুবাৰ তীৰ্থ ভ্ৰমণৰ যে কোনো প্ৰয়োজন নাছিল, এই কথা মাধৱদেৱৰ বাক্যই উপলব্ধি কৰালে।

গুৰুৱে একাদশত প্ৰকাশ কৰিছে - (যুধিষ্ঠিৰৰ কথাৰে)

দেৱে তীৰ্থ ভকতৰ অন্তৰ অনেক দেখা·
শুনিআছো বেদৰো ৰহস্য।
ভকতৰ সঙ্গ যিটো ক্ষণমাত্ৰ লৱৈ সিটো
ঈশ্বৰ কৃষ্ণক কৰৈ বশ্য।।

## বিষ্ণুপুৰী সন্ন্যাসী ঃ-

ঘৰমূৱা হৈ আহোতে এঠাইত বেলি ভাটী হোৱাত বেলমঙ্গলি নামে গাৱঁৰ এজন সজ্জন লোকৰ ঘৰত উপস্থিত হ'ল। ঘৰৰ সকলোৱে সাষ্টাঙ্গে প্ৰণাম কৰি গুৰুভকতৰ সেৱা ধৰিবলৈ পাই গৃহস্থীৰ সকলোৱে নিজকে ভাগ্যবান বুলি উপলব্ধি কৰিলে আৰু খোৱা থকা মেলাৰ সকলো সেৱা ধৰিলে। আন এটা কোঠালিত এজন সন্নাসী বহি এটি ভটিমা গাই থকা শুনি গুৰুৱে মাধৱক তেওঁৰ ওচৰলৈ পঠালে। ভটিমা শুনি মাধৱে বৰ সন্তোষ পালে। ৰাতিপুৱা সন্নাসীয়ে শঙ্কৰদেৱক দেখা কৰিবলৈ আহি সেৱা জনাই বহিল আৰু কলে "হে গুৰু! তোমাৰ যশ গুণৰ কথা আমি আগতে শুনি আছিলো। আজি ভাগ্যৰ বলতহে দৰশন পালো।

কিছুসময় আলাপনৰ পিছত গুৰুৱে কলে -

শঙ্কৰে কহিলা পাছে সন্ন্যাসীক চাই।
ভকতিৰ মাধ্যম সৎসঙ্গ বিনে নাই।।
কেৱল ভক্তিৰ ভাগ ভকত প্ৰীৰিতি।
এই বুলি কাৰণক জানিলা সম্প্ৰতি।।

ভক্তিৰ মহিমা শুনি সন্ন্যাসীয়ে কলে "আজিহে আমাৰ সংশয় গুছিল। সন্ন্যাসীক কৃষ্ণভক্ত বুলি জানি তেওঁ কাৰ শিষ্য বুলি গুৰুজনাই সুধিলে।

"কথাশুনি মৌন হুয়া সন্নাসী ৰহিলা।
পুনৰূপী আৰু বাৰ শঙ্কৰে পুছিলা।।
কোন গ্ৰামে থাকাহা কাহাৰ তুমি শিষ্য।
বৈষ্ণৱ চৰিত্ৰইটো কহিলা ৰহস্য।।

সন্ন্যাসীয়ে কবলৈ আৰম্ভ কৰিলে -

"বিষ্ণুপুৰী সন্নাসী নামে এজন কৃষ্ণৰ সেৱক আছিল। তেওঁৰ শিষ্য ব্ৰহ্মানন্দ আৰু ব্ৰহ্মানন্দৰ শিষ্য আমি।" শঙ্কৰে সুধিলে-

হেনশুনি শঙ্কৰে বুলিলা পুনু কথা।·

বিষ্ণুপুৰী নাম তান ভৈল কিক তথা।

সন্ন্যাসীয়ে কলে - "এজন ব্ৰাহ্মণ আছিল। তেওঁ ঘৰ-গৃহস্থী ভাৰ্য্যা ত্যাগী সন্নাস ধৰ্ম্ম ললে। এদিন গঙ্গাৰ পাৰত অকলে বহি থাকোতে এজনী গাভৰু তিৰোতাই কাপোৰ ধুই থকা দেখি ৰ লাগি চাই আছিল। তাই গৌৰবৰ্ণকায, হল ফলস্তন, যৌৱনা শৰীৰ দেখি ব্ৰাহ্মণৰ কাম ভাৱ উপজিল।

একদিন গঙ্গাৰ তীৰত ৰহিলন্ত।

একজনী স্ত্ৰী তথা কাপোৰ ধোৱন্ত।।

হলফল কৰে স্তন গাৱে বস্ত্ৰ নাই।

বিষ্ণুপুৰী দেখি তৰে ৰহি আছে চাই।।

যৌৱন শৰীৰ তাইৰ, গৌৰবৰ্ণ গাৱ।

সন্ন্যাসীৰ দেখি উপজিল কামভাৱ।।

ব্ৰাহ্মণে চিন্তা কৰি চাই ভাবিলে পৰস্ত্ৰীত আলাপন কৰিলে ধৰ্ম্ম নষ্ট হব গতিকে গৃহলৈ গৈ নিজ স্ত্ৰীত আলাপন কৰা ভাবেৰে গৃহলৈ গল।

মনত বোলন্ত আবে কৰো কোন কৰ্ম্ম।

পৰস্ত্ৰীত আলাপিলে ভ্ৰষ্ট হুইবে ধৰ্ম্ম।।

কৰিলন্ত স্থিৰমন বিমৰ্ষিৰি চাই।

বোলে আপোনাৰ স্ত্ৰীত আলাপিবো যায়।

গৃহত আহি স্ত্ৰীৰ ওচৰত শৃঙ্গাৰ বিচাৰোতে পত্নীয়ে কৃষ্ণ বিষ্ণু স্মৰি কলে "নগুণ পুৰি খাই সন্ন্যাসী হলা, ধৰ্ম্ম ভ্ৰষ্ট কৰি অন্যায় কৰিবা। হয় নহয় তুমি জ্ঞানীলোক, এবাৰ গুণি চোৱা।" এই বুলি পত্নী গৰাকীয়ে পইতা ভাত খাবলৈ দি তাৰ ওপৰত আমোলৰ চোবা থলে। পত্নীৰ এনে ব্যবহাৰত ব্ৰাহ্মণে বৰ শোক পালে আৰু আনে শুনিলে তেওঁকেহে গৰিহনা দিব। গতিকে মৃত্যুয়েই শ্ৰেয় বুলি ভাবি অৰণ্যলৈ গৈ অগ্নিজালি তাত জাপ দিবলৈ সাজু হল। ব্ৰাহ্মণৰূপী হৰিয়ে ছদ্মবেশে আহি ব্ৰাহ্মণক বাধা দি কলে তুমি নমৰিবা। শোক, মোহ, কাম ক্ৰোধ দেহৰ বিকাৰ মাত্ৰ। ব্ৰহ্মা, হৰেও কৃষ্ণৰ মায়াৰ হাত সাৰিব পৰা নাই। মোৰ উপদেশে তুমি যত্ন সহকাৰে ভাগৱত শাস্ত্ৰ অধ্যয়ন কৰা, ভাগৱতৰ মহা ৰত্ন, কৃষ্ণ ভক্তি সিদ্ধ

হব। কাম ক্ৰোধ লোভ মোহ আদি ৰিপু বশীভূত হব। তুমি জগতত এজন বিষ্ণুপুৰী সন্ন্যাসী নামে খ্যাত হবা।"

নমৰিবা কহো মই শুনামোৰ বাণী।
কেনে বিপ্ৰবৰ তুমি মৰা কিক জানি।।
দেহৰ বিকাশৰ যত শোক মোহ চয়।
তিনিয়ো মোক ইটো জুৰিয়া আছয়।।
ব্ৰহ্মা হৰ আদি কৰি যত মহাবীৰ।
কৃষ্ণৰ মায়াৰ আগে কোন হৈবে স্থিৰ।।
শুনিয়োক বিপ্ৰবৰ কহো আবে মই।
ভাগৱত শাস্ত্ৰক অভ্যাস কৰা তই।
কৃষ্ণত ভকতি তোৰ হৈবেক প্ৰচুৰ।
কাম ক্ৰোধ লোভ মোহ সবে হুইবেদূৰ।।
ভাগৱত বন মাজে আছে মহাৰত্ন।
মোৰ উপদেশে তাক লৈয়ো কৰি যত্ন।।
কৃষ্ণত বিবেক তোৰ বাঢ়িবেক আতি।
দশোদিশে হুইবে বিষ্ণুপুৰী নাম খ্যাতি।। (ৰামচৰণ ঠাকুৰ)

এই উপদেশ শুনি মৃত্যুমুখী ব্ৰাহ্মণৰ গা ৰোমাঞ্চিত হল। ছদ্মবেশী ব্ৰাহ্মণক ঈশ্বৰ বুলি জানি দণ্ডৱতে প্ৰণাম কৰিলে আৰু ছদ্মবেশী ব্ৰাহ্মণ অদৃশ্য হল। গুৰুজনাৰ আগত সন্ন্যাসীজনে এই কাহিনী কৈ, গুৰু জনাত বিদায় লৈ তাৰপৰা গুছি গল।

বিষ্ণুপুৰী সন্ন্যাসীয়ে ভাগৱত শাস্ত্ৰ অধ্যয়ন কৰি নিজক পবিত্ৰ কৰাৰ লগতে ভাগৱতৰ ভক্তিপৰ শ্লোক সমূহ উদ্ধাৰ কৰি "ভক্তি ৰত্নাৱলী" নামে গ্ৰন্থ প্ৰণয়ন কৰে। ৰাম ৰাম গুৰুৰ জোঁৱায়েক কণ্ঠভূষণ শাস্ত্ৰত পাৰ্গত হৈ শঙ্কৰদেৱত কৈ শ্ৰেষ্ঠ পণ্ডিত হবৰ আশাৰে কাশীৰ ব্ৰহ্মানন্দ (বিষ্ণুপুৰীৰ শিষ্য) দ্বিজৰ ওচৰত শিক্ষা লবলৈ গল। ব্ৰহ্মানন্দই কণ্ঠভূষণৰ মুখত শঙ্কৰদেৱৰ কথা শুনি আৰু শঙ্কৰদেৱতকৈ ডাঙৰ পণ্ডিত হবলৈ শিক্ষা লবলৈ আহিছে বুলি জানি কণ্ঠভূষণক বহুত ককৰ্থনা কৰিলে। পেৰাৰ পৰা বিষ্ণুপুৰী সন্নাসীৰ ৰচিত 'ভক্তি ৰত্নাৱলী' পুথি খনি উলিয়াই কণ্ঠভূষণৰ হাতত দি উপদেশ দিলে যে, "তুমি শঙ্কৰদেৱৰ ওচৰত ক্ষমা প্ৰাৰ্থনা

কৰিবা আৰু এই পুথি-ভাগ তেৰাৰ হাতত দিবা।" কণ্ঠ ভূষণ তিনি মাহ বাটকুৰি বাই আহি পাটবাউসী পালেহি আৰু 'ভক্তি ৰত্নাবলী' পুথি শঙ্কৰদেৱৰ হাতত অৰ্পণ কৰি নিজৰ কৃতকৰ্ম্মৰ ক্ষমা বিচাৰিলে। গুৰুজনাই 'ভক্তি ৰত্নাবলী' পোৱাৰ আগতে 'ভক্তি ৰত্নাকৰ' ৰচনা কৰিছিল। পিছত এই ভক্তি ৰত্নাকৰৰ আৰ্হিতে বৈকুণ্ঠ নাথ ভট্টাচাৰ্য্যই 'ভক্তি বিবেক' ৰচনা কৰে। "ভক্তি ৰত্নাবলী' শাস্ত্ৰ ভাগ মাধৱ দেৱৰ হতুৱাই পাঠ কৰাই শুনি গুৰুজনাই বৰ সন্তোষ পালে। গুৰুজনাই কলে "মাধৱ এই পুথিভাগ আগতে পোৱা হলে আমি 'ভক্তি ৰত্নাকৰ' নকৰিলোহেঁতেন। শাস্ত্ৰভাগ তুমিয়েই পদ কৰা, আমি নকৰো।" গুৰুৰ আদেশ পাই মাধৱদেৱে 'ভক্তি ৰত্নাবলী' গ্ৰন্থ ৰচনা কৰে।

## গুৰুজনাৰ শাস্ত্ৰ ৰচনা-কীৰ্ত্তন ৰচনাৰ কাম সমাপ্ত ঃ-

ৰামচৰণ ঠাকুৰৰ চৰিত মতে গুৰুজনা ছমাহ তীৰ্থ ভ্ৰমণ কৰি আহি বহাগ মাহত ভকতসমে পাটবাউসী পাইহি। গুৰুজনা আহি পোৱাৰ লগে লগে পাটবাউসীত যেন নৱসূৰ্য্যৰ উদয় হল, সূৰ্য্যৰ ৰশ্মি পৰিযেন পদুমে পাহি মেলিলে। জাৰত কোচখাই থকা টকলা পৃথিৱী বসন্তৰ পৰশ পাই যেনেকৈ শ্যাম বৰণীয়া হয়, গছলতাই নতুন কুঁহিপাত ধৰি ফুলে ফলে যেনেকৈ জাতিষ্কাৰ হয়, চৰাই-চিৰিকতি যেনেকৈ আনন্দত আত্মহাৰা হয়, তেনেকৈয়ে যেন গুৰুজনা আহি পাটবাউসী পোৱাত তেৰাৰ পৰশ পাই পাটবাউসী জাতিষ্কাৰ হল হৰিনাম কীৰ্ত্তন, খোল, তাল, ডবা, কাঁহ, নেগেৰা বাজি উঠিল নামকীৰ্ত্তনত ভকত বৈষ্ণৱ আত্মহাৰা হল আৰু কামৰূপত নাম অমৃতৰ নদী বৱলৈ ধৰিলে।

পাটবাউসীত গুৰুজনা ২১বছৰ নিগাজিকৈ থাকে বুলি বুৰঞ্জীয়ে কয়। কথাগুৰু চৰিত মতে ১৪বছৰ, বৰদোৱাত চৰিত আৰু ৰাম চৰণ ঠাকুৰৰ মতে ১৮বছৰ কাল গুৰুজনা পাটবাউসীত নিগাজিকৈ আছিল। অন্যান্য গ্ৰন্থকাৰ সকলে ১৫বছৰ আছিল বুলি ধাৰণা কৰে। এই কালছোৱাৰ ভিতৰত গুৰুজনাই বিভিন্ন শাস্ত্ৰ, নাটক, শ্লোক, ভটিমা, বৰগীত ৰচনা কৰে। গুৰুজনা কোঁচ ৰাজ্যত ১৪৬৫শঁকৰ পৰা ১৪৯০শঁকলৈ ২৫বছৰ কাল আছিল। পাটবাউসীত গুৰুজনাই কীৰ্ত্তনৰ জৰাসন্ধ যুদ্ধ, কাল যৱন বধ, মচুকুণ্ড স্তুতি, স্যমন্ত হৰণ, নাৰদ কৃষ্ণ দৰ্শন, বিপ্ৰপুত্ৰ আনয়ন, দৈৱকীৰ পুত্ৰ আনয়ন দামোদৰ বিপ্ৰাখ্যান, বেদস্তুতি, লীলামালা, শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, ভাগৱতৰ তাৎপৰ্য্য, ভৃগু পৰীক্ষা, ৰুক্মিণীৰ প্ৰেমকলহ ৰচনা কৰে। ড° নেওগৰ মতে গুৰুজনা পাটবাউসীতে ওঠৰ বছৰ ছমাহ কাল আছিল। এই কালছোৱাত তেৰাই সাতত্ৰিশখন শাস্ত্ৰ মথিছিল। পাটবাউসীত কীৰ্ত্তন ঘোষাৰ কাম সমাপ্ত কৰে। মধ্য দশমৰ পৰা

জৰাসন্ধ যুদ্ধৰ কাহিনী কীৰ্ত্তন কৰিছে। তাত ঘোষা-দিলে 'ওহৰি নাৰায়ণ মাধৱে গতি'।

## ভাগৱতৰ পদ ৰচনা ঃ-

গুৰুজনাই পাটবাউসীত শ্ৰীমদ্ভাগৱতৰ প্ৰথম, দ্বিতীয়, সপ্তম, অষ্টম, নৱম আৰু দশমৰ বলিছলন পদ কৰে। কুৰুক্ষেত্ৰ, অনাদি পাতন, লীলামালা, ৰাসক্ৰীড়া নাট, নিমি নৱসিদ্ধ সংবাদ ৰচনা কৰে। বেজবৰুৱাই কয় ৰুক্মিণী হৰণ কাব্য, ভক্তি প্ৰদীপ পুথিও পাটবাউসীতে ৰচনা কৰে। পাটবাউসীতে ভাগৱতৰ একাদশ স্কন্ধৰ ভাঙনি কৰে। বেদ বেদান্ত গীতা ভাগৱতৰ পৰা সাৰ উদ্ধাৰ কৰি মূল সংস্কৃত-ৰত্নাকৰ নামে পুথিখনো তাতে গুৰুজনাই ৰচনা কৰে। কিন্তু আমি আগতে দেখুৱাই আহিছো ৰুক্মিণী হৰণ কাব্য, ভক্তি প্ৰদীপ বৰদোৱাত, কুৰুক্ষেত্ৰ গাংমৌত, অনাদি পতন কুমাৰ কুচিত, দ্বিতীয় স্কন্ধ ভাগৱত আৰু একাদশ স্কন্ধ ধুৱাহাটাত ৰচনা কৰে।

## নাম ঘোষাৰ সূচনা ঃ-

মহাপুৰুষ মাধৱদেৱ গণক কুচিত সোতৰ বছৰ ছমাহ আছিল বুলি পণ্ডিতসকলে কয়। এই কালছোৱাত মাধৱদেৱে কেইবাখনো শাস্ত্ৰ ৰচনা কৰে। তাৰ ভিতৰত 'নামঘোষা' সকলোতকৈ প্ৰধান। মাধৱদেৱ আছিল সুউচ্চ পণ্ডিত, গুৰু ভক্তিত একনিষ্ঠ, উচ্চস্তৰৰ সংগীতজ্ঞ, সুমধুৰ কণ্ঠ, ৰসময়ী সাহিত্য ৰচনাৰ দক্ষতা সম্পন্ন এজন মহাপুৰুষ। মাধৱদেৱৰ 'নামঘোষা' ই প্ৰকাশ কৰে ভক্ত মাধৱ, কবি মাধৱ, পণ্ডিত মাধৱ, সুমধুৰ গায়ক মাধৱ, গভীৰ আধ্যাত্মিক তত্ত্বশীল মাধৱ। মাধৱদেৱৰ এই শ্ৰেষ্ঠতম্ কীৰ্ত্তিসমূহ বিশেষকৈ 'নামঘোষা'ত প্ৰকাশ পাইছে। মহাপুৰুষ শঙ্কৰদেৱক যেনেকৈ কীৰ্ত্তন আৰু দশমৰ মাজত পোৱা যায়, মহাপুৰুষ মাধৱদেৱক তেনেকৈ 'নামঘোষা' আৰু 'ভক্তি ৰত্নাৱলী'ৰ মাজত পোৱা যায়।

এদিন নাম প্ৰসঙ্গৰ অন্তত গুৰুজনাই মাধৱদেৱক কলে "বড়াৰপো, ঘোষা এভাগ কৰা।" গুৰুজনাৰ আজ্ঞাক্ৰমে মাধৱদেৱে 'নামঘোষা' ৰচনাৰ কাম হাতত ললে। গুৰুজনাৰ আজ্ঞাক্ৰমে মাধৱদেৱে দশাৱতাৰ শ্লোকেৰে 'নামঘোষা'ৰ কাম আৰম্ভ কৰিলে। গুৰুজনাই ভগৱন্ততকৈ ভকতহে আগ, এই কথাত গুৰুত্ব দি 'মুক্তিতো নিস্পৃহ যিটো, সেহি ভকতক নমো, ৰসময় মাগোহো ভকতি।" চৰণটি লিখি দেখুউৱাত মাধৱদেৱে এই চৰণেৰে 'নামঘোষা' লিখা আৰম্ভ কৰিলে। এই

সময়ত মাধৱদেৱ গণককুচিত আছিল। কোনোৱে এই সময়ত মাধৱদেৱ সুন্দৰীদিয়াত আছিল বুলি কয়। মাধৱদেৱ দীৰ্ঘকাল গণককুচিত থাকি গুৰুজনা বৈকুণ্ঠীৰ পিছত কিছুদিনসুন্দৰী দিয়াত আছিল আৰু তাতো অসুবিধা পাই সেই ঠাই এৰি বৰপেটাত সত্ৰ স্থাপন কৰে বুলি পণ্ডিতসকলে কয় আৰু গুৰু চৰিততো প্ৰকাশ কৰিছে। মাধৱদেৱে গণককুচিতে 'নামঘোষা'ৰ কাম আৰম্ভ কৰিছিল যদিও শেষ বয়সত বেহাৰত থকা কালতহে এই শাস্ত্ৰ ভাগ ৰচনাৰ কাম সমাপ্ত কৰে। কথা গুৰু চৰিত মতে মাধৱদেৱ সুন্দৰীদিয়াত থকা কালত 'নামঘোষা' ৰচনা কৰিছে বুলি কৈছে যদিও শঙ্কৰদেৱ বেহাৰলৈ যোৱাৰ আগতে মাধৱক 'নামঘোষা' প্ৰণয়নৰ আদেশ দিছে বুলি অনুমান হয়। যদি সেয়ে হয় তেন্তে গুৰুজন বেহাৰলৈ যাওতে গণককুচিত সোমাই মাধৱক মাত লগাই যায়। গতিকে মাধৱদেৱে গণককুচিত 'নামঘোষা' প্ৰণয়নৰ কাম আৰম্ভ কৰি সুন্দৰীদিয়াত কিছুঅংশ ৰচি শেষত বেহাৰত 'নামঘোষা'ৰ কাম সমাপ্ত কৰে যেন ধাৰণা হয়। বিষ্ণুপুৰী সন্যাসীৰ বিৰচিত 'ভক্তিৰত্নাৱলী' শাস্ত্ৰ ভাগ কণ্ঠভূষণে আনি গুৰুজনাক দিয়াৰ পিছতে গুৰুজনাৰ আজ্ঞাক্ৰমে 'ভক্তি ৰত্নাৱলী' শাস্ত্ৰভাগ মাধৱদেৱে ৰচনা কৰে।

## ভুবনেশ্বৰী চিলাৰায় বিয়া আৰু চিলাৰায়ৰ শৰণ ঃ-

ডঃ নেওগৰ মতে ছাৰে সাতবছৰ কাল ৰজা নৰনাৰায়ণৰ শনিৰ দশা আছিল আৰু ১৪৭৭শঁকত বৰ নগৰলৈ ৰজা নৰনাৰায়ন ঘূৰি অহা অনুমান হয়। বৰনগৰ আৰু ডিঙা নগৰত আঢ়ৈবছৰ কাল থকা সময়তে চিলাৰায়ে ভুবনেশ্বৰীক বিয়া কৰায়। সেই বিয়া ৰামৰায় কুঠি বা ছত্ৰশালত হয়। তাত অদ্যাপিত্ত সত্ৰ আছে। গোৱালপাৰা জিলাৰ ধুব্ৰী পৰগনা নগৰৰ গোলোকগঞ্জৰ পৰা তিনি মাইল মান দূৰত ছত্ৰশাল বুলি নিষ্কৰ মাটিৰ খাট এতিয়াও আছে। শঙ্কৰদেৱৰ এই বিয়াত মত নাছিল যদিও ভবিষ্যতে অসুবিধা হোৱাৰ আশঙ্কা কৰি বিয়াত সম্মতি দিয়ে। কিন্তু এই বিয়া গুৰুজনাৰ দ্বিতীয় তীৰ্থ ভ্ৰমণৰ আগত বুলি মত দিছে। কোনো কোনো গ্ৰন্থকাৰৰ মতে ডঃ নেওগে প্ৰকাশ কৰা আঢ়ৈবছৰ কাল বৰনগৰ আৰু ডিঙা নগৰত শনিৰ দশাৰ কাৰণে মহাৰাজ নৰনাৰায়ণ থকাৰ কথা সমৰ্থন কৰে যদিও তীৰ্থ ভ্ৰমণৰ আগত ভুবনেশ্বৰী চিলাৰায়ৰ বিয়া কথাটো সমৰ্থন কৰা নাই। ইয়াৰ আগতে ১৪৮৪শঁকত বীৰ চিলাৰায়ৰ আহোম ৰাজ্য আক্ৰমণ বিৱৰণত ৰজা নৰনাৰায়ণৰ নাম উল্লেখ নাই। কথা চৰিত মতে "শনিৰ অষ্টবৰ্ষে ভোগ" থকাৰ যুক্তিত ১৪৭৬-৭৭শঁকৰ ভিতৰতে নৰনাৰায়ণৰ শনিৰ দশা হোৱা বুলি ধাৰণা হয়। নৰ নাৰায়ণ

ডিঙা নগৰত থকা সময়তে ভুবনেশ্বৰী চিলাৰায়ৰ বিয়া হয়। চৰিত পুথি বৰ্ণনাৰ পৰা জনা যায়, ৰজা নৰনাৰায়ণ ডিঙা নগৰত থকা কালত যুৱৰাজ চিলাৰায়ে বেহাৰত থাকি ৰাজ্য শাসন কাৰ্য্য চলায়। চিলাৰায়ৰ লিগিৰা শ্ৰীদাসে গুৰুৰ ভাতৃ ৰামৰায়ৰ কন্যা ভুৱনেশ্বৰীৰ ত্ৰৈলোক্য মোহিনী ৰূপ যৌৱন দেখি চিলাৰায়ক কোৱাত চিলাৰায়ে বিয়াৰ প্ৰস্তাৱ দি দূত পঠায়। দূত পাটবাউসীলৈ আহি ভুৱনেশ্বৰীৰ বিয়াৰ প্ৰস্তাৱ আগবঢ়োৱাত, গুৰুজনাৰ চিন্তা হল। এই প্ৰস্তাৱত গুৰুজনা সন্মত নাছিল যদিও ভৱিষ্যতে ৰাজৰোষত পৰিব লাগিব আৰু ধৰ্ম প্ৰচাৰ সম্ভৱ নহব বুলি ভাবি এই বিয়াত সন্মতি জনালে। এই বিয়াখন গুৰুজনাৰ দ্বিতীয় তীৰ্থ ভ্ৰমণৰ আগতে হয় বুলি বেজবৰুৱাইয়ো অনুমান কৰিছে।

ড° নেওগে গুৰুজনা তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি অহাৰ পিছতহে ভুবনেশ্বৰী বা কমলপ্ৰিয়াৰ যোগেদি গুৰুজনাৰ লগত চিলাৰায়ৰ দেখা হয় বুলিও মত দিছে। বেজবৰুৱাৰ বৰ্ণনা মতে আনকি চিলাৰায়ৰ যোগে ৰজা নৰনাৰায়ণৰ লগত গুৰুজনাৰ সাক্ষাত হোৱা কথাও তীৰ্থ ভ্ৰমণৰ আগৰ কাৰ্য্যৰূপে প্ৰকাশ পাইছে। ৰামচৰণ ঠাকুৰৰ চৰিতমতে ভুবেণেশ্বৰী আৰু চিলাৰায়ৰ বিয়া গুৰুজনাৰ দ্বিতীয়া তীৰ্থ ভ্ৰমণৰ পিছত হৈছে। বুৰঞ্জীৰ বিচাৰ মতে চিলাৰায় আৰু কমলপ্ৰিয়াৰ বিয়া ১৪৭৯শঁক মানতহে সম্পন্ন হয় বুলি অনুমান কৰিছে। কেউফালৰ পৰা চালে ঠাৱৰ কৰিব পাৰি যে, চিলাৰায় আৰু ভুবনেশ্বৰীৰ বিয়া গুৰুজনা দ্বিতীয় তীৰ্থ ভ্ৰমণৰ পিছৰ কাৰ্য্য।

গুৰুজনাই দূতৰ আগত দিয়া নিৰ্দ্দিষ্ট দিনত চিলাৰায় দৰাসাজি নাৱেৰে উজাই আহিল। গুৰুজনাই তেৰাৰ ভাতৃ ৰাম ৰায় (গুৰুৰ খুৰাৰ পুত্ৰ) ভকত সকল আৰু ভুবনেশ্বৰীক কন্যা সাজি লৈ নাৱেৰে ভটীয়াই দুয়ো পক্ষ সোণকোষ নৈৰ মোহনাত মিলিত হল। নদীৰ পাৰৰ এডোখৰ ওখ ঠাইত বাহৰ সাজি বিয়াৰ কাম সম্পন্ন কৰিলে। সেই ঠাই পিছত ৰাম ৰায় কুঠি নামে জনাজাত হল। সেই ঠাইক ছত্ৰশালো বোলে।

কোনো লিখকৰ মতে চিলাৰয়াৰ বিয়াৰ কেইদিনমানৰ পিছতে শঙ্কৰদেৱক ৰাজকাৰেঙলৈ ৰজা নৰনাৰায়ণে আমন্ত্ৰণ জনালে। ভুবনেশ্বৰীৰ বিয়াৰ কেইদিনমানৰ পিছতে গুৰুজনাক ৰাজকাৰেঙলৈ আমন্ত্ৰণ জনোৱা কথাটো সম্ভৱ নহয় যেন লাগে।

চৰিত পুথিত প্ৰকাশ আছে এবাৰ চিলাৰায় দেৱান ঘৰত নথকা সময়ত তেওঁৰ এশ পত্নীয়ে তেওঁৰ তামুলী চ'ৰাত বহি মুখ্য পটেশ্বৰী কমল প্ৰিয়া বা ভুবনেশ্বৰীৰ হতুৱাই গীত গোৱাইছিল সাৰঙ্গৰাগৰ স্বৰ তুলি। "পামৰ মন ৰাম চৰণে

চিত্ত দেহু।" দেৱানে আহি গীতশুনি মোহিত হৈ ক'ৰ গীত বুলি ভুবনেশ্বৰীক সোধাত গুৰুজনাক পৰিচয় দিলে। বিয়াৰ এবছৰ মানৰ পিছত ১৪৮০শঁক মানতে চিলাৰায়ে গুৰুজনাক আহ্বান কৰি এশ পত্নীসমে গুৰুজনাত শৰণ লয়। এই সময়তো ৰজা নৰনাৰায়ণ ৰাজধানীৰ বাহিৰত আছিল। শৰণ গ্ৰহণৰ পিছৰ পৰাই চিলাৰায় গুৰুজনাৰ প্ৰতি গভীৰ আকৃষ্ট হয।

## প্ৰথম স্কন্ধ ভাগৱত, পাৰিজাত হৰণ আৰু অন্য নাট ঃ-

গুৰুজনাই প্ৰথম স্কন্ধ ভাগৱত পাটবাউসীত ৰচনা কৰিছে বুলি চৰিত্ৰ পুথি আৰু অন্যান্য গ্ৰন্থকাৰ সকলৰ মতৰ পৰা অনুমান হয়। তথাপিও ভাগৱতৰ এই খণ্ডটো দ্বিতীয় তীৰ্থ ভ্ৰমণৰ পিছত কৰিছে বুলি নিঃসন্দেহে কব পাৰি। ৰামচৰণৰ মতে দ্বিতীয় তীৰ্থ ভ্ৰমণৰ পিছত তেৰাই জন্মযাত্ৰা নাটক-ৰচনা কৰি ভাওনা কৰায়। প্ৰচলিত ছখন নাট আৰু কংসবধ নাটৰ উল্লেখ আছে, কংশবধ নাট হেৰাইছে আৰু জন্মযাত্ৰা নাটো পাবলৈ নাই। কংশবধ নাট আৰু জন্ম যাত্ৰা নাট একেখনেই যেন অনুমান হয়। এই একে সময়তে পাৰিজাত হৰণ নাটখনি ৰামৰায়ৰ অনুৰোধত গুৰুজনাই ৰচনা কৰে। "পাৰিজাত হেন নাম, অঙ্কমহা অনুপাম, কৰিলা শঙ্কৰে তাত পাছে।"

## বৰগীত ৰচনা ঃ-

গুৰুজনাই বিভিন্ন ঠাইত বৰগীত সমূহ ৰচনা কৰে যদিও পাটবাউসীতে সৰহ সংখ্যক বৰগীত ৰচনা কৰিছে। পণ্ডিতসকলৰ মতে গুৰুজনা প্ৰথম তীৰ্থ ভ্ৰমণলৈ যাওতে বদৰিকাশ্ৰমত "মন মেৰি ৰাম্ চৰণে লাগু" বৰগীতটি ৰচনা কৰে আৰু এইটিয়েই তেৰাৰ প্ৰথম বৰগীত। গুৰুজনাই দুশচল্লিশটি বৰগীত ৰচনা কৰিছিল আৰু ভকতসকলে আওৰাই গাইছিল। কথা গুৰুচৰিত মতে গুৰুজনা দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণৰ পৰা আহি, পাটবাউসীত এই গীতসমূহ গোটাই এখন বৰগীত পুথি ৰচনা কৰে। বৰ্ত্তমান এই বৰগীত পুথি খনি পাবলৈ নাই। কথা গুৰু চৰিত মতে বৰপেটাৰ কমলা গায়নে গুৰুজনাৰ অনুমতি লৈ মুখস্থ কৰিবৰ কাৰণে ঘৰলৈ নিছিল। চ'ত মহীয়া বনপোৰা জুইয়ে কমলা বায়নৰ ঘৰ পোৰাত পুথিখনো পুৰিলে। মনত দুখ পাই গুৰুজনাই মাধৱক "বঢ়াৰপো, অনেক শ্ৰমকৈ গীতখানি কৈলো পুইলে, তুমি কিছুগীত কৰা আমি নকৰো আৰু।" গুৰুৰ অনুমতিক্ৰমে মাধৱদেৱে নকুৰি এঘাৰ টি বৰগীত ৰচনা কৰিলে। গুৰুজনা ৰচিত বাৰকুৰি বৰগীতৰ ভিতৰত ৰামচৰণ

ঠাকুৰৰ চৰিত্ৰ মতে ভকতৰ মুখৰ পৰা মাত্ৰ চৌত্ৰিশটি বৰগীতহে মাধৱদেৱে সংগ্ৰহ কৰিব পাৰিলে।

মাধৱদেৱৰ ৰচিত নকুৰি এঘাৰটি বৰগীতক প্ৰথমে 'বড়াৰপো গীত' বুলিছিল। পিছত 'ৰুৰাৰ পো গীত' মুখ বাগৰি বাগৰি 'বৰগীত' বুলি কোৱা হল। ভকতৰ মুখতো বৰগীত বুলি প্ৰকাশ পাই, শেষত "বৰগীত" নামে জনাজাত হ'ল। পণ্ডিতসকল আৰু সাধু সন্তৰ পৰা জনা যায়, গুৰুজনাই মাধৱক গীত ৰচিবলৈ কওতে, গীত শব্দটোহে উচ্চাৰণ কৰিছিল, বৰগীত বুলি কোৱা নাছিল। কোনো পণ্ডিতৰ মতে ভকতৰ মানস পটত থকা গুৰুজনাৰ গীত সমূহ সংগ্ৰহ কৰি মাধৱদেৱে ৰচনা কৰা নিজৰ বৰগীতৰ পুথি খনিত গুৰুজনাৰ সংগৃহীত গীতখানি আগস্থান দিছিল। গুৰুজনাই নিজে ৰচনা কৰা গীত খনিক 'গীত' বুলিহে বেকত কৰিছিল। পৰবৰ্ত্তী কালত গুৰুজনাই ৰচনা কৰা গীত খানিকো ভকত সকলে 'বৰগীত' বুলি একেকাৰ কৰাত দুয়োজন গুৰুৰ গীত খনিক এতিয়া 'বৰগীত বুলি জনা যায় যেন অনুমান হয়।

## মাধৱ কন্দলি, ৰামায়ণৰ পদ ৰচনা ঃ-

পূৰ্ব্ব অপ্ৰমাদী কবি মাধৱ কন্দলিয়ে বাল্মীকিৰ সম্পূৰ্ণ সপ্তকাণ্ড ৰামায়ণৰ পদ ভাঙনি কৰিছিল। অনন্ত কন্দলিয়ে উচ্ছৃষ্ট ভোজন হিচাবে (উচ্ছৃষ্ট ভোজনৰ কথা আগত প্ৰকাশ কৰা হৈছে) গুৰুজনাৰ আজ্ঞাক্ৰমে দশম স্কন্ধ ভাগৱতৰ মধ্য আৰু শেষ ভাগ ৰচনা কৰি তেৰাক পাটবাউসীত দেখুৱায়। অনন্ত কন্দলিয়ে পদ ভাঙনি কৰা ৰামায়ণখনিও গুৰুজনাক এই সময়তে দেখুৱাই যেন অনুমান হয়। গুৰুজনাই চিন্তা কৰিলে অনন্ত কন্দলিৰ ৰামায়ণে মাধৱ কন্দলিৰ ৰামায়ণৰ ওপৰত প্ৰভাৱ পেলাব। অনন্ত কন্দলিয়ে মাধৱ কন্দলিৰ ৰামায়ণ খনি নৱ বৈষ্ণৱ যুগৰ অনুপযোগী ভাবিয়ে বোধ হয়, সেই ৰামায়ণখন 'ঢাকি তুচ্ছৈকে গুছাবৰ মন দিলে। কেনেবাকৈ মাধৱ কন্দলিৰ ৰামায়নৰ 'আদি কাণ্ড' আৰু 'উত্তৰা কাণ্ড' লোপ পায়। পূৰ্ব্ব অপ্ৰমাদী কবিজনৰ ৰামায়ণ খনি সম্পূৰ্ণ কৰিবৰ কাৰণে শঙ্কৰদেৱে 'উত্তৰাকাণ্ড' ৰচনা কৰি আৰু মাধৱদেৱৰ হতুৱাই 'আদিকাণ্ড' ৰচনা কৰাই তাত যোগ দি মাধৱ কন্দলিৰ ৰামায়ণ খনি সম্পূৰ্ণ কৰিলে। তাৰ উপৰিও মাধৱ কন্দলিৰ ৰামায়ণৰ সকলো অধ্যায়তে ভক্তি উপদেশৰ আচুফুল দি এখনি 'ভক্তি মহাকাব্য' ৰূপত সজালে।

মাধৱ কন্দলি প্ৰাক্ শঙ্কৰী যুগৰ কবি আছিল। ৰজা মহামানিক্যৰ অনুৰোধত

মাধৱ কন্দলিয়ে সপ্তকাণ্ড ৰামায়ণ ভাঙনি কৰিছিল। ৰজা দুৰ্লভ নাৰায়ণৰ দিনত হেম সৰস্বতীয়ে 'প্ৰহ্লাদ চৰিত', হৰিহৰ বিপ্ৰই 'লৱ কুশৰ যুদ্ধ', 'ব্ৰব্ৰুবাহনৰ যুদ্ধ' প্ৰণয়ন কৰিছিল। নৱম শতিকাত শঙ্কৰাচাৰ্য্যই বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। দুৰ্লভ নাৰায়ণৰ পুত্ৰ ৰজা ইন্দ্ৰ নাৰায়ণৰ সমসাময়িক কবিৰত্ন সৰস্বতীয়ে 'জয়দ্ৰথ বধ' পদ ৰচনা কৰে।

## ভাগৱতৰ দ্বিতীয় স্কন্ধ, একাদশ স্কন্ধ আৰু একাদশী ব্ৰত ঃ-

ভাগৱতৰ দ্বিতীয় স্কন্ধ, দশম স্কন্ধ (আগছোৱা) একাদশ স্কন্ধ গুৰুজনাৰ দ্বিতীয় তীৰ্থ ভ্ৰমণৰ আগতে ভাঙি পদ কৰা হৈছে বুলি কোনো কোনো চৰিত পুথিয়ে নিৰূপণ কৰিছে। ভাগৱতৰ দ্বিতীয় স্কন্ধত গুৰুজনে বিশেষকৈ প্ৰকাশিছে (গুৰুৱে তিনি কটপা দি কৈছে)

"অন্য দেৱী দেউ, নকৰিবা সেৱ, প্ৰসাদো নখাইবা তাৰ।
মূৰ্ত্তিক নচাইবা, গৃহো নপশিবা, ভক্তি হৈবে ব্যভিচাৰ।"

একাদশ স্কন্ধৰ উল্লেখ, চৰিতপুথি সমূহৰ কেইবা ঠাইতো আছে। ডঃ নেওগৰ মতে এদিনাখন একাদশীত উদাৰ গোবিন্দই মাছ খাবলৈ আনোতে গুৰুজনাই পাই কাৰণ সোধাত তেওঁ যুক্তি দিলে বোলে "গুৰু। আপোনাৰ একাদশতে আছে -

লোভ মোহ কাম ক্ৰোধ বিষয় আক্ৰোশে।
নোচোৱয় মোৰ ভকতক একো দোষে।।
নপাৰৈ আমাক একাদশী উপবাসে ।
নকৰয় বস্য মোক পৰম সন্ন্যাসে।।

গুৰুজনে শাস্ত্ৰৰ অপপ্ৰয়োগ হোৱা দেখি কাটি দিবৰ কাৰণে কলম ললে। মাধৱদেৱ আৰু নাৰায়ণ ঠাকুৰ আতাৰ অনুৰোধত নেকাটিলে। ৰামচৰণ ঠাকুৰৰ চৰিত মতে-পাটবাউসীত কৰলা বাঢৈয়ে এদিন ৰাঘবেন্দ্ৰ সন্ন্যাসীৰ কথা মতে (কোনোৰ মতে যাদৱেন্দ্ৰ সন্ন্যাসীৰ কথামতে) একাদশী ব্ৰত নকৰি, একাদশীৰ দিনা খাবলৈ মাছ বিচাৰি আনোতে গুৰুজনাই বাঢৈক বাটত পাই সুধিলে "একাদশী ব্ৰত কৰিব লাগে, মাছ আনিছা দেখোন" বাঢৈয়ে বোলে "গুৰু আপোনাৰ একাদশে লিখা আছে।" গুৰুজনাই একাদশ স্কন্ধ মেলিচাই, বাঢৈয়ে কোৱা কথা শাস্ত্ৰত পাই কাটিবলৈ হাতত কলম ললে। এনেতে মাধৱদেৱ আৰু নাৰায়ণ ঠাকুৰ আতা দুয়ো

আহি সেৱা জনাই কাষতে বহিল। শাস্ত্ৰৰ লিখনি নেকাটিবলৈ দুয়ো অনুৰোধ কৰাত গুৰুৱে নেকাটিলে।

হেন সময়তে দেখি পাইলা আসি দুয়ো সখি
সেৱা কৰি বসে কাষত।
সুধিলন্ত ইটো তত্ত্ব গুৰুবোলে শাস্ত্ৰ মত
শুনিয়া মাধৱে দিলা মাত।।
প্ৰাৰ্থনা কৰিয়া বোলে শ্ৰীগুৰু চৰণ তলে
প্ৰভু লেখা সবে সত্য হয়।
যেয়ে যিবা অৰ্থবুজে কৃৰিলন্ত সামৰাজে
কলি ধৰ্মে নহব অন্যায়।।
নাৰায়ণো কলে মাতি পদবাৰু হৈছে আতি
গুৰুবাক্য নহয় খণ্ডন।
অন্নগতা কলিপ্ৰাণ শক্তি নাই ব্ৰত ধ্যান
নামে সাধে সবাৰো কল্যাণ।।
নামধৰ্ম প্ৰকাশিয়া সবাকো ভকতি দিলা
জীৱক কৰিলা দয়া আতি।
শক্তি অনুযায়ী ভক্তি নামে মাত্ৰ গতি মুক্তি
বিহিলাহা কৰি লোক প্ৰতি।।
গুৰুজনে কথা শুনি মনে মনে চাইলা গুণি
বোলে দুয়ো ভাল কথা কৈলা।
গুচোৱাৰ কাম নাই ভাল পদ আছে হয়
তোৰা দুয়ো ধৰ্মক ৰাখিলা।।

এদিন বলোৰাম আতৈয়ে কিবা কাৰণত গাঁৱত ভিক্ষা মাগিবলৈ যাব নোৱাৰি উপবাসে থাকিব লগা হ'ল। পাচদিনাও একাদশী ব্ৰত থকা কাৰণে আহাৰ লোৱা নহল। দুদিনীয়া ব্ৰতত আতৈ গুৰুজনাৰ নামলৈ যাব নোৱাৰি শয্যাতে পৰি থাকিল। আতৈক নামত নেদেখি গুৰুৱে খবৰ কৰাই জানিলে, লৃঘোনত উঠিব নোৱাৰি আতৈ

বিছনাতে পৰি আছে। গুৰুৱে আতৈক মতাই অনাই আহাৰ কৰোৱাত হে আতৈ সুস্থ হল। সেই দিনাৰ পৰা আহাৰৰ সুবিধা কৰিব নোৱাৰিলে বলোৰাম আতৈক গুৰুৰ ওচৰলৈ আহিবলৈ কলে। (গুৰু চৰিত)

এই কাৰ্য্য দেখি মাধৱদেৱে গুৰুক কৰপুতে প্ৰাৰ্থনা কৰিলে -

কলিকাল মহা ক্ষীণ   বল শক্তি সবেহীন
অল্পে হয় ইন্দ্ৰিয় বিকল।
সেহি দেখি মাগো মই   জীৱ প্ৰতি দয়া হুই
একাদশী দিনে দিয়া ফল।।

একাদশী ব্ৰতত ফলাহাৰ কৰিবলৈ গুৰুজনাই নিৰ্দ্দেশ দি কলে ঃ-.

বেদান্তেও কয় তাকে   কহিলোহো মই আৰে
ইটো কথা অবিধি নহয়।
শুনা সবে সাধুগণ   মোৰ বাক্যে দিয়া মন
নামে দোষ সবে হোৱে ক্ষয়।।

## গুৰুজনাৰ আৰু অন্য ভকতসকল ঃ-

মহাপুৰুষ শঙ্কৰদেৱে অসমত 'এক শৰণ নাম ধৰ্ম' প্ৰবৰ্ত্তন কৰি জীৱ তৰণৰ উপায় কৰাৰ উপৰিও সকলো জাতি উপজাতি একতাৰ ডোলেৰে বান্ধি এটা শক্তিশালী অসমীয়া জাতি গঠনৰ উপায়ো কৰিছিল। তেৰাৰ প্ৰবৰ্ত্তিত নাম ধৰ্মত উচ্চ-নীচ, ধনী-দুখী, জাতিভেদ নাই। তেৰাৰ ধৰ্ম জাতি বৰ্ণ নিৰ্বিশেষে গ্ৰহণ কৰিছিল আৰু উচ্চ-নীচ, জাতি-বৰ্ণ যিয়েই নহওক উপযুক্ত জ্ঞানীজনে সমাজত আগ স্থান পাইছিল, নামাচাৰ্য্যও হৈছিল। অসমৰ পৰ্ব্বতে ভৈয়ামে থকা গাৰো, ভোট, মিকিৰ, নগা, মুছলমান, কছাৰী, নাপিত, কৈৱৰ্ত্ত আদি জাতিৰ লোকক শৰণ দি হৰিভকত কৰি, অস্পৃশ্যতাৰ ব্যৱধান নেৰাখি এখন শ্ৰেণীহীন অসমীয়া সমাজ গঠনৰ দিহা কৰিছিল। আধ্যাত্মিকতাৰ মহামন্ত্ৰেৰে সকলোকে আকৰ্ষণ কৰি, সকলো একেলগে বহি নাম কীৰ্ত্তন কৰি, নাট-ভাওনা সবাহ পাতি, একেলগে প্ৰসাদ গ্ৰহণ কৰি, ভাতৃত্ববোধৰ চেনেহৰ এনাজৰীৰে বান্ধি, বৃহৎ শক্তিশালী অসমীয়া জাতি গঠনৰ দিহা কৰিছিল।

গুৰুজনাই গাৰোৰ গোবিন্দ, নগাৰ নৰোত্তম, ভোটৰ দামোদৰ, মিৰিৰ পৰমানন্দ, কছাৰীৰ ৰমাই, মিকিৰৰ জয়হৰি, মুছলমানৰ চান্দসাই, কৈৱৰ্ত্তৰ পূৰ্ণানন্দ, বনিয়াৰ হৰিদাস, নাপিতৰ শ্ৰীৰামক শৰণ দি হৰিভকত কৰিছিল।

**গুৰুজনাই লিখিছে -**

কিৰাট কছাৰী খাছী মিৰি গাৰো যৱন কঙ্ক গোৱাল।
অসম মূলক ৰজক যে তুৰুক কুবাচ ম্লেচ চাণ্ডাল।।
আন যত নৰ কৃষ্ণ সেৱকৰ সঙ্গত পৱিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তৰিয়া বৈকুণ্ঠে সুখে চলয়।।

গুৰুজনাৰ ধৰ্মৰ আদৰ্শই বিশ্বত ভাতৃত্ববোধ জন্মাই হিংসা, লুণ্ঠন, হত্যা, পৰশ্ৰীকাতৰতা, ধৰ্ষণ আদি মহাপাপবোৰ দূৰ কৰিব, সন্দেহ নাই।

**গুৰুজনাৰ বাণী -**

চাৰি বৰ্ণ মাজে যিটো মোক ভক্তি কৰে।
অশেষ পাতক নাশী মোক্ষ লাভ কৰে।।
জাতিকুল বিচাৰিয়া বৈষ্ণৱ নিন্দয়।
পঞ্চম পাতকি হৈয়া নৰকে পৰয়।।
মোৰ ভকতৰ সখি নলৈবা বিচাৰ।
দাতাত চোৰত যেন দৃষ্টি একাকাৰ।।
কুকুৰ শৃগাল গদৰ্ভৰো আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।

এনে উদাৰ ধৰ্মনীতি প্ৰবৰ্ত্তন কৰা ধৰ্মগুৰু বিশ্বত বিৰল। জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱে আজি পাঁচশ বছৰৰ পূৰ্বে এই মহান আদৰ্শ বিশ্ববাসীক দি থৈ গৈছে। বিশ্ববৰেণ্য এই ‘জগতগুৰু’ জনে বিশ্বদৰবাৰত যোগ্য স্থান পোৱা উচিত।



# পঞ্চম অধ্যায়
# (বেহাৰ খণ্ড)

## কৰ্ম্মকাণ্ডী ব্ৰাহ্মণৰ খল, ৰাজৰোষত গুৰুজনা ঃ-

গুৰুজনাই পাটবাউসী পোৱাৰ আগতেও বহুবাৰ কৰ্মকাণ্ডী ব্ৰাহ্মণৰ পৰা ধৰ্ম প্ৰচাৰত বাধা পাই আহিছে। আহোম ৰজাৰ আগতো কৰ্মকাণ্ডী ব্ৰাহ্মণসকলেই গুৰুজনাৰ বিৰুদ্ধে খল দিছিল আৰু তেওঁলোক নিজেও গুৰুজনাৰ লগত যুক্তি তৰ্কত অৱতীৰ্ণ হৈ হাৰ মানিছিল। সোণ পুৰিলে উজ্জ্বল হোৱাৰ দৰে গুৰুজনা যুক্তি তৰ্কত জয়ী হোৱাৰ লগে লগে গুৰুজনাৰ যশ গুণ ততোধিক বৃদ্ধিহে পাইছিল। পাটবাউসীতো আকৌ তাতোকৈ অধিক সমস্যাই দেখা দিলে। এইবাৰ কোচ ৰাজ্যত কৰ্মকাণ্ডী ব্ৰাহ্মণসকলৰ কূট-কৌশলত মহাৰাজ নৰনাৰায়ণৰ কোপত পৰি গুৰুজনাৰ জীৱনৰে সংশয় হৈ উঠিল।

গুৰুজনাৰ একশৰণ নাম ধৰ্মৰ সাৰ্ব্বজনীনতা, উদাৰতাই জন-সাধাৰণৰ মন আকৰ্ষণ কৰাত গাঁৱৰ পিছত গাঁও, পৰ্ব্বত ভৈয়ামৰ জনগণ আহি যেতিয়া গুৰুজনাত শৰণ গ্ৰহণ কৰিলে, তেতিয়া দেৱ দেৱীৰ পূজা-সেৱা, যাগ-যজ্ঞ কমিবলৈ আৰম্ভ হ'ল। ব্ৰাহ্মণসকলৰ বৃত্তিত বাধা জন্মাত তেওঁলোক ক্ষুব্ধ হ'ল। তেওঁলোকে যুক্তি তৰ্কত বলে নোৱাৰি মহাৰাজ নৰনাৰায়ণৰ ওচৰত গোচৰ দিলে যে, "শঙ্কৰে পূজা, হোম, যাগ-যজ্ঞ, দেৱদেৱীৰ মূৰ্ত্তি, ব্ৰত একো নেমানে। দেৱ দেৱীৰ মূৰ্ত্তিপূজা কৰিব নেপায় বুলি এটা নতুন ধৰ্ম উলিয়াই দেশৰ ধৰ্ম নষ্ট কৰি বিপদ মাতি আনিছে। বিদ্যাবাগীশ চক্ৰবৰ্ত্তীয়েও ৰজাক গুৰুজনাৰ বিৰুদ্ধে লগালে। ৰাম ৰাম গুৰুৰ জোৰাই ৰাজগুৰু কণ্ঠ ভূষণে গুৰুজনাৰ ধৰ্মক প্ৰসংশা কৰি তেৰাৰ শলাগ ল'লে যদিও একো ফল নধৰিলে। কণ্ঠভূষণেহে গুৰুজনাৰ বিৰুদ্ধে ৰজাক কৈছে বুলি কোনোৱে কয় যদিও এই কথা সত্য নহয় যেন লাগে।

বিদ্যোৎসাহী ৰজা নৰনাৰায়ণ ঘোৰ শাক্ত আছিল। দৈৱজ্ঞ ব্ৰাহ্মণৰ বাক্যত শনিৰ দশা হোৱা বুলি জানি ৰাজধানী, ৰাজপাট চিলাৰায়ক এৰি দি ৰকনগৰ, ডিঙ্গা নগৰত প্ৰায় সাত বছৰ কাল কটাইছিল। ১৪৮৪ শকৰ (১৫৬২খৃঃ) শেষ ভাগত ৰাজধানীলৈ আহি পুনৰ ৰাজপাটত বহে। ব্ৰাহ্মণসকলে আৰু ক'লে "শঙ্কৰৰ ধৰ্মই দেশলৈ অমঙ্গল মাতি অনাৰ লগতে আপোনাৰো ছত্ৰভঙ্গৰ সম্ভাৱনা আছে।" ধন্যবাদ

ব্ৰাহ্মণসকলে এটা কালী মূৰ্ত্তি খেনুখণ্ডা বিলত পেলাই থৈ, মাটিবোৰ যেতিয়া খহি পৰিল মূৰ্ত্তিৰ মূৰ চিন্ন কৰি খেৰৰ সোপাটো ৰজাক দেখুৱাই কলে "মহাৰাজ চাওক, শঙ্কৰে মানুহ লগাই মূৰ্ত্তিৰো মূৰ চিঙি পানীত পেলোৱাইছে।" মূৰ্ত্তিৰ অৱস্থা দেখি ৰজা নৰনাৰায়ণ খঙত জ্বলি উঠিল আৰু শঙ্কৰদেৱক ধৰি আনিবলৈ সাতজন গৰমলি (ৰজাৰ দূত) পঠালে। ৰজাই কলে -

তীৰ্থ ব্ৰত পূজা ঈশ্বৰ মূৰ্ত্তি যত।
একোকে নেমানে যিবা কহিছে বেদত।।
অধৰ্ম বাঢ়িল জানা ধৰ্ম নষ্ট ভৈলা।
বন্দী কৰিবাক লাগি গৰমলি আদেশিলা।।
শুনা গৰমলি তই মোহোৰ বচন।
শঙ্কৰক ধৰি আন সমে সঙ্গীগণ।।
হাড়ে পুৰাইবো জুই ছালে ডামা সিম।
শৰীৰৰ মাংস কাটি কুকুৰক দিম।।

এই কথা চিলাৰায়ে গম পাই শঙ্কৰদেৱক আনিবলৈ আঠজন লোকক নাও দি পাটবাউসীলৈ পঠালে। ৰজাৰ দূত পোৱাৰ আগতে চিলাৰায়ৰ দূত গৈ পাটবাউসী পাই ভুবনেশ্বৰীয়ে দিয়া চিঠি গুৰুজনাক দিলে আৰু চিলাৰায়ৰ অনুৰোধ জনালে। গুৰুজনাৰ সন্মতিক্ৰমে চাৰিজন ভকত সহ গুৰুজনাক নাৱত তুলি লৈ দ্ৰুতগতিৰে আহি চিলাৰায়ৰ ওচৰ পালে। চিলাৰায়ে এশ পত্নীসহ গুৱাপান টকা কড়ি আগবঢ়াই, সেৱা জনাই নিজৰ ফুলবাৰীত গুৰুজনাক গোপনে ৰাখিলে। ফুলবাৰী ৰাজভৱনৰ পৰা ১৮মাইল দূৰত।

## গুৰুজনাৰ ভকত নিৰ্য্যাতন ঃ-

ৰজাৰ গৰমলিয়ে পাটবাউসীত শঙ্কৰদেৱক বিচাৰি নেপাই উভতি আহোতে বাটত নাৰায়ণ ঠাকুৰ আতা আৰু গকুল চান্দক পাই শঙ্কৰদেৱৰ ভকত বুলি জানি দুয়োকে ধৰি আনি ৰজা নৰনাৰায়ণৰ ওচৰত হাজিৰ কৰিলে। দূতে শঙ্কৰদেৱক বিচাৰি নোপোৱাৰ কথা কৈ আৰু জনালে যে, "এই দুটা শঙ্কৰৰ ভকত, ইহঁত অতি দুষ্ট মানুহ, অতি টেঙৰ, ইহঁতক কোনোমতেহে ধৰি আনেছো।" নাৰায়ণ ঠাকুৰ আতাৰ পত্নী গৰ্ভৱতী আই কান্দি কাটি ব্যাকুল হৈ আতাৰ পিছে পিছে গ'ল।

বৰদোৱা চৰিত মতে আইক গৰমলিয়ে ধৰি নিছিল। কথাচৰিত মতে নৰনাৰায়ণ ৰজাই শঙ্কৰদেৱক ধৰিবলৈ দুবাৰ দূত পঠাইছিল। অন্য চৰিত পুথি এক মত যে, গুৰুজনাক ধৰিবলৈ ৰজাই এবাৰহে দূত (গৰমলি) পঠাইছিল।

কোনো চৰিত পুথি মতে গুৰুজনা চিলাৰায়ৰ ঘৰতে আছিল আৰু অতি গোপনে ৰখা হৈছিল। তথাপিও চিলাৰায়ে ফুলবাৰীত গুৰুজনাক গোপনে ৰখাটোহে সম্ভৱ যেন লাগে।

গৰমলিয়ে নাৰায়ণ ঠাকুৰ আতা আৰু গকুল চান্দক ৰজাৰ আগত হাজিৰ কৰিলত ৰজাই প্ৰশ্ন কৰিলে -

"অনাচাৰী শঙ্কৰ ক'ত আছে। তহঁতে শঙ্কৰৰ এই পাষণ্ড মত কিয় লৈছ?" ঠাকুৰ আতাই ক'লে "মহাৰাজ, শঙ্কৰদেৱ ক'ত আছে নেজানো। শঙ্কৰদেৱৰ ধৰ্মমত সত্য, শুদ্ধ আৰু পবিত্ৰ।" ৰজাৰ খং উঠি দূতক লগাই দুয়োজনকে শাস্তি দিয়াই চালে তথাপি আতা আৰু গকুলৰ কথাৰ লৰচৰ নাই। ইফালে ৰাজকাৰেঙৰ সন্মুখত ৰৈ থকা ঠাকুৰ পত্নী বাৰবাসী আই, কান্দি কান্দি অচেতন হ'ল। গৰমলিৰ বায়েক হৰিগতি আই অতি দয়ালু, ঈশ্বৰ পৰায়ণা, ধাৰ্ম্মিক তিৰোতা আছিল। হৰিগতি আয়ে নমহীয়া গৰ্ভাৱতী ঠাকুৰ পত্নীৰ অৱস্থা দেখি সহিব নোৱাৰি ঠাকুৰ পত্নী আইক নিজৰ ঘৰলৈ নি সযত্নে ৰাখিলে। পতিৰ শাস্তিৰ কথা শুনি ঠাকুৰ আতাৰ ভাৰ্য্যাই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলে - "হে প্ৰভু, মোৰ পতিদেৱতাই গুৰুৰ কথা কেতিয়াও যেন বেয়াকৈ নকয়। মোৰ পতিক ধৈৰ্য্য দিয়া প্ৰভু।" ইফালে ৰজা নৰনাৰায়ণে ঠাকুৰ আতা আৰু গকুল চান্দৰ কথাৰ কোনো লৰচৰ কৰাব নোৱাৰি গৰমলিক হুকুম দিলে "ইহঁত দুটাক বন্দিশাললৈ লৈ যা, যিমান পাৰ শাস্তি দি হলেও শঙ্কৰৰ ধৰ্ম অনাচাৰী, ব্যভিচাৰী বুলি স্বীকাৰ কৰা।" ৰজাৰ যেনে হুকুম তেনে কাম। কাৰাগাৰলৈ নি ঠাকুৰ আতা আৰু গকুল চান্দক বান্ধি লৈ নখে শলা সুমুৱাই, নখ চেপা দি, কাঠৰ ডাঙ্গেৰে কোবাই তপত শলা লগাই অমানুষিক শাস্তি দিয়ো তেওঁলোকৰ কথাৰ লৰচৰ কৰিব নোৱাৰি গৰমলি ভাগৰি পৰিল। ঠাকুৰ আতা আৰু গকুল চান্দৰ সেই একেই কথা "শঙ্কৰদেৱৰ ধৰ্ম সত্য, শুদ্ধ আৰু পবিত্ৰ।" গৰমলিয়ে দুয়োজনক ক'লে " ইমান শাস্তি খাই থকাতকৈ শঙ্কৰৰ ধৰ্ম্ম ত্যাগ কৰিম বুলি কোৱা, মুক্তি পাবা।"

ঠাকুৰ আতাই ক'লে -

কৰ্ম্মবসে সুখ দুখ দেহৰ আছয়।
কৰ্ম্ম অনুসাৰে তাক ভুঞ্জিবে লাগয়।।
বিনাশী দেহৰ অৰ্থে ভক্তে নবাঞ্ছয়।
ঈশ্বৰৰ ইচ্ছা বুলি সহিয়া থাকয়।।

(গুৰু চৰিত, ৰামচৰণ ঠাকুৰ)

উপায়ান্তৰ হৈ গৰমলিয়ে দুয়োকে নি ৰজাৰ ওচৰত হাজিৰ কৰি সকলো কথা ক'লত ৰজাই লোহা লগাই বান্ধি থবলৈ ক'লে। গৰমলিয়ে দুয়োকে নি কাৰাগাৰত লোহাৰ শিকলি লগাই বান্ধি থলে। ৰাতি সপোনত ঠাকুৰ আতাক গুৰুজনাই ক'লে "তোমাক আৰু বান্ধিবৰ, কিনিবৰ কাৰো শকতি নাই।" নাৰায়ণে সাৰ পাই দেখে হাত ভৰিৰ শিকলি ছিগি পৰি আছে, গৰমলিক জগাই কলে, "উঠা উঠা মোৰ শিকলি ছিগি পৰি আছে, আকৌ লগোৱা নহ'লে তোমাক ৰজাই দণ্ডিব।" সাৰ পাই গৰমলিয়ে দেখি বিস্ময় মানিলে আৰু আতাৰ চৰণত ধৰি ক'লে "মই বহুত দোষ কৰিলোঁ, মোক ক্ষমা কৰিবা।"

ৰজা নৰনাৰায়ণে ৰাজসভাত আলোচনা ক্ৰমে নাৰায়ণ ঠাকুৰ আতা আৰু গকুল চান্দক ছকুৰি টকাত ভোটত বেচিলে। হেমা আৰু পেমা নামৰ দুজন ভোটে দুয়োকো ছ কুৰি টকাত কিনি হাতত পঘা লগাই বান্ধিলৈ ভুটান দেশৰ ফালে খোজ ল'লে। কিছুদুৰ গৈ হেমা, পেমাৰ চকু অন্ধ হ'ল। দুয়োজনকে দেওলগা মানুহ বুলি ভাবি দুয়োজনকে ৰজাক ওভোটাই দি টকা ঘুৰাই নিবলৈ ফিৰি আহিল।

ৰাম চৰণ ঠাকুৰে লিখিছে -

অনুক্ৰমে ভোটে সীমাক পাইল।
দৈবক্ৰমে সিঠাইত চকু অন্ধ ভৈল।।
দেখাক নেপাই ভোটে কৰে আল জাল।
ভাবিলন্ত ইজনে আমাৰ ভৈল যম কাল।।
কিবা ইটো দেও মানুহ আমাসাক দিলা।
ইহাৰ কাৰণে যত আপদ মিলিলা।।

হেমা, পেমাই ঠাকুৰ আতা আৰু গকুল চান্দক ৰজাৰ ওচৰত ওভোটাই

দিবলৈ আহিল যদিও ৰজাই খং কৰি হেমা, পেমাক ঘূৰাই পঠালে। উপায়ান্তৰ হৈ হেমা, পেমাই কম দামতে বেচিবলৈ ইচ্ছা কৰিলে। বন্দীশালত থাকোতে ঠাকুৰ আতাৰ মহিমাৰ কথা সুমৰি গৰমলি-সহি হৰিয়ে হেমা পেমাৰ পৰা ঠাকুৰ আতা আৰু গকুলক তিনি কুৰি টকাতে কিনি লৈ দুয়োকে মুক্ত কৰিলে।

ঠিক সেই সময়তে গৰমলি (দূত) সহি হৰিৰ ঘৰত ঠাকুৰ আতাৰ পত্নীৰ এটি পুত্ৰ সন্তান জন্ম হ'ল। সহি হৰিৰ বায়েক হৰিগতি আয়ে আতাৰ পত্নীক অশেষ শুশ্ৰূষা কৰিছিল। ঠাকুৰ আতাক ভোটৰ পৰা মুক্ত কৰাৰ পিছত গৰমলি সহি হৰিয়ে (কোনোৰ মতে হৰিখাঁ) ঠাকুৰ আতাক নিজ গৃহলৈ লৈ গ'ল। আতাই ভাৰ্য্যা পুত্ৰ দেখা পাই নথৈ সন্তোষ পালে। ঠাকুৰ আতাৰ পত্নী বাৰবাসী আয়ে পতিৰ চৰণত পৰি সেৱা জনাই চকুলো টুকিলে। দুখৰ দিনত জন্মহোৱা বাবে আতাই পুত্ৰৰ নাম দুখীৰাম ৰাখিলে।

## গুৰুজনাৰ ধৰ্ম আৰু গুৰুজনাৰ প্ৰতি ৰাজ আকাঙ্খা ঃ-

ঠাকুৰ আতা আৰু গকুল চান্দক দেওলগা মানুহ বুলি ভোটে এৰি দিয়া শুনি ৰজা নৰনাৰায়ণে পুনৰ চোৱাৰ ইচ্ছাৰে নাৰায়ণ ঠাকুৰ আতা আৰু গকুল চান্দক আকৌ ৰাজ সভালৈ অনালে। দুয়োজনৰে গাত মহৎ লোকৰ চিন দেখি, বিশেষকৈ নাৰায়ণ ঠাকুৰ আতাৰ গাত আৰু কিছুমান সৎপুৰুষৰ লক্ষণ দেখি ৰজাই দুয়োকে নিৰ্দ্দোষী বুলি ঘোষণা কৰিলে আৰু পৰণা লিখি চাব মোহৰ মাৰি দুয়োকে পৰণা দি বিদায় দিলে। তেতিয়াৰ পৰা কোঁচ ৰাজ্যত হৰিনাম কীৰ্ত্তনৰ প্ৰভাৱ বাঢ়িব ধৰিলে।

ৰজাই ভকতৰ লক্ষণ, মাহাত্ম্য দেখি সেই ভকতৰ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ মাহাত্ম্য উপলব্ধি কৰি গুৰুজনাৰ প্ৰতি ৰজা নৰনাৰায়ণ আকৃষ্ট হ'ল। গুৰুজনাৰ প্ৰতি ৰজা নৰনাৰায়ণৰ আগৰ যি খং ৰাগ আছিল সকলো মাৰ গ'ল। ৰজাই শঙ্কৰদেৱক চাবলৈ আগ্ৰহ প্ৰকাশ কৰি ক'লে যে "শঙ্কৰদেৱ ৰাজসভালৈ আহিলে সমাদৰ জনাব।"

## ঠাকুৰ আটাৰ বেহাৰত গুৰু দৰ্শন ঃ

সেই সময়ত শঙ্কৰদেৱ বেহাৰৰ ফুলবাৰীত থকা কথা জানিব পাৰি নাৰায়ণ ঠাকুৰ আতাই গৰমলি সহি হৰি আৰু তেওঁৰ বায়েক হৰি গতি আইৰ পৰা বিদায় লৈ ভাৰ্য্যা পুত্ৰৰ সৈতে গৈ গুৰুজনাৰ ওচৰ পালেগৈ।

'গুৰুজনাক দৰ্শন কৰাৰ আগতে এদিন ঠাকুৰ আতাই ভাৰ্য্যাক পৰীক্ষা কৰাৰ

অভিপ্ৰায়ে পত্নীক কলে "গুৰুৰ কাৰণে আমি বৰ দুখ পালোঁ, তুমিও অশেষ কষ্ট ভুগিলা" বুলি কোৱাৰ লগে লগে আয়ে আচৰিত হৈ আতাক ক'লে "কি কথা কয় আপুনি? আপুনি সকলো কথা জানিও আজি কিয় এনেকৈ ক'লে? শাস্ত্ৰই কৈছে গুৰু সাক্ষাৎ ঈশ্বৰ। গুৰুৰ কাৰণে দুখ কষ্ট কৰিলে শৰীৰ পবিত্ৰ হয়, মনুষ্য জনম সাৰ্থক হয়। অনিত্য শৰীৰৰ সুখ দুখত বিচলিত হোৱা উচিত নহয়। আপুনি এনে কথা কৈ মহাদোষ কৰিলে" বুলি আয়ে চকুপানী টুকিলে। ঠাকুৰ আতাই ভাৰ্য্যাৰ কথা শুনি পৰম সন্তোষ পাই ক'লে, "মই তোমাৰ মনৰ ভাব জুখি চাইছিলোঁ। তুমি হেন ভাৰ্য্যা পাই মই ভাগ্যবান, মই দুখতো সুখী। তুমি মোৰ ইহ পৰকালৰ লগৰীয়া" বুলি হাঁহি হাঁহি ক'লে। ঠাকুৰ আতাৰ ভাৰ্য্যা আই মাতৃৰ হৃদয় জুৰ পৰিল।

তুমি হেন ভাৰ্য্যা মই সাৰ্থক লভিলোঁ।
দুখতেও সুখে জানা তোমাহন্তে আছো।।
পূৰ্ব্ব পুণ্য ফলে আবে পুৰুষ সকলে।
তুমি হেন ভাৰ্য্যা লাভ কৰে ইহকালে।

(গুৰুচৰিত, ৰামচৰণ ঠাকুৰ)

নাৰায়ণ ঠাকুৰ আতাই ভাৰ্য্যা-পুত্ৰ সহগে ফুলবাৰীত গুৰুজনাক চকুৰ পানীৰে চৰণ তিয়াই সেৱা জনালে। গুৰুজনাই ঠাকুৰ আতাক পাই আনন্দতে সাবতি ধৰিলে। নাৰায়ণ ঠাকুৰ আৰু গকুল চান্দৰ শাস্তিৰ কথা গুৰুজনাই আগতে শুনিছিল যদিও ৰজা ঘৰৰ কাহিনী শুনিবলৈ ইচ্ছা কৰাত আতাই সকলো কথা ভাঙিপাতি ক'লে। আতাৰ মুখৰ পৰা গুৰুজনে দুখৰ কাহিনী শুনি দুখ পাই চকুলো টুকিলে। গুৰুজনাই কলে "নাৰায়ণ তোমাৰ দুখত মই দুখী যদিও, তুমি ইমান দুখ কষ্টসহ্য কৰিও ধৰ্মত যে বিচলিত নহ'লা, সেইবাবে মই সন্তোষো পাইছো।" আতাৰ পত্নীয়ে গুৰুজনাক সেৱা জনাওতে কোচত শিশুটি দেখি সন্তোষ মনেৰে গুৰুৱে সুধিলে "এওঁৰ নাম কি ৰখা হৈছে?" "দুখৰ দিনত জন্ম হোৱা বাবে তেওঁৰ নাম দুখীৰাম ৰখা হৈছে" বুলি আতাই ক'লে। গুৰুৱে ক'লে "নাৰায়ণ, তুমি দুখ কষ্টকো নেওচি ধৰ্ম্মৰ কাৰ্য্যত জয়ী হৈছা. গতিকে আনন্দৰ দিনহে, তেওঁৰ নাম 'পৰমানন্দ' ৰখা হৈছে। তোমাৰ পুত্ৰ বিদ্যাৱন্ত, গুণৱন্ত হৈ জগতত সুখ্যাতি ৰাখিব। এতিয়া তুমি ঘৰলৈ যোৱাগৈ। ঘৰৰ পৰা অহা তোমাৰ বহুত দিন হ'ল। মাধৱক কবা আমি ভালে আছো।" নাৰায়ণ ঠাকুৰ আতাই পত্নীসহ গুৰুজনাক সেৱা জনাই বিদায় লৈ গৃহলৈ গমন কৰিলে। ইয়াৰ পিছতে গকুল চান্দেও ফুলবাৰীলৈ গৈ গুৰুক সেৱা জনালে। গুৰুজনাই ধন্যবাদ দি বিদায় দিলে।

কিছুদিনৰ পিছত আতাগৈ নিজ গৃহ পালেগৈ। ঘৰৰ পৰা আহি ঠাকুৰ আতা গণককুচিত সোমাই সখি মাধৱক গুৰুজনাৰ সংবাদ জনালে। মাধৱদেৱে বেহাৰৰ কাহিনী জানিবলৈ বিচৰাত আতাৰ পৰা জানি, সখিৰ দুখত মাধৱ অভিভূত হৈছিল যদিও ধৰ্মৰ কাৰ্য্যত দুখ কষ্টৰ মাজতো অচল অটল থকা বাবে আতাৰ শলাগ ল'লে। তাৰ পৰা ঠাকুৰ আতা পাটবাউসী পাই আই কালিন্দীক গুৰুজনাৰ সংবাদ জনালে। আই কালিন্দীয়ে ৰজাঘৰৰ কাহিনী সোধাত আতাই যেতিয়া ৰজাই বিহা শাস্তিৰ কথা ক'লে, আই কালিন্দীয়ে চকুপানী টুকি ক'লে "তুমি কষ্ট ভুঞ্জিওযে গুৰুধৰ্ম ৰাখিলা তুমি ধন্য।" কালিন্দী আইৰ ওচৰত বিদায় লৈ নাৰায়ণ ঠাকুৰ আতা নিজ গৃহলৈ উলটিল।

## শঙ্কৰদেৱৰ ৰাজ সভালৈ আগমন ঃ-

আমি আগতে প্ৰকাশ কৰি আহিছো যে ৰজা নৰনাৰাযণে, নাৰাযণ ঠাকুৰ আতা আৰু গকুল চান্দক নিৰ্দ্দোষী বুলি ঘোষণা দি মুক্তি দিয়াৰ পিছতে ৰজা নৰনাৰাযণ শঙ্কৰদেৱৰ প্ৰতি বৰ আকৃষ্ট হ'ল আৰু তেৰাক চাবলৈ ইচ্ছা প্ৰকাশ কৰি কৈছিল "শঙ্কৰদেৱ ৰাজসভালৈ আহিলে সমাদৰ জনোৱা হ'ব।"

নৰনাৰায়ণে জানিব পাৰিলে শঙ্কৰদেৱক চিলাৰাযে ফুলবাৰীত ৰাখিছে। ৰজাই শঙ্কৰদেৱক ৰাজ দৰবাৰলৈ আমন্ত্ৰণ জনালে যদিও চিলাৰায় প্ৰথমে মান্তি হোৱা নাছিল। ৰজা নৰনাৰায়ণৰ দূতে শঙ্কৰদেৱক নিবলৈ আহি চিলাৰায়ৰ ওচৰত উপস্থিত হ'ল আৰু ভায়েকক আশ্বাস দিলে তেওঁ গুৰুজনাৰ একো অন্যায় নেসাধে। তথাপিও চিলাৰায়ে দূতক ক'লে "দাদাৰ আঁসে বুজিব নোৱাৰি। দাদাই এজন প্ৰিয় মন্ত্ৰীক মোৰ ওচৰত থলেহে শঙ্কৰদেৱক ৰাজসভালৈ পঠিয়াব পাৰিম। দাদাই গুৰুজনাক কিবা অপঘাত কৰিলে ময়ো মন্ত্ৰীক কাটিম।" ৰজাই এজন মন্ত্ৰীক চিলাৰায়ৰ ওচৰত থোৱাতহে চিলাৰায়ে শঙ্কৰদেৱক ৰাজসভালৈ যাবলৈ অনুৰোধ জনালে। শঙ্কৰদেৱ পদবজ্ৰে ৰাজসভালৈ গ'ল। গুৰুজনা যাতে কোনো অসুবিধাত নপৰে চিলাৰায় সতৰ্ক আছিল।

কোনো কোনো লিখকৰ মতে আৰু ৰামানন্দ দ্বিজৰ মতে গুৰুজনাই দ্বিতীয় তীৰ্থ যাত্ৰাৰ আগতে ৰাজসভাত প্ৰৱেশ কৰিছে বুলি কৈছে। কিন্তু ড° নেওগে এই কথা অমূলক বুলি অভিহিত কৰিছে। কাৰণ ৰাজসভাত দেখাদি গুৰুজনে যুক্তি

তৰ্কৰ মাজত দুবাৰ তীৰ্থলৈ যোৱা কথা উল্লেখ কৰিব লগা হৈছিল। ৰৰদোৱা চৰিততো আছে ৰজাৰ লগত দেখা হোৱাৰ আগতে বিদ্যাবাগীশ চক্ৰৱৰ্তীয়ে ৰজাক গুৰুৰ বিপক্ষে লগোৱাত কণ্ঠভূষনে কৈছিল শঙ্কৰে গঙ্গা আদি সমুদায় তীৰ্থ দুবাৰ কৰিছে। গতিকে গুৰুজনা ৰাজদৰবাৰলৈ যোৱাৰ আগতে দ্বিতীয় তীৰ্থ দৰ্শন কৰিছে তাত সন্দেহ নাই।

গুৰুজনা ৰাজদৰবাৰলৈ আগমনৰ বাতৰি পাই ৰজাৰ অনুমতি ক্ৰমে বহুত ব্ৰাহ্মণ পণ্ডিত ৰাজ দৰবাৰত উপস্থিত হ'ল। শঙ্কৰদেৱ ৰাজ দৰবাৰৰ সাত খলপাৰ ওপৰলৈ এখলপা এখলপা কৈ উঠি যাওতে -

"মধু দানৱ দাৰণ দেৱ বৰম।
বৰ বাৰিজ লোচন চক্ৰ ধৰং।।
ধৰণীধৰ ধাৰণ ধ্যেয়পৰং।
পৰমাৰ্থ বিদ্যাশুভ নাশ কৰং।। ---------।"

আদি টোটয়টি গায় গৈছিল। ৰজাই কম্বল পৰাই, তাৰ ওপৰত সুবৰ্ণ ডগলা পৰাই সসম্মানে আসন দি শঙ্কৰদেৱক বহিবলৈ দিলে। পুনৰ চাৰিটি শ্লোকেৰে ৰজাক আশীৰ্ব্বাদ কৰি গুৰুৱে আসন গ্ৰহণ কৰিলে। আসন গ্ৰহণ কৰি "নাৰায়ণ কাহে ভকতি কৰো তেৰা" গীতটি ধনশ্ৰী ৰাগত গালে। তাৰ পিছত ৰজাৰ যশ প্ৰশস্তিৰ গীত গালে -

জয় জয় মল্ল নৃপতি ৰসৱান।
যাকেৰি গুণ গণ সম নাহি আন।।
নিজকুল কুমুদ প্ৰকাশিত ইন্দু।
গহীন গম্ভীৰ ধীৰ পেখিতে সিন্ধু।। ---------।"

এই ভটিমাটি গালে। ৰজা পৰম অপ্যায়িত হ'ল। বিদ্যোৎসাহী ৰজা মল্লদেৱে গুৰুজনে গোৱা টোটয়, ভটিমাৰ অৰ্থ জানিবৰ কাৰণে ইচ্ছা কৰি ব্ৰাহ্মণসকলক ভাঙনি কৰিবলৈ ক'লে যদিও কোনোজনে একোকে মাতিব নোৱাৰিলে। শঙ্কৰদেৱে টোটয়, ভটিমাৰ অৰ্থ পুঙ্খানুপুঙ্খ ৰূপে চাৰি প্ৰকাৰে অৰ্থ ভাঙি শুনালে। ৰজা মল্লদেৱ (নৰনাৰায়ণ) নিজেও আছিল সুপণ্ডিত, তেওঁ আঠোটি শ্লোক গদ্য টীকা কৰিছিল। শ্লোক কেইটি গুৰুজনাক দেখুৱাত তাৰ গভীৰ পাৰমাৰ্থিক ব্যাখ্যা দিয়া দেখি ৰজা মুগ্ধ হ'ল। সেইদিনা ৰজাই গুৰুজনাক সসন্মানে বিদায় দি আকৌ নিতৌ আগবেলা ৰাজসভালৈ

আহিবলৈ আহ্বান কৰিলে। ৰজাই ৰাজ দৰবাৰত কম্বলৰ·ওপৰত সুবৰ্ণ গালিছা পৰাই গুৰুজনাৰ কাৰণে সেইদিনাৰ পৰাই সন্মানীয় আছুতীয়া আসনৰ ব্যৱস্থা ৰাখিলে। গুৰুজনাই ৰাজদৰবাৰত আছুতীয়া আসনত বহাৰ ক্ষমতা পালে।

ইফালে পটেশ্বৰী ভুৱনেশ্বৰীৰ মহাচিন্তা গুৰুজনা সসন্মানে ৰাজসভাৰ পৰা কেনেকৈ উভতি আহে। যেতিয়া গুৰুজনা ৰাজসভাৰ পৰা উলতি আহিল, সকলো খবৰ পালে তেতিয়াহে ভুৱনেশ্বৰীৰ হিয়া আনন্দেৰে পূৰ্ণ হল।

## বেহাৰত শঙ্কৰদেৱ ঃ-

বুৰঞ্জীৰ প্ৰকাশ মতে ১৪৮৬ শকলৈকে (১৫৬৪খৃঃ) পাটবাউসীত গুৰুজনা নিগাজীকৈ আছিল বুলি অনুমান হয়। ইয়াৰ ভিতৰত চিলাৰয়াৰ ফুলবাৰীত ছমাহ, ৰাজসভালৈ অহাযোৱা কৰাত ছমাহ, ৰজা নৰনাৰায়ণৰ অনুৰোধত বৃন্দাবনীয়া বস্ত্ৰ বোওৱাৰ সময়ত পাটবাউসী আৰু তাঁতী কুচিৰ মাজত অহা যোৱাত এবছৰ, পুনৰ বৃন্দাবনীয়া বস্ত্ৰ শোধোৱাৰ সময়ত চিলাৰায়ৰ ফুলবাৰীত এমাহ, ভেলা ডোঙাত (মধুপুৰ) ডেৰ বছৰ; ৰজাৰ শৰণ ভিক্ষাৰ সময়ত পাটবাউসীলৈ প্ৰত্যাবৰ্ত্তন কৰি এমাহ মানৰ ভিতৰত ছোট আতা মাধৱ পুৰুষক ধৰ্মৰাজ্য শোধাই বেহাৰৰ ভেলাডোঙাত (মধুপুৰ) এমাহ মান কটায়। ১৪৯০ শকত (১৫৬৮ খৃঃ) প্ৰাণ ত্যাগ কৰে।

চৰিত পুথি সমূহ আৰু অন্যান্য গ্ৰন্থকাৰ সকলৰ মতে কোঁচ ৰাজ্যত (পাটবাউসী আৰু বেহাৰ) শঙ্কৰদেৱ ১৪৬৫ শকৰ পৰা (১৫৪৩ খৃষ্টাব্দৰ পৰা ১৫৬৮ খৃষ্টাব্দলৈ) ১৪৯০ শকলৈ আছিল।

## ৰাজসভাত শঙ্কৰদেৱৰ ব্ৰাহ্মণৰ লগত বাদ ঃ-

মহাৰাজ নৰনাৰায়ণৰ আহ্বান ক্ৰমে শঙ্কৰদেৱ নিতৌ ৰাজসভালৈ অহা যোৱা কৰিছিল। এই সময়ছোৱাতে গুৰুজনাই কেইবাটিও টোটয়, ভটিমা, গীত ৰচনা কৰে। গুৰুজনা ৰাজসভালৈ যোৱাৰ আগতেই বিৰুদ্ধবাদী ব্ৰাহ্মণসকলে গুৰুজনাৰ বিৰুদ্ধে ৰজাৰ ওচৰত গোচৰ দিছিল। এদিন ৰজাই শঙ্কৰদেৱক সুধিলে "শঙ্কৰ, তুমি বেদ, পূজা, হোম, যাগ-যজ্ঞ, প্ৰতিমা, তীৰ্থ, ব্ৰত একোকে নামানা আৰু পূজা কৰা প্ৰতিমাৰ ওপৰতো অনাচাৰ কৰিছা কিয় ?" শঙ্কৰদেৱে ক'লে "মহাৰাজ আমি বেদ, বেদাঙ্গ, গীতা, ভাগৱত, সাত্বত তন্ত্ৰ, পঞ্চৰাত্ৰ তন্ত্ৰ আদি শাস্ত্ৰ চাই মত মিলাই· একশৰণ ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিছো। আনৰ ধৰ্মৰ ওপৰত অত্যাচাৰ কৰিবলৈ

কোনো শাস্ত্ৰই কোৱা নাই। আমি এনে অপকৰ্ম কৰা নাই। ব্ৰাহ্মণসকলে অসত্য কথা আপোনাক জনাইছে। কলি যুগত পূজা, বলি, যাগ-যজ্ঞ, হোম দিবলৈ শাস্ত্ৰই কোৱা নাই। কলি যুগত এক হৰিনাম, কৃষ্ণৰ সেৱা পূজাহে কৰিবলৈ শাস্ত্ৰই কৈছে। এক কৃষ্ণ দেউক পূজিলে সকলো দেৱতাৰ পূজা কৰা হয়। আমি শাস্ত্ৰ চাই যি পাইছো তাকেহে কৰিছো।

গীতা শাস্ত্ৰ চাই এক শৰণক
কৰিছো আমি প্ৰচাৰ।
বিষ্ণুত বিনাই মোহোৰ মনত
সকলো দেৱ অসাৰ।।
কলি কালে মাত্ৰ বেদৰ সন্মত
বিষ্ণুৰ বাহিৰে নাই।
যত দেৱ দেৱী সবেয়ো উপাসি
সকলো বিষ্ণুতে পায়।।
সাত্বত তন্ত্ৰ আৰু পঞ্চৰাত্ৰ
বেদ বেদাঙ্গ বিচাৰি।
প্ৰচাৰ কৰিছো ধৰ্মক বিহিছো
মই কেনে অনাচাৰী।।

ৰাজ সভাত ব্ৰাহ্মণসকলো উপস্থিত আছিল। ব্ৰাহ্মণ সকলে দেৱ দেৱীৰ পূজা যাগ-যজ্ঞৰ সপক্ষে যুক্তি দিলে যদিও শঙ্কৰদেৱে সকলো যুক্তি খণ্ডন কৰিলে। ব্ৰাহ্মণসকলে শঙ্কৰদেৱৰ ওচৰত হাৰ মানি ক'লে "মহাৰাজ আমি বেচি শাস্ত্ৰ নেজানো। বিদেশৰ পৰা পণ্ডিত আনিবলৈ অনুমতি দিলে শঙ্কৰ টিকিব নোৱাৰিব।" ৰজাই এটা দিন নিৰ্দ্দিষ্ট কৰি সেই দিনা ৰাজসভা বিসৰ্জ্জন দিলে। দেৱান চিলাৰায়ে গুৰুজনাৰ খবৰ সদায় লৈ আছিল।

ৰজাই কাশী, গযা, নৱদ্বীপ আদিৰ পৰা বিখ্যাত পণ্ডিতসকলক শঙ্কৰদেৱৰ লগত বাদ কৰিবৰ কাৰণে নিমন্ত্ৰণ জনালে। বিদেশৰ পণ্ডিতসকল আৰু অন্যান্য ব্ৰাহ্মণসকল আহি ৰাজসভাত উপস্থিত হ'ল। ইফালে ভুৱনেশ্বৰীৰ মহা চিন্তা "আজিহে গুৰুজনাৰ কি হয়।" ৰজাৰ চন্দন চ'ৰাত শঙ্কৰদেৱ আৰু পণ্ডিতসকলৰ

মাজত তৰ্ক আৰম্ভ হল। পণ্ডিতসকলে যুক্তি ডাঙি ধৰে গুৰুজনাই থিতাতে খণ্ডন কৰে। বহুত সময় তৰ্ক কৰি শঙ্কৰদেৱৰ যুক্তি তৰ্কত টিকিব নোৱাৰি ব্ৰাহ্মণ সকলে পৰাজয় স্বীকাৰ কৰিলে আৰু ৰজাত মেলানি মাগি নিজ নিজ দেশলৈ ঘূৰি গ'ল। অনন্ত কন্দলি, কণ্ঠভূষণে কলে "মহাৰাজ, শঙ্কৰদেৱৰ সকলো কথা সত্য, ইয়াত তিলমানো ভুল নাই।" ৰজাই ক'লে "মই সকলো কথা বুজি পাইছো তথাপি ব্ৰাহ্মণসকলে কি ক'ব পাৰে তাৰেহে পৰীক্ষা চালো।" ৰজাই শঙ্কৰদেৱক ধন সোণ দি পুৰস্কৃত কৰিলে। যি সকল ব্ৰাহ্মণে শঙ্কৰদেৱৰ মত মানি ল'লে, তেওঁলোককো ৰজাই পুৰস্কাৰ দিলে। কিন্তু আন কিছুমান ব্ৰাহ্মণে আকৌ শঙ্কৰদেৱৰ লগত তৰ্ক কৰাৰ পুনৰ অনুমতি বিচৰাত ৰজাই ক'লে "তোমালোক দণ্ডৰহে যোগ্য, ব্ৰাহ্মণ বুলিহে তোমালোকক শাস্তি বিহা নাই।

ৰামচৰণ ঠাকুৰে লিখিছে -

মহাৰাজে দেখি মুদিলন্ত আখি
ব্ৰাহ্মণৰ কাৰ্য্য জানি।
বোলে ব্ৰাহ্মণক জানো তোমালোক
অতিশয় অগিয়ানী।।
শঙ্কৰক নিন্দা কৰিলা সৰ্ব্বথা
জানিলোহো মই তাক।
অনাচাৰী মাত্ৰ তোমা সব হোৱা
মিছা তোমা সব বাক।।

-------------

ব্ৰাহ্মণ নভৈলে দণ্ডৰেসে যোগ্য হোৱা।
এতিক্ষণে সভাৰ উঠিয়া সবেযোৱা।।

## গুণমালা ৰচনা ঃ-

তাৰ পিছত ৰজাই আকৌ ব্ৰাহ্মণ সকলক সমাদৰ জনাই ক'লে "ভাগৱত শাস্ত্ৰৰ সাৰ মৰ্ম্ম উদ্ধাৰ কৰি একে বহাতে শুনিব পৰাকৈ ৰচনা কৰিব লাগে। কোনে পাৰিবা ৰচনা কৰা।" ব্ৰাহ্মণ সকলে অক্ষমতা প্ৰকাশ কৰি কলে "মহাৰাজ, ভাগৱতৰ সৰমৰ্ম্ম উদ্ধাৰ কৰি একেবহাতে শুনিব পৰাকৈ সাৰাংশ লিখা "ভুৰুকাত হাতী

ভাৰোৱা কাম। ই কেতিয়াও সম্ভৱ হ'ব নোৱাৰে।" ৰজাই "পাৰিবনে শঙ্কৰে" বুলি সোধাত "আজ্ঞা পালে যিমান সোনকালে পাৰো যত্নকৰি চাম" বুলি শঙ্কৰদেৱে ক'লে। পিছদিনা সকলোকে নিমন্ত্ৰণ জনাই ৰজাই সভা বিসৰ্জ্জন দিলে। ইফালে ভুবনেশ্বৰী, সিংহ পুৰুষৰ জয়ৰ খবৰ পাই আনন্দত আত্মহাৰা হ'ল। শঙ্কৰদেৱে ৰাতিৰ ভিতৰতে ভাগৱতৰ সাৰাংশ লিখি, পুথিৰ নাম "গুণমালা" ৰাখি পিছ দিনা এটা ভুৰুকাত পুথি ভাগ ভৰাই আনি, প্ৰাতসতে ৰজাৰ আগত দিলে। ৰজাই দেখিলে ভৰুকাত এভাগ 'ভুজপত্ৰ' আছে। তাৰ পৰা অনাই এখন ঠগিত পুথি ভাগ ৰাখিলে। ব্ৰাহ্মণসকল অবাক হ'ল আৰু মুখ শেঁতা পৰিল। ৰজাই গুৰুজনাক পাঠ কৰিবলৈ দিয়াত পাঠ কৰি বিস্তৃত ব্যাখ্যা দি গ'ল। ভাগৱতৰ সাৰ কৃষ্ণ কথা ৰস পান কৰি ৰজা নৰনাৰায়ণে পৰম সন্তোষ পালে।"

গুৰুজনাই ছমাহ কাল চিলাৰায়ৰ ফুলবাৰীৰ পৰা ৰাজসভালৈ অহা যোৱা কৰি আছিল আৰু সেই সময়ছোৱাত ৰজাই গুৰুজনাৰ মুখৰ পৰা ভাগৱতৰ ব্যাখ্যা শুনিছিল।

বেজবৰুৱাৰ মতে "গুৰুজনাই বেহাৰত ৰাতিৰ ভিতৰত গুণমালাৰ প্ৰথম আধ্যাহে ৰচনা কৰিছিল, বাকী খিনি বৰদোৱাত ৰচনা কৰা। আৰু কৈছে গুৰুজনা গাংমৌত থকা কালত সতানন্দক শৰণ দিয়াৰ পিছত এই পুথিখনকে সতানন্দক দিছিল। এই কথা কেতিয়াও বিশ্বাসযোগ্য নহয় আৰু বেজবৰুৱাৰ বাহিৰে কোনো চৰিতপুথি বা কোনো গ্ৰন্থকাৰৰ গ্ৰন্থত পাবলৈ নাই -'গুণমালা' বেহাৰত সম্পূৰ্ণ ৰচিত।

## শান্তিপুৰীয়া কবিচন্দ্ৰ পণ্ডিত ঃ-

এই সময়তে নদিয়াৰ শান্তিপুৰৰ পৰা তিনিকুৰি তিনিজন শিষ্য লগত লৈ কবিচন্দ্ৰ নামে এজন পণ্ডিত দিগ্বিজয় ইচ্ছাৰে নৰ নাৰায়ণৰ ৰাজদৰবাৰ পালেহি। ৰজাই কলে "ব্ৰাহ্মণ পণ্ডিত নেলাগে, শঙ্কৰ নামে এজন শূদ্ৰ লস্কৰ আছে। কবিচন্দ্ৰই তেওঁক জিনিব পাৰিলেই, কবিচন্দ্ৰক পণ্ডিত বুলি জনা হ'ব।" চিলাৰায়ৰ চন্দন চ'ৰাত বহি ভাগৱতৰ নৱম স্কন্ধৰ পদ ভাঙনি কৰি থাকোতে কবিচন্দ্ৰৰ মুখ্য কেইজন মান শিষ্যই শঙ্কৰক লগ পাই "শূদ্ৰই ভাগৱত পঢ়িব নেপাই" বুলি কোৱাত তৰ্ক আৰম্ভ হ'ল। কিন্তু একোপধ্যে শঙ্কৰদেৱৰ লগত তৰ্কত টিকিব নোৱাৰি সেই ৰাতিয়েই কবি চন্দ্ৰ প্ৰমুখ্যে পণ্ডিতসকল পলাই গ'ল।

## কাকত কুটাৰ তাৎপৰ্য্য ঃ-

বেজবৰুৱাই লিখিছে কৰ্মকাণ্ডী ব্ৰাহ্মণ সকলে শঙ্কৰদেৱক বলেও নোৱাৰে, অথচ কূট কৌশলো নেৰে। ৰজা নৰনাৰায়ণে খং উঠি পাত্ৰক আদেশ দিলে- "তেওঁলোকৰ (ব্ৰাহ্মণ সকলৰ) শাস্ত্ৰবোৰ ফালি চিৰি তোৰোচা নৈত পেলাই দিব লাগে। সেইমতে পুথিবোৰ টুকুৰা টুকুৰকৈ কুটি তোৰোচা নৈত পেলাই দিয়াত তোৰোচাই সেই সুঁতি এৰি নতুন পথ ললে। মৰি সুঁতিটোক পিছত কাকত কুটা বোলা হয়।

## গুৰুজনাৰ ধৰ্ম্মপ্ৰতি ৰজাৰ শ্ৰদ্ধা নিবেদন -

## মধুপুৰ সত্ৰ ঃ-

চিলাৰায়ৰ ফুলবাৰীৰ পৰা গুৰুজনা নিতৌ ৰাজসভালৈ আহে। গুৰুজনাৰ যাতে, নামকীৰ্ত্তন, শাস্ত্ৰ চৰ্চ্চা, শাস্ত্ৰ প্ৰণয়ন, ধৰ্মপ্ৰচাৰ আদিকাৰ্য্যবোৰৰ সুচল-সুবিধা হয়, তাৰবাবে এখন সত্ৰৰ প্ৰয়োজনীয়তা ৰজাই অনুভৱ কৰিলে। ৰজা নৰনাৰায়ণে দেৱান চিলাৰায়ৰ লগত আলচ কৰি তোৰোচা নদীৰ দক্ষিণপাৰে ভেলাডোঙাত সত্ৰৰ স্থান নিৰ্ণয় কৰিলে। সত্ৰৰ অৰ্থে- পূবে ভেলা, দক্ষিণে মানচৈ, পশ্চিমে মোৱামাৰী, উত্তৰে তোৰোচা নদীৰ সীমালৈকে মাটি দি তাতে থকা সণ্ঢৰা কাজীৰ কলগছ কটাই নামঘৰ মণিকূট নিৰ্ম্মাণ কৰি, গুৰুৰ বাসগৃহ, ভকতৰ হাটীঘৰ সজাই দিলে। দেৱান চিলাৰায়ে এই সত্ৰখনিৰ নাম 'মধুপুৰ' ৰাখিলে।

ভোলাডোঙা ৰজাৰ নগৰৰ পৰা ডেৰ মাইল দূৰত অৱস্থিত। তোৰোচা নদীৰ দক্ষিণ পাৰৰ এই স্থানত এটা ডোবা আছিল এই ডোবাত পৰি ভেলাচৰায়ে মাছ ধৰি খাইছিল। সেইবাবেই এই ঠাইৰ নাম ভেলাডোঙা বা ভেলা বুলিছিল।

কথা চৰিত মতে গুৰুজনা দ্বিতীয় তীৰ্থ ভ্ৰমণলৈ যাওতে এই ভেলাডোঙাত এৰাতি আছিল। ইয়াৰ এজোপা পাৰলি গছৰ তলত বহি কৃষ্ণ কথাৰ ৰস পান কৰি থাকোতে সেই গছৰ খোৰোঙতে থকা মাখি মৌৰ ৰসো ভকতৰ মিলিল। ছোট আতাই (মাধৱদেৱ) বোলে "কিনো পুণ্য ভূমি খানি-হৰি কথা ৰস, মধুৰস গুৰুভকতৰ ধূলা পৈল।" গুৰুজনে বোলে "বঢ়াৰ পো, তোমাৰ আমাৰ পাছত আতে মধুপুৰ নামে এখানি সত্ৰ হব।"

## দ্বাদশ স্কন্ধ ভাগৱত ঃ-

গুৰুজনা ভেলাডোঙাত ডেৰ বছৰ থকা কালতে দ্বাদশ স্কন্ধ ভাগৱতৰ পদ ভাঙনি কৰে। দ্বাদশ স্কন্ধ ভাগৱত যে গুৰুজনাই বয়সৰ শেষ কালত ৰচনা কৰিছে নিঃসন্দেহ। এই কথাত একমত নোহোৱা দুই এজন পণ্ডিতো নথকা নহয়।

এই স্কন্ধত গুৰুজনাৰ বৃদ্ধ বয়সৰ চাপ পৰা দেখা যায়। এই স্কন্ধৰ ভণিতাৰ "মৰণ সঙ্কতে প্ৰভু নছাৰিবা মোক, মই পাতকীৰ কৰা গতি" আদি ভাব প্ৰকাশ পাইছে। মৰ্কণ্ডেয় মুনিৰ ভগৱানৰ মায়া দৰ্শন খণ্ডত গুৰুজনাই লিখিছে -

হে প্ৰাণ কৃষ্ণ প্ৰভু মই দুৰাচাৰ।
প্ৰাণিপাতে তোমাকেসে কৰো নমস্কাৰ।।
কতনো সহিবো বাপ মায়াৰ নিগ্ৰহ।
অদ্যাপিও পাপীত নোপজৈ অনুগ্ৰহ।।
তোমাৰ ৰূপক মনে হৃদয়ত ধৰি।
কানি কন্থা পিন্ধিয়া তোমাৰ নাম স্মৰি।।
ভ্ৰমো ভকতৰ সঙ্গে হুয়া ভিক্ষা হাৰী।
এতেকে কৰুণা মোক কৰিয়ো মুৰাৰি।।
নভৈল ভকতি নছাৰিবা মোক দয়া।
জড়া ৰোগে পীড়ে পৰৈ কেতিক্ষণে কায়া।।
কৰো কৃষ্ণ কাতৰ পূৰিয়ো মনকাম।
পলাউক পাতক ডাকি বোলা ৰাম ৰাম।।

## মহাপুৰুষ শঙ্কৰদেৱৰ ৰচিত গ্ৰন্থ সমূহ ঃ-

হৰিচন্দ্ৰ উপাখ্যান, ভক্তি প্ৰদীপ, কীৰ্ত্তন ঘোষা, ৰুক্মিণীহৰণ কাব্য। ভাগৱতৰ ১ম, ২য় স্কন্ধ, ৩য় স্কন্ধৰ অনাদি পাতন (বাকী খিনি গোপাল চৰণে ৰচনা কৰে) গোপাল চৰণে, শঙ্কৰদেৱৰ চৰণ মনতে স্মৰণ কৰিছে -

নমো নমো শঙ্কৰ চৰণ যুগল।
মঙ্গলৰো মঙ্গল পৰম সুমঙ্গল।।
সংসাৰী জীৱক কৃপা কৰিলা অপাৰ।

কৰিলন্ত যিটো হৰি ভকতি প্ৰচাৰ।।
তাহান চৰণ কৰি মনত স্মৰণ।
নিজ গুৰু চৰণক কৰিয়া বন্দন।।
বিৰচিলো তৃতীয় স্কন্ধৰ কথা সাৰ।
শুনা সভাসদ মই মহাদুৰাচাৰ।।

কোনো পণ্ডিতৰ মতে ৩য় স্কন্ধ সম্পূৰ্ণ শঙ্কৰদেৱে ৰচনা কৰে। ৪ৰ্থ স্কন্ধ, ৫ম স্কন্ধ শঙ্কৰদেৱৰ অনুগামী কবি সকলে ৰচনা কৰে।

৬ষ্ঠ স্কন্ধৰ - ১ম অধ্যায়ৰ পৰা ৫ম অধ্যায়লৈ শঙ্কৰদেৱে ৰচনা কৰে' (অজামিল উপাখ্যান আদি) ৬ষ্ঠ আধ্যায়ৰ পৰা ১৭ শ অধ্যায়লৈ চন্দ্ৰভাৰতীয়ে ৰচে। ১৮ শ অধ্যায় আৰু ১৯ শ অধ্যায় শঙ্কৰদেৱে ৰচনা কৰে।

৭ম স্কন্ধ কেশৱ চৰণে আৰু কবি ৰত্ন দ্বিজে ৰচনা কৰে। কোনো পণ্ডিতৰ মতে ৭ম স্কন্ধ শঙ্কৰদেৱে ৰচনা কৰে।

৮ম স্কন্ধ শঙ্কৰদেৱে ৰচনা কৰে। (অমৃত মন্থন বলিছলন এই স্কন্ধৰ ভিতৰুৱা)

৯ম স্কন্ধ - কেশৱ চৰণে ৰচনা কৰে।

ডঃ নেওগৰ মতে এই স্কন্ধ শঙ্কৰদেৱে ৰচনা কৰে।

১০স্কন্ধ - এই স্কন্ধত ৯০টি অধ্যায় আছে। ১ম অধ্যায়ৰ পৰা ৪৭ শ অধ্যায়লৈ আদ্য দশম বোলা হয়। এই খণ্ড শঙ্কৰদেৱে ৰচনা কৰে। ৪৮ শ অধ্যায়ৰ পৰা ৮১তম অধ্যায়লৈ মধ্য দশম বোলা হয়। এই খণ্ড অনন্ত কন্দলিয়ে ৰচনা কৰে। ৮২তম অধ্যায়ৰ পৰা ৯০ তমলৈ শেষ দশম বোলা হয়। ৮২ তম অধ্যায়ৰ পৰা ৮৫তম অধ্যায়লৈ শঙ্কৰদেৱে আৰু ৮৬ তম অধ্যায়ৰ পৰা ৯০ তম অধ্যায়লৈ অনন্ত কন্দলিয়ে ৰচনা কৰে।

১১ শ স্কন্ধ আৰু ১২ শ স্কন্ধ ভাগৱত শঙ্কৰদেৱে ৰচনা কৰে। গুণমালা, উত্তৰাকাণ্ড ৰামায়ণ, বাৰকুৰি বৰগীত, টোটয, চপয, শ্লোক ভটিমা, ভক্তি ৰত্নাকৰ (সংস্কৃত) নিমি নৱসিদ্ধ সংবাদ, শঙ্কৰদেৱে ৰচনা কৰে।

নাট - পত্নী প্ৰসাদ, ৰুক্মিণী হৰণ, কালিয দমন, কেলি গোপাল, পাৰিজাত হৰণ, ৰাম বিজয় বা সীতা সয়ম্বৰ। ইয়াৰ বাহিৰেও কংস বধ বা জন্ম যাত্ৰা আৰু চিহ্ন যাত্ৰা নাট শঙ্কৰদেৱে ৰচনা কৰে। এই দুখন নাটৰ ৰচনা বৰ্ত্তমান পাবলৈ নাই।

কুৰুক্ষেত্ৰ, অনাদি পাতন শঙ্কৰদেৱে ৰচনা কৰে।

শঙ্কৰদেৱে ভাগৱতৰ বাহিৰৰ অন্য শাস্ত্ৰৰ পৰা সাৰ সংগ্ৰহ কৰি ৰচনা কৰা গ্ৰন্থ -

হৰিচন্দ্ৰ উপাখ্যান - মাৰ্কণ্ডেয় পুৰাণ, ভক্তি প্ৰদীপ- গৰুড় পুৰাণৰ পৰা।

ৰুক্মিণী হৰণ কাব্য - হৰি বংশৰ পৰা, কীৰ্ত্তন ঘোষাৰ ওৰেষা বৰ্ণন-ব্ৰহ্ম পুৰাণৰ পৰা।

ইযাৰ বাহিৰেও গুৰুজনাৰ অনুপ্ৰেৰণাত অনন্ত কন্দলি, ৰাম সৰস্বতী, ৰত্নাকৰ কন্দলি প্ৰভৃতি বৈষ্ণৱ কবি সকলে আৰু গুৰুজনাৰ পৰবৰ্ত্তী কালত কলাপ চন্দ্ৰ, অনিৰুদ্ধ দেৱ, শ্ৰীহৰি দাস, গোপাল মিশ্ৰ, কবিৰত্ন, কেশব চৰণ আদি সুপ্ৰসিদ্ধ বৈষ্ণব কবি সকলে ভাগৱতৰ পদ অসমীয়া ভাঙনি কৰি লোক সমাজত হৰি ভক্তি ধৰ্ম প্ৰচাৰ কাৰ্য্যত অৰিহণা যোগায।

মহাপুৰুষ শঙ্কৰদেৱে কোনখন গ্ৰন্থ ক'ত ৰচনা কৰিছিল তাক সঠিক ভাবে নিৰ্ণয কৰা সহজ সাধ্য নহয। এই ক্ষেত্ৰত গুৰু চৰিত সমূহ বা অন্যান্য পণ্ডিত গ্ৰন্থকাৰ সকলৰ মাজতো কিছু কথাত অমিল দেখা যায। তথাপি ভুলৰ হাত সাৰিবলৈ অশেষ যত্ন কৰা হৈছে। তথাপিও ভুল থকাটো স্বাভাবিক।

কিবা ভুল পালে সদাশয লোকসকলে আঙুলিযাই দিলে নথৈ সন্তোষ পাম।

## পাটবাউসীত থকা গুৰুজনাৰ সাঁচিপতীয়া পুথিৰ বিবৰণ ঃ-

গুণমালা- দীঘ ৪১/২ ইঞ্চি প্ৰস্থ ২ ইঞ্চি (৩২ খিলা সাঁচিপাত আছে)

আদ্য দশম - দীঘ ১৭১/২ ইঞ্চি, প্ৰস্থ ৫১/২ ইঞ্চি (৯৭খিলা সাঁচিপাত আছে)

কীৰ্ত্তন ঘোষা - দীঘ ১৯ ইঞ্চি, প্ৰস্থ ৫ ইঞ্চি (৭২খিলা সাঁচিপাত আছে)

নিমি নৱ সিদ্ধ সংবাদ - দীঘ ১৩ ইঞ্চি, প্ৰস্থ ৪১/২ ইঞ্চি (১৬খিলা সাঁচিপাত )

পদ শিলাৰ বিবৰণ -

দীঘ - ১৯ ইঞ্চি, প্ৰস্থ ১৬ ইঞ্চিৰ শিল এচটাত থকা গুৰুজনাৰ পদ চিহ্নৰ ছাপ ঃ পদ যুগৰ দীঘ ১২ ইঞ্চি, প্ৰস্থ ৪ ইঞ্চি। গোৰোৱাৰ পিনে ৩ ইঞ্চি।

("পাটবাউসী শ্ৰীমন্ত শঙ্কৰদেৱ থানৰ চমু ইতিবৃত্ত" প্ৰহ্লাদ চন্দ্ৰ.দাসৰ পুথিৰ পৰা উদ্ধৃত।)

## ব্ৰাহ্মণসকলৰ নাম ধৰ্মৰ প্ৰতি শ্ৰেষ্ঠতা প্ৰদৰ্শন ঃ-

ৰজা নৰনাৰায়ণে শঙ্কৰদেৱৰ গুণ গৰিমা আগৰে পৰা লক্ষ্য কৰি আছিল। গুৰুজনাৰ ভকত নাৰায়ণ ঠাকুৰ, গোকুল চান্দক বান্ধি নি হেমা, পেমাৰ চকু অন্ধ হোৱা, দেশ বিদেশৰ পণ্ডিতসকলক শাস্ত্ৰীয় বাদত পৰাজয় কৰা, কবি চন্দ্ৰ বিপ্ৰই নিজক অজেয় পণ্ডিতৰ পৰিচয় দিগ্বিজয় কৰিবলৈ আহি শঙ্কৰদেৱৰ মহত্বৰ কথা জানি তেৰাৰ সন্মুখ নোহোৱাকৈয়ে ভয়তে পলাই যোৱা, একেৰাতিৰ ভিতৰতে ভাগৱত মহা শাস্ত্ৰৰ সাৰমৰ্ম্ম 'গুণমালা' পুথি ৰচনা কৰা আৰু গুৰুজনা ৰূপশ্ৰী দেখি শঙ্কৰদেৱ এজন অৱতাৰী পুৰুষ বুলি ৰজাৰ জ্ঞান উপজিল।

গুৰুজনাৰ মহত্ব আৰু ৰজাৰ সমাদৰ দেখি কুতাৰ্কিক ব্ৰাহ্মণসকলৰ হৃদযফাটি গ'ল। তেতিয়াও তেওঁলোকৰ গুৰুজনাৰ প্ৰতি সদভাব অন্তৰলৈ অহা নাছিল যদিও ৰজাৰ কোপদৃষ্টিত পৰাৰ ভয়ত গুৰুজনাৰ প্ৰতি নাম ধৰ্মৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই ৰজাৰ পৰা পুৰস্কাৰ লাভ কৰিছিল। তেওঁলোকে গুৰুজনাৰ প্ৰতি প্ৰশংসা মুখৰ হৈ ক'লে -

বুজিলোহো আমি যুগধৰ্ম অনুসাৰে।
যি ধৰ্মক প্ৰবৰ্ত্তাইছে শ্ৰীমন্ত শঙ্কৰে।।
এহি ধৰ্ম্মে তাৰিবন্ত লোক সমস্তক।
তাক নুবুজিয়া লোকে মৰে অনাহক।।

## গুৰুজনা পাটবাউসীলৈ প্ৰত্যাবৰ্ত্তন ঃ বৃন্দাবনীয়া বস্ত্ৰ

ৰামচৰণ ঠাকুৰৰ মতে ইয়াৰ পিছৰ পৰা ৰজা নৰনাৰায়ণে নিতৌ ৰাজসভাত গুৰুজনাৰ মুখে ভাগৱত শ্ৰৱণ কৰি, কৃষ্ণলীলাৰ অপূৰ্ব্ব কাহিনী শুনিছিল। কৃষ্ণ লীলা সমূহৰ স্বৰূপ দৰ্শন কৰিবলৈ ইচ্ছাকৰি ৰজা নৰনাৰায়ণে গুৰুজনাক কলে 'শঙ্কৰ, আপুনি কোৱামতে কৃষ্ণলীলাৰ ছবি এখন কাপোৰত আঁকি দেখুৱাব পাৰিবনে?" গুৰুৱে বোলে-"কাপোৰত আঁকি দেখুওৱা তেনেই সহজ কাম। মহাৰাজে যদি ইচ্ছা কৰে কাপোৰত বুই দেখুৱাব পাৰি। তাৰ বাবে ৰঙা, ক'লা, হালধীয়া, সেউজীয়া, নীলা, গৌৰ, শ্যাম বৰ্ণৰ সূতাৰ প্ৰয়োজন।"

কোনো চৰিতপুথি মতে চিলাৰায় দেৱানে গুৰুজনাৰ মুখে কৃষ্ণলীলা শুনি

মোহিত হৈ চিত্ৰত দেখিবৰ বাবে গুৰুক জনালে। চিলাৰায়ে দিয়া নাও নাৱৰীয়াৰে ন-দিনৰ মূৰত গুৰুজনা পাটবাউসী পালেহি। ধাৰণা হয় ৰজা নৰনাৰায়ণেহে কৃষ্ণলীলাৰ বস্ত্ৰ চাবলৈ ইচ্ছা কৰি নানা ৰঙৰ সূতা দি কাপোৰ ববলৈ গুৰুজনাক সুবিধা দিছিল আৰু ধন ৰত্ন দ্ৰব্য বস্তু লগত দি পাটবাউসীলৈ যাবলৈ অনুমতি দিছিল। ৰজাই শঙ্কৰদেৱক বিদায় দিয়াৰ সময়ত কলে "শঙ্কৰ, আপোনাক বৰপেটা মহলৰ শাসনৰ অধিকাৰী পাতিলো। প্ৰজাৰ দোষত দণ্ড দিব, গুণত সন্তোষ প্ৰকাশ কৰিব।" শঙ্কৰদেৱে ৰজাৰ ওচৰত বিদায়লৈ চিলাৰায় চ'ৰাত উপস্থিত হল আৰু দেৱানৰ ওচৰতো বিদায় লৈ ছদিনৰ মূৰত গুৰুজনা আহি পাটবাউসী পালেহি। গুৰুজনা আহি পাটবাউসী পাওতে আই কালিন্দী, মাধৱদেৱ, নাৰায়ণ ঠাকুৰ, গুৰুৰ পৰিয়াল, ভকত বান্ধৱ সকলোৰে অন্তৰ আনন্দেৰে পূৰ্ণ হল। পাটবাউসী পাই তাঁতীকুচিৰ সুদক্ষ তাঁতী গোপাল বৃদ্ধক কাপোৰ বোৱাব দায়িত্ব দি তেওঁৰ (গোপাল) দিহামতে ৰাম লাৰুৱা বুঢ়াৰ ডাঙৰ বাৰীত তাঁত বাতি কৰিলে। নিশা গুৰুজনে পট আঁকে, দিনত কাপোৰত তোলে। বস্ত্ৰত গোকুল, মথুৰা, দ্বাৰকা, বৃন্দাবন, গোবৰ্দ্ধন, যমুনা হ্ৰদ, গোপ-গোপী, ধেনু-বৎস, শিশু, কদম্ব গছ, পুতনা বধ, শকত ভঞ্জন, চক্ৰবাট বধ, জামালাৰ্জ্জুন উভলা, কৃষ্ণই মাটি খোৱা, কৃষ্ণক লৈ বসুদেৱ নন্দৰ গৃহলৈ যোৱা, বৃন্দাবনত গৰুচৰোৱা, কংসৰ বন্দীশালত কৃষ্ণৰ জন্মৰ পৰা কংসবধলৈকে সকলো লীলা কাপোৰত চিত্ৰিত কৰা হল। লগতে প্ৰত্যেক চিত্ৰৰ তলত আখৰ তুলি চিত্ৰসমূহ বুজাই লিখাও হল। কাপোৰৰ দীঘ এশ বিশ হাত, প্ৰস্থ ষাঠি হাত। কাপোৰৰ নাম দিলে 'বৃন্দাবনীয়া বস্ত্ৰ'।

বৃন্দাবনীয়া কাপোৰ বোৱা কাল সম্পৰ্কে চৰিত পুথি বা অন্যান্য গ্ৰন্থকাৰ সকলৰ ভিন্নমত দেখা যায়। কোনোৰ মতে তিনিমাহ, কোনোৰ মতে চাৰিমাহ, কোনোৰ মতে ছমাহ, কোনোৰ মতে এবছৰ কাল লাগিছিল। কিন্তু এইটো ঠিক যে গুৰুজনাই এবছৰৰ মূৰতহে ৰজাক কাপোৰ শোধাবলৈ গৈছিল।

বৃন্দাবন মথুৰাৰ যত মানে লীলা।
কৰিলন্ত পট তাত চিত্ৰক তুলিলা।।
কৃষ্ণজন্ম হন্তে কংস বধ মানে।
নাৰাখিলা বাকী একো তুলিলা সঘনে।।
দীঘে ছয় কুৰিহাত প্ৰস্থে কুৰি তিনি।
এহিমানে বস্ত্ৰ বুইলা আপুনি।।

# মাধৱদেৱ 'বঢ়াৰ পো' ঃ-

এদিন গুৰুজনা ৰাজকাৰ্য্যত আবদ্ধ থাকিব লগা হোৱাত বস্ত্ৰ বোওৱাৰ কাৰণে গুৰুৱে মাধৱক আদেশিলে। গুৰুৱে নিতৌ এবেগেত কাপোৰ বোৱাই। কিন্তু সেইদিনা "মাধৱে ব্ৰজমোহন লীলা-যোডশ আঙুল বুইলে। শঙ্কৰগুৰুক পাছে তাক নিবেদিলে।।" কাপোৰ বোৱাই আহি মাধৱে গুৰুক ক'লে -

এবেগেত চাৰি আঙুল আজি বুই আছো।

কোনোমতে বাপ মই বাক্যক পালিলো।।

(গুৰুচৰিত, ৰামচৰণ ঠাকুৰ)

গুৰুজনাই মাধৱৰ নৈপুণ্যতা দেখি প্ৰশংসা কৰিলে -

অধিক বোৱা দেখি প্ৰশংসা কৰিলে।

সেহি হেতু মাধৱক বঢাৰ পো বোলে।।

গুৰুৱে হাঁহি এটা মাৰি ক'লে - "বঢাৰ পো, তুমি বঢাবও পাৰা টুটাবও পাৰা। আমি হ'লে বঢাব হে পাৰো।"

মাধবদেৱক গুৰুজনাই "বঢাৰপো" নাম কেতিয়া, কিয দিলে এই প্ৰসঙ্গলৈ চৰিতপুথি বা অন্য গ্ৰন্থকাৰ সকলৰ মাজত মতভেদ দেখা যায। লক্ষ্যও একে নহয। কোনোৰ মতে শৰণৰ পিছৰ পৰাই প্ৰাণ মাধবক গুৰুজনাই বুকুত বান্ধি ল'লে। মাধব গুৰুজনাৰ হল মাধৱ বান্ধৱ 'বঢাৰ পো'। কোনোৰ মতে গুৰুজনাই নিজে বিবাহ বিষযত লিপ্ত থাকি খেদ প্ৰকাশ কৰিছে 'মাধৱক আগতে লগ পোবা হ'লে আমি বিবাহ নকৰিলোহেঁতেন।" মাধৱ পুৰুষে উদাসীন জীৱন যাপন কৰি ভক্তি দৃঢতাত গুৰুজনাতকৈ শ্ৰেষ্ঠ হোৱা মানি মাধবক অপৰ নাম 'বঢাৰ পে' দিলে। মাধৱ পুৰুষে সংসাৰৰ ভোগ বিলাস, ঐশ্বয্য বিভূতি ত্যাগ কৰি গুৰুসেৱাকে জীৱনৰ মূল বুলি লোৱা আদৰ্শ জগতত বিৰল। আকৌ গুৰুজনাই বিবাহ সংসাৰ কৰিও একে ধাৰে ধৰ্মগুৰু, কবি, সাহিত্যিক, সাংস্কৃতিবান, গাযক, বাযক, নৃত্যকাৰ, নাট্যকাৰ, সমাজ সংস্কাৰক আদি গুণ আহৰণ কৰাৰ উপৰিও সাগৰ সদৃশ শাস্ত্ৰ মন্থন কৰি জীৱৰ তৰণৰ হেতু শাস্ত্ৰ সমূহ ৰচি ধৰ্মৰ পথ দিযা কাৰ্য্য এজন বৈবাহিক সাংসাৰিকৰ বাবে অসম্ভৱ কাৰ্য্য। কিন্তু গুৰুজনাই সম্ভৱ কৰি দেখুৱালে। এনে বহুমুখী প্ৰতিভাবান ধৰ্মগুৰু মহাপুৰুষ শঙ্কৰদেৱৰ বাহিৰে জগতত দ্বিতীয জন ধৰ্মগুৰু নাই। যেনেকৈ

ভগৱান শ্ৰীকৃষ্ণই অষ্ট মহিষী বিবাহ কৰি সাংসাৰিক সকললৈ এটা পথ হে দেখুৱালে। কৃষ্ণদেৱ সাংসাৰিক নহয়, তেনেকৈ ঈশ্বৰ অংশে জাত শ্ৰীমন্ত শঙ্কৰদেৱে বিবাহ সংসাৰ কৰি জগতক এটা আদৰ্শহে দেখুৱালে। শঙ্কৰদেৱ ঈশ্বৰ অংশেজাত, অৱতাৰী পুৰুষ, ইয়াত কাৰো দ্বিমত নাই। উদাসীনতাৰ ভিত্তিত শ্ৰেষ্ঠত্ব মানি গুৰুজনাই মাধৱক 'বঢ়াৰ পো' নাম প্ৰদান কৰা নাই যেন লাগে।

গীতাৰ তৃতীয় অধ্যায় কৰ্ম্মযোগত কৈছে -

জ্যায়সী চেৎ কৰ্ম্মণস্তে মতা বুদ্ধি জনাৰ্দ্দন।
তৎ কিং কৰ্ম্মণি ঘোৰে মাং নিয়োজিয়সি কেশৱ।।
ব্যামিশ্ৰেণেৱ ৱাক্যেন বুদ্ধিং মোহয়সীৱমে।
তদেকংৱদ নিশ্চিত্য যেন শ্ৰেয়োহহমাপ্নুয়াম্।।

কৃষ্ণই অৰ্জ্জুনক উপদেশ দিছে -

জ্ঞান ভক্তি ভৈলে যেবে কিছু কৰ্ম্ম নাই।
তথাপি কৰয় কৰ্ম্ম লোক প্ৰবৰ্ত্তাই।।
শ্ৰেষ্ঠজনে যদি কৰ্ম্ম কৰে শাস্ত্ৰপথে।
অল্পজনে তাক দেখি কৰে সেই মতে।।
ত্ৰৈলোকত মোহোৰ কৰ্ম্ম আছে কোন।
তভোলোক প্ৰবৰ্ত্তাই কৰ্ম্মকৰো পুন।।
জগত ঈশ্বৰ মই আৰু লক্ষ্মী পতি।
ইহাৰ অধিক কিবা হৈবেক সম্প্ৰতি।।
যদি হেলা কৰি কৰ্ম্ম এৰো স্বৰূপত।
কৰ্ম্ম এৰি লোকে ধৰিবেক মোৰ মত।।
জগতৰ মাজে যদি কৰ্ম্ম শ্ৰেষ্ঠ হয়।
দৈৱকী নন্দনে তাক কেনে নকৰয়।।
কৰ্ম্ম লুপ্তে নষ্ট কৰ্ম্মী পাপী হৈব নৰ।
মই নাশ কৰ্ত্তা ভৈলো সমস্ত লোকৰ।। (গীতা)

## চান্দসাৰ শৰণ ঃ-

চান্দসা আছিল এজন মুছলমান দৰ্জ্জী। প্ৰথমে তেওঁ বৰ উদণ্ড প্ৰকৃতিৰ আছিল। তেওঁ গুৰুজনাৰ ভকতক দেখিলে ইতিকিং কৰিছিল, দলি ফৰ্মুটি মাৰি অত্যাচাৰ কৰিছিল। এদিন চান্দসা গুৰুৰ গৃহৰ ওচৰেদি যাওতে গুৰুজনাই গাধুই থকা অৱস্থাত গুৰুৰ চাৰিখন হাত দেখা পাই চান্দসায়ে লুকাই ৰ লাগি চাই গাৰ নোম শিয়ঁৰী গ'ল। পিছদিনা চান্দসায়ে চাৰিখন হাতৰ এটা চোলা চিলাই, গুৱাপাণ-শৰাইৰ লগতে চোলাটোও শৰাইত লৈ প্ৰাতঃসতে পাটবাউসীলৈ আহি গুৰুৰ গৃহ পালেহি। গুৰুজনাৰ আগত শৰাইভাগ আগবঢ়াই চান্দসায়ে প্ৰণাম জনালে। চাৰি হতীয়া চোলা কিয় চিলোৱা হ'ল বুলি গুৰুৱে সোধাত অন্য একো নকৈ চান্দসায়ে কেৱল শৰণহে প্ৰাৰ্থনা কৰিলে। চান্দসাক গুৰুৱে শৰণ কৰালে।

চান্দসা আগশাৰীৰ ভকত আছিল। তেওঁ নিতৌ পাটবাউসীলৈ আহি গুৰুজনাৰ নাম কীৰ্ত্তনত অংশ গ্ৰহণ কৰিছিল। গুৰুৰ গৃহৰ হালৰ বলদৰ প্ৰতি পালন আৰু কৃষিৰ কাৰ্য্যতো চান্দসায়ে চকু ৰাখিছিল।

ৰামচৰণ ঠাকুৰৰ গুৰুচৰিত মতে গুৰুজনা যেতিয়া বৃন্দাবনীয়া কাপোৰ বোৱাবলৈ আহি পাটবাউসীত আছিল, তেতিয়াই চান্দসা, শিৱানন্দ, গোপাল, হৰিদাসক গুৰুজনাই শৰণ কৰাইছিল। কিন্তু কোনোৰ মতে চান্দসাক গুৰুৱে বেহাৰতহে শৰণ দিছিল। ৰামচৰণে লিখা মতে চান্দসা কামৰূপৰহে লোক যেন অনুমান হয়। গভীৰ গুৰু ভক্তিপূৰ্ণ চান্দসায়ে তান্ত্ৰিক ব্ৰাহ্মণক যুক্তিতৰ্কত এবছৰৰ ভিতৰতে ঘটুৱাব পৰা হ'ল। চান্দসাৰ নামে দুই এটা ভকতীয়া গীত আমাৰ দেশত প্ৰচলিত আছে।

## শিলাগ্ৰামৰ ব্ৰাহ্মণ পণ্ডিতৰ শঙ্কৰদেৱক সাক্ষাত ঃ-

শিলাগ্ৰামৰ চাৰিজন ব্ৰাহ্মণ পণ্ডিত আহি গুৰুজনাক সাক্ষাৎ কৰি ধৰ্ম আলোচনাত বহিল। ব্ৰাহ্মণসকলে গুৰুজনাক ছল কৰি ক'লে "পৰম ব্ৰহ্মাৰ আকাৰ নাই, ৰূপ গুণ নাই।" গুৰুজনাই ক'লে "পৰম ব্ৰহ্ম নিৰাকাৰেই সত্য। কিন্তু জীৱ তাৰণৰ হেতু অৱতাৰ হয়, ৰূপ-গুণ প্ৰকাশ পায়।"

শঙ্কৰে বুলিলা নিৰাকাৰ সত্য হয়।
জীৱৰ তাৰণ হেতু আকাৰ লভয়।।

আকাৰ নহলে চিন্তিবাৰ হেতু নাই।
আকাৰ বিহীনে নাই তৰণ উপায়।।

ব্ৰাহ্মণসকলে আৰু আলোচনা নকৰি গুৰুৰ ওচৰত বিদায়লৈ গুছি গল।

## উজনিত ধৰ্ম প্ৰচাৰ ঃ-

উজনি অসমত ধৰ্ম প্ৰচাৰৰ দায়িত্ব দিছিল বংশী গোপাল, যদুমণিক। বৃন্দাবনীয়া কাপোৰ লৈ গুৰুজনা বেহাৰলৈ যাবলৈ সাজু হ'ল। এনেতে উজনিৰ ধুৱাহাটাৰ পৰা কেইজনমান ভকত আহি গুৰুজনাক জনালে "বাপ, উজনিত ধৰ্ম হ্ৰাস পাই আহিছে। এতেকে গুৰুজনা উজনিলৈ যাব লাগে।" গুৰুজনা নিজে যাবলৈ ইচ্ছা নকৰি মাধৱদেৱক পঠিয়াব খুজিছিল। কিন্তু নাৰায়ণ ঠাকুৰ আতাই মাধৱদেৱক নপঠাবলৈ অনুৰোধ কৰাত, গুৰুজনাই বংশীগোপাল আৰু যদুমণিক সকলো উপদেশ দি তেওঁলোক দুজনক ধৰ্ম প্ৰচাৰৰ কাৰণে গুৰুৱে উজনিলৈ পঠালে।

এদিন গুৰুজনাই নামৰ অন্তত সভা পাতি বহি ভকত সকলক কলে "আমি আৰু বঢ়াৰ পো কোনো ভিন্ন নাই। মন্দমতিয়েহে নেজানি ভিন্ন দেখে।" মাধৱক ক'লে বঢ়াৰ পো, আমাক লগা শাস্ত্ৰ গীত তুমি ৰচনা কৰা। তোমাক অধিকাৰ দিলো। আমি বেহাৰলৈ যাও। বাকী থকা পদ আমি কৰিম।

শুনিও মাধৱ তুমি জানিবা নিশ্চয়।
তোমাৰ আমাৰ এবে ভিন্নপৰ নাই।।
যত শাস্ত্ৰ গীত পদ আমাক লাগয়।
ৰচনা কৰাহা তুমি এৰিয়া সংশয়।।

এবছৰত বৃন্দাবনীয়া কাপোৰ তৈয়াৰ কৰি মাধৱদেৱক পাটবাউসী আৰু অন্যান্য দায়িত্ব দি বৃন্দাবনী কাপোৰ নাৱত তুলিলে। গুৰুৰ লগত পুত্ৰ ৰামানন্দ, নাৰায়ণ ঠাকুৰ আতা প্ৰমুখ্যে প্ৰিয় শিষ্যসকল ওলাল। ইফালে আই কালিন্দী, অন্যান্য ভকত বান্ধৱ সকলো এই বৃদ্ধ বয়সত গুৰুজনা বেহাৰলৈ ওলোৱা দেখি কান্দি কান্দি ব্যাকুল হল। গুৰুজনাই ভকত বান্ধৱৰ সৈতে হৰি ধ্বনি, নাম কীৰ্ত্তন কৰি গৈ চিলাৰায়ৰ ঘাটত নামিল। চিলাৰায়ে খবৰ পাই গুৰুজনাক ঘাটৰ পৰা আদৰি নিলেহি। চিলাৰায়ে, এশ পত্নীসমে গুৰুক সেৱা জনালে। গুৰুক দৰ্শন পাই দেৱানত কৈয়ো বেচি আনন্দ পটেশ্বৰী ভুবনেশ্বৰীৰ। কোনো চৰিত পুথিৰ মতে এই সময়তে চিলাৰায়ে

শত পত্নী সমে গুৰুত শৰণ ললে।

চিলাৰায়ে শঙ্কৰদেৱ অহা কথা দাদাকক জনোৱাত, ৰজা নৰনাৰায়ণে দূত পঠাই গুৰুজনাক ৰাজসভালৈ অনালে আৰু আদৰণি জনাই আসনত বহুৱালে।

## পুনৰ ৰাজসভাত শঙ্কৰদেৱ ঃ-

ৰাজসভাত গুৰুজনাই ৰজাক বৃন্দাবনীয়া কাপোৰ দেখুৱালে, ৰজা কাপোৰ দেখি আচৰিত হল। শঙ্কৰদেৱে প্ৰতিটো চিত্ৰ তন্ন তন্নকৈ বুজাই গল। ৰজা আৰু সভাসদে বিস্ময় মানিলে।

কাপোৰ দেখিয়া ৰজা হল বিমোহিত।
সভাসদ সবে দেখি হৈল আচৰিত।।
ক্ৰমে ক্ৰমে ৰজাৰ আগ্ৰহ চৰি গৈল।
এসলোকে এৰি মাত্ৰ ধৰ্মে মন হৈল।।

কাপোৰ চমজি দিয়াৰ লগে লগে বৰপেটা খণ্ডৰ ৰাজ্যভাৰো ৰজাক চমজি দি গুৰুৱে কলে "মহাৰাজ, ৰাজকাৰ্য্য চলোৱাত বাধা পাইছো।" শঙ্কৰদেৱৰ বাক্য ৰক্ষা কৰি বৰপেটা ৰাজ্য খণ্ডৰ ভাৰ ৰজাই চমজি ললে। সেইদিনা ৰজাই সভা বিসৰ্জ্জন দি গুৰুজনাক নিতৌ ৰাজ সভালৈ আহ্বান কৰিলে। গুৰুজনা ৰাজসভাৰ পৰা গৈ প্ৰথমে চিলাৰায়ৰ চ'ৰাত উপস্থিত হল। আলাপ আলোচনাৰ পিছত গুৰুজনা ভকত সকলৰ সৈতে ভেলাডোঙা (মধুপুৰ) লৈ গল। এই ভেলাডোঙাৰ পৰাই গুৰুজনা আগবেলা চিলাৰায় চ'ৰাত, পাচবেলা ৰাজসভালৈ যায়।

## ৰাম বিজয় নাট ঃ-

গুৰুজনা পাটবাউসীৰ পৰা গৈ প্ৰথম চিলাৰায়ৰ চ'ৰাত উপস্থিত হওতে বৃন্দাবনীয়া কাপোৰ দৰ্শন কৰি গুৰুজনাৰ পৰা ৰামায়ণৰ কাহিনীৰ ৰচনা এভাগ পোৱাৰ ইচ্ছা হল- চিলাৰায়ৰ।

গুৰুজনাৰ ৰামবিজয় নাটৰ কথা আগত উল্লেখ কৰি অহা হৈছে। এই নাটকখনি গুৰুজনাই অন্তিম কালত ৰচনা কৰে। কথা গুৰু চৰিত মতে গুৰুজনাই বৃন্দাবনীয়া কাপোৰ শোধাবলৈ যোৱাৰ সময়ত চিলাৰায়ে ৰামায়ণৰ নাট এখন ৰচনা কৰিবলৈ প্ৰাৰ্থনা জনালে। গুৰুজনাই একে নিশাৰ ভিতৰতে সূত্ৰ গীত ভটিমা কথা কৰি ৰামবিজয় বা সীতা সয়ম্বৰ নাট ৰচনা কৰি চিলাৰায় দেৱানক শুনালে। নাট

ৰচনাৰ পিছত বেহাৰত ডেৰমাহ মান আছিল। বেহাৰৰ পৰা পাটবাউসীলৈ আহি এমাহমান আছিল। বেহাৰৰ পৰা পাটবাউসীলৈ আহি এমাহ থাকি মাধৱদেৱক ধৰ্মৰাজ্যৰ দায়িত্ব অৰ্পণ কৰি পুনৰ বেৰাহলৈ গল আৰু নুঘূৰিল। 'ৰামবিজয়' নাট ৰচনা কৰি গুৰুজনাই হাতৰ কাপ কাঠি এৰে। 'ৰামবিজয়' নাটেই গুৰুজনাৰ শেষ ৰচনা।

ৰামানন্দ দ্বিজৰ চৰিতমতে শেষ বাৰ গুৰুজনা বেহাৰলৈ গৈ তাত দুমাহ মান থকাৰ পিছত চিলাৰায়ৰ অনুৰোধত ৰামৰ বিবাহ কথাৰে এই ৰামবিজয় বা সীতা সয়ম্বৰ নাট ৰচনা কৰে।

শুক্লধ্বজ নৃপতিক অঙ্কে নিবন্ধিলা।
অঙ্কত শ্লোকক কৰি অঙ্ক সমাপিলা।।

চিলাৰায়ৰ অনুৰোধত গুৰুজনাই নৰ্ত্তক সকলক শিকাই ভাওনা কৰালে। চিলাৰায়ে এশ পত্নীসমে গুৱাপাণ, টকা, সোণ, বস্ত্ৰ আগবঢ়াই গুৰুজনাক সেৱা জনালে। ৰাম বিজয় নাটৰ কল্যাণ আৰু মুক্তি মঙ্গল ভটিমাত শুক্লধ্বজ নৃপতিক প্ৰশংসা কৰিছে -

পৰম ৰসিক গুৰু  শ্ৰীশুকল ধ্বজ
ৰাজা নৃপতি প্ৰধান।
জযতু জযতু নিত্যঃ  ঈশ্বৰ কৃষ্ণক
কেলি লীলা ৰসজান।।

পুনৰ -  ৰামক পৰম ভকতি ৰস জানা
শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধানা।।
ৰামবিজয় যো কৰাৱল নাট।
মিলহু তাহেক বৈকুণ্ঠেক বাট।।

## অঙ্ক সমাপতিৰ শ্লোক ঃ-

শ্ৰীগোপাল পদ ছত্ৰচ্ছায়া লাল সমান সঃ।
শ্ৰীশুক্ৰধ্বজ নৃপশ্ৰেষ্ঠঃ কাৰয়ামাস নাটকম্।।
বিন্দুৰন্ধ্ৰ ৱেদচন্দ্ৰ শাকে শঙ্কৰ সংজ্ঞকঃ।

শ্ৰীৰামবিজয় নাম নাটকং বিদধেহধুনা।।

এই নাট ৰচনাৰ চাৰিমাহমানৰ পিছতে গুৰুজনাই বৈকুণ্ঠ প্ৰয়াণ কৰে। গুৰুজনা পাটবাউসীৰ পৰা শেষ বাৰ বেহাৰলৈ গৈ ৰজাৰ শৰণ ভিক্ষাৰ এমাহ মানৰ ভিতৰতে গুৰুজনাই নৰলীলা এৰে।

## ৰজা নৰনাৰায়ণৰ শৰণ ভিক্ষা ঃ-

গুৰুজনা নিতৌ ৰাজসভালৈ আহে। ৰজাৰ, কৃষ্ণলীলা শ্ৰৱণ কৰি হেঁপাহ বাঢ়ি গল। বৃন্দাবনীয়া কাপোৰ দৰ্শনৰ পিছৰ পৰাই আগতকৈ বেছিকৈ গুৰুজনাৰ গুণ মাহাত্ম্যত ৰজাৰ মন আকৰ্ষিত হ'ল। ৰজাৰ অন্তৰত শঙ্কৰদেৱ ঈশ্বৰ ৰূপে প্ৰতিষ্ঠিত হ'ল। গুৰুজনাৰ ধৰ্মগ্ৰহণ কৰিবলৈ ৰজাৰ মন উথলি উঠিল। শঙ্কৰদেৱে ৰাজসভাত কৃষ্ণলীলা ব্যাখ্যাকৰে ৰজাই শুনি বৰ সন্তোষ পায়। এই দৰে কিছুদিন যোৱাৰ পিছত এদিন ৰজাই কৃষ্ণত শৰণ কৰাব লাগে বুলি শঙ্কৰদেৱক মধুৰ ভাষাৰে অনুৰোধ কৰিলে।

একদিনা ৰজা শঙ্কৰক মাতি আনি।<br>
কোমল মধুৰ কৰি বুলিলন্ত বাণী।।<br>
কৃষ্ণত শৰণ তুমি কৰায়ো আমাক।<br>
নিশ্চয় কৰিয়া আমি বুলিলোঁ তোমাক।।

গুৰুজনা বিমোৰত পৰিল- ৰজাক শৰণ দিবলৈ কোনো শাস্ত্ৰই কোৱা নাই। প্ৰকাশ্যে ৰজাক কলে "মহাৰাজ! ৰজাই শৰণ লোৱা কোনো শাস্ত্ৰই নকয়। ৰজাই শৰণ গ্ৰহণ কৰিলে, কৃষ্ণ শৰণীয়া হলে, দেৱদেৱীৰ পূজা-যজ্ঞ সকলো বিসৰ্জ্জিন দিব লাগিব। দেৱদেৱীৰ পূজা সেৱা নকৰিলে তোমাক শাপিব। কৃষ্ণত একান্ত শৰণীয়া হলে, জগতখন হৰিময় দেখিব লাগে আৰু জীৱবধ কৰিলে নৰকত পৰিব। ৰজা মাত্ৰেই দেশৰক্ষাৰ বাবে যুঁজ-বাগৰ কৰিব লগা হয়। তুমি ৰাজনীতি ধৰ্মে থাকি প্ৰজা পালন কৰা। গতিকে তুমি এক কৃষ্ণত শৰণ লোৱা উচিত নহয়।"

হেন শুনি শঙ্কৰে বুলিলা মনে গুণি।<br>
ৰজাৰ শৰণ কোন শাস্ত্ৰে আছা শুনি।।<br>
ৰজা ভৈলে দেৱদেৱী পূজিবে লাগয়।<br>
প্ৰজাপালি ৰাজনীতি ধৰ্ম প্ৰবৰ্ত্তয়।।

কিসক অধৰ্ম্ম তুমি কৰিবাক খোজা।
দেৱদেৱী শাপ দিবে নকৰিলে পূজা।।
হেন জানি ৰাজা নকৰিবা ইটো কৰ্ম।
হৰি ভজি কিকৰিবা সিজিবে অধৰ্ম।।
একান্ত শৰণ যিটো লৱয় কৃষ্ণত।
হৰিময় দেখে যিটো সমস্ত জগত।।
শৰণ ভজন ভক্তি ব্ৰহ্মাণ্ডৰ বাজ।
হেন জানি ৰাজা তুমি এৰা ইটো কাজ।।
হৰিক ভজিয়া যিটো আন কৰ্ম্ম কৰে।
জানিবা নিশ্চয় সিটো নৰকত পৰে।।
হেনজানি তুমি মোৰ বচন ধৰিয়ো।
ৰাজনীতি ধৰ্মে থাকি প্ৰজাক পালিয়ো।। (ৰামচৰণ ঠাকুৰ)

গুৰুজনাই ৰজাক বহু প্ৰকাৰে বুজায়ো মনৰ পৰিবৰ্ত্তন আনিব নোৱাৰিলে। ৰজাই দৃঢ়তাৰে কলে -

দেৱ দেৱী সবাৰে এৰিলো মই আশ।
তোমাক মানিয়া গুৰু গাইবো কৃষ্ণ যশ।।
নিশ্চয় কৰিয়া মই হৰিক ভজিবো।
কদাচিতো আমি আন ধৰ্ম নকৰিবো।।

গুৰুজনাই উপায়হীন হৈ চিন্তা কৰিলে -

বোলে আৰ হাত এৰাইবে শক্তি নাই।
বুলিলন্ত তাঙ্ক পাছে আগ পাচ চাই।।

প্ৰকাশ্যে গুৰুজনাই ৰজাক কলে ঃ

গৃহক লাগিয়া আবে ৰাজা যাও আমি।
কৰাইবো শৰণ যদি পাও কৃষ্ণ বাণী।।

গুৰুজনাই ৰজাৰ ওচৰত বিদায় বিচৰাত ৰজায়ো আনন্দ মনে বিদায় দিলে। গুৰুজনাই ৰজাৰ পৰা বিদায় লৈ ভেলাডোঙাত এৰাতি থাকি, চিলাৰায় চ'ৰাত গৈ

তাতো সকলোৰে পৰা বিদায় লৈ আহি পাটবাউসী পালেহি। গুৰুজনাই মনত গুণিলে, ৰজাক শৰণ দিয়াতকৈ দেহত্যাগ কৰাই ভাল।

নৰনাট এৰিবাৰ মনে কৈলা সাৰ।

বোলে তেবে এৰাইবোহে হাতক তাহাৰ।।

গুৰুজনা যেতিয়া আহি পাটবাউসী পালেহি, আই কালিন্দী, মাধৱ, ঠাকুৰ আতা প্ৰমুখ্যে ভকত-আতৈ, বন্ধু-বান্ধৱ সকলোৰে অন্তৰ আনন্দেৰে পৰিপূৰ্ণ হ'ল।

## মাধৱদেৱৰ ওপৰত ধৰ্ম ৰাজ্যৰ ভাৰ অৰ্পণ ঃ-

গুৰুজনা পাটবাউসীত হৰি কীৰ্ত্তন কৰি থাকোতে, ভকতসকলে শাস্ত্ৰৰ নুবুজা কথাবোৰ সোধে গুৰুজনাই ভাঙি পাতি কয়। এইদৰে কিছুদিন যোৱাৰ পিছত গুৰুজনাই মাধৱদেৱক গণককুচিৰ পৰা মতাই আনিলে, চাৰিওদিশে থকা ভকত আতৈ, পৰিয়াল, বন্ধুবান্ধৱ সকলোকে মতাই আনি, বহল সমাজপাতি সকলোকে সম্বোধি গুৰুজনাই কলে —

আমি জগন্নাথৰ পৰা আহো। মাধৱক আচাৰ্য্য পাতিলো। আমি নাহোমানে মাধৱক পাবা। আমাকো সদায় কীৰ্ত্তন দশমৰ মাজত পাবা। মাধৱক সকলোৱে মান্য কৰিবা।" সকলোকে হৰি ধ্বনি কৰিবলৈ কৈ গুৰুজনাই মাধৱদেৱৰ মূৰত মালা দিলে। সকলো ভকতে হৰি ধ্বনি কৰিলে।

ৰামচৰণ ঠাকুৰে লিখিছে -

গণককুচিত দেৱ মাধৱ আছন্ত।
ভকত পঠাই তান্ক মতাই আনিলন্ত।।
উত্তৰ দক্ষিণে যত ভক্ত সব আছে।
সমস্তকে মতাই আনিলন্ত পাছে।।
আৰো গাঁৱে গাঁৱে দিলা সবাকে প্ৰবোধ।
আমি নাসোমানে নমিবাহা মাধৱক।।
জগন্নাথ ক্ষেত্ৰক কৰিয়া আসো যায়।
তোৰা সবে মোৰ বাক্য মানিবা সদায়।।
এহি বুলি মাধৱৰ মাথে মালা দিলা।

আচাৰ্য্য পাতিলোঁ বুলি সবাত কহিলা।।
কীৰ্ত্তন দশম পুথি থাকয় যথাত।
জানিবা নিশ্চয় মই থাকোহো তথাত।।

গুৰুজনাৰ বাণী শুনি ভকত সকলে নিশ্চয় কৰিলে গুৰুজনা আৰু উলটি নাহে। মাধৱদেৱ, নাৰায়ণ ঠাকুৰ আতা প্ৰমুখ্যে ভকতসকলৰ মাজত কান্দোনৰ ৰোল উঠিল।

হেন শুনি লোক সবে বিষাদ কৰয়।
বোলে জানিলোহো গুৰু উলটি নাসয়।।
এহি বুলি লোক সব কৃতাঞ্জলী কৰি।
মহা দুখে কান্দে চৰণত পৰি পৰি।

গুৰুজনাই শাস্ত্ৰ তত্ত্বেৰে সকলোকে প্ৰবোধ দি বিদায় দিলে। মাধৱদেৱৰ দুখে পাৰাপাৰ নাইকিয়া হ'ল।

অনন্তৰে ভকতক দিলন্ত বিদায়।
হেন দেখি মাধৱৰ মনে সুখ নাই।।

মাধৱদেৱে কান্দি কান্দি চকুপানীৰে গুৰুৰ চৰণ তিয়াই কলে -

নমস্কাৰ কৰি পাৱে নমিলন্ত যায়।
বোলে তুমি বিনে মোৰ আন বন্ধু নাই।।
মোক এৰি বৈকুণ্ঠ লোকক যাইবা তুমি।
নিশ্চয় কৰিয়া আক জানিলোহো আমি।।
শঙ্কৰে বোলন্ত তুমি নকৰিবা দুখ।
বস্ত্ৰে ধৰি মাধৱৰ মুচিলন্ত মুখ।।
গণক কুচিক লাগি দিলন্ত বিদায়।
ক্ষেত্ৰক যাইবোহো আমি তোমাক জনায়।।

প্ৰবোধ বাণীৰে মাধৱ দেৱকো গণক কুচিলৈ বিদায় দিলে। পাটবাউসীত এমাহ কাল কটাই গুৰুজনা যাবলৈ ওলাল। গুৰুজনা যোৱাৰ খবৰ শুনি ভকত বান্ধৱসকল গুৰু দৰ্শনৰ বাবে আকৌ আহিল-ক্ৰমে ক্ৰমে ভকতৰ ভিৰ বাঢ়ি গ'ল।

গুৰুজনাই ভকত সকলক উপদেশ দিলে-

সমস্তকে মাত বুলি প্ৰবোধ বোলন্ত।
মই যদি যাও তেবে মাধৱ আছন্ত।।
মাধৱৰ বাক্য তোৰা সকলে কৰিবা।
ভকত পীৰিতি ৰতি কদাপি নেৰিবা।।
ভকতিৰ আদি মূল ভকত পীৰিতি।
হৰি কথা শ্ৰৱণত কৰিবেক ৰতি।।
ভকত জনৰ কিন্তু ভকতেসে ধন।
হৰিগুণ নাম লাভ শ্ৰৱণ কীৰ্ত্তন।।
হেন জানি নাম কেসে নেৰিবা মুখত।
দঢ়াই কহিলন্ত গুৰু সবাৰে আগত।। (গুৰুচৰিত)

সেইদিনাও গুৰুজনাই ভকত সকলক সম্ভাষণ জনাই বিদায় দিলে। ভকতসকলে গুৰুজনাক সেৱা জনাই চকুলো টুকি বিদায় ললে।

কীৰ্ত্তনৰ প্ৰহ্লাদ চৰিতত গুৰুজনাই লিখিছে -

কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্ত ভূতত।।
হেন জানি প্ৰাণীক কৰিব সতকাৰ।
তেবেসে কৃষ্ণত ৰতি হৈবেক সবাৰ।।
সমস্ত ভূতত দেখিয়োক নাৰায়ণ।
আতপৰে আন ধৰ্ম সবে বিড়ম্বন।।

ভাগৱতত কৈছে -

কৃষ্ণৰ চৰিত্ৰ পৰম অমৃত
আতপৰ নাহি আন।
কোটি কোটি যজ্ঞ তপ জপ দান
সবেও নুহি সমান।।

## গুৰুজনাৰ বেহাৰলৈ শেষ যাত্ৰা ঃ-

গুৰুজনা এমাহ্‌কাল পাটবাউসীত থাকি ফাগুণ মাহৰ সাতদিন যোৱাত জ্যেষ্ঠ পুত্ৰ ৰামানন্দক লগত লৈ বেহাৰলৈ যাত্ৰা কৰিলে।" সাত দিন যান্তে পাছে ফাগুণ মাহৰ" লগত আৰু ভাতৃ ৰামৰায় (খুৰাৰ পুত্ৰ) প্ৰমুখ্যে কেইবাজনো ভকত গ'ল। যাওতে মাধৱৰ তাত সোমাই যোৱাৰ ইচ্ছাৰে গুৰুৱে বলোৰাম আতৈক পঠাই আগতে মাধৱক খবৰ দিয়ালে। এই বৃদ্ধ বয়সত ভ্ৰমণলৈ ওলোৱা দেখি আই কালিন্দীয়ে কান্দি কান্দি গুৰুজনাৰ চৰণত সেৱা জনালে। জ্যেষ্ঠা বোৱাৰী সিন্ধুমতী, কনিষ্ঠ পো-বোৱাৰী হৰিচৰণ-উৰ্ম্মিলাও কান্দি ব্যাকুল হ'ল, পাটবাউসীৰ ভকত বান্ধৱ সকলোৰে অশ্ৰুজলেৰে চকু চলছলীয়া হ'ল, পাটবাউসী যেন আউসী আন্ধাৰে চানি ধৰিলে।

## শঙ্কৰদেৱ গণককুচিত ঃ-

গুৰুজনা গৈ গণককুচিৰ মাধৱৰ গৃহত এৰাতি আছিল। গুৰুৱে মাধৱৰ হাতে অন্ন ভুঞ্জাৰ ইচ্ছা কৰি তেওঁক অন্ন সিদ্ধ কৰিবলৈ ক'লে। মাধৱে গুৰুক প্ৰাৰ্থনা কৰিলে, "হে গুৰু, তুমি ৰাম ৰাম গুৰু আদি মিত্ৰ ভক্তসকলৰ ঘৰতো অন্ন ভোজন কৰা নাই, আমি কেৱলীয়া উদাসীনৰ হাতে অন্ন ল'লে লোকে যেতিয়া নিন্দিব আমি বৰ দুখ পাম" "তুমি আমাক ভুঞ্জাব পাৰিবা।" বুলি ক'লে যদিও মাধৱে ক্ষমা বিচৰাত ৰামানন্দৰ হতুৱাই অন্ন সিদ্ধ কৰাই তিনিওজনে একে স্থানতে ভোজন কৰিলে। মাধৱে গুৰুৰ অৱশিষ্ট খুজি গ্ৰহণ কৰিলে আৰু গুৰুজনায়ো মাধৱৰ পাতৰ পৰা অন্ন লৈ খালে।

গুৰুজনাই মাধৱদেৱৰ লগত মুকলিকৈ বহু কথা হ'ল। "হৃদয় ভাণ্ডাৰ খুলি মাধৱক দিলা।" "দশম কীৰ্ত্তনত আমাক পাবা, ব্ৰাহ্মণৰ বাদে আমাৰ হৃদয় আঠ আঙুললৈকে ক'লা পেলাইছে, তুমি বৰ ঘৰ-বৰমেল নকৰিবা, কৰিলে দুখ পাবা, 'কীৰ্ত্তন-ঘোষা' শাস্ত্ৰ খনি গোটাই একঠাই কৰিবা, 'নামঘোষাত' দুলড়ী, লেছাৰি, ঝুমুৰী, ছবি, ঝুনা, ছন্দ দিবা, নমস্কাৰ, শৰণ ভজন, প্ৰশংসা, মহিমা, কাৰুণ্য এই সকল যোগ কৰিবা আৰু ঘোষাৰ শেষত ঈশ্বৰৰ নাম গুণ লগাবা" -

"শুনিয়ো মাধৱ মোৰ থাকিবাৰ থান।
দশম কীৰ্ত্তন মোৰ মূৰ্ত্তিৰ সমান।।
নিপুণে যিজনে গুৰু মোহোক বোলয়।

দশমত কীৰ্ত্তনত দেখিব নিশ্চয়।।
ঘোষা নামে পুথি খনি তুমিও কৰিবা।
ঘোষা ৰত্নাৱলী মাজে তুমিও থাকিবা।" (সন্তাৱলী)

গুৰুজনাৰ পৰা উপদেশ পোৱাৰ আশাৰে মাধৱে গুৰুক কলে -

তাত অনন্তৰে যেবে এহিমতে আছে।
হৰি ভকতিৰ কথা পুছিলন্ত পাছে।।
হেনশুনি গুৰু ধৰিলন্ত নিজ ৰূপ।
দেখিয়া মাধৱে পাছে আতি ভৈলা চুপ।।
শঙ্খ চক্ৰ গদা পদ্ম ধৰি চাৰি হাতে।
হেনৰূপ ধৰি ব্যক্ত ভৈলন্ত আগতে।।
চাৰি শৰণক পাছে কহিলা দঢ়াই।
থাকিলা মাধৱদেৱ মাথা চাপৰাই।।
আৰু সুধিলন্ত দশ নামৰ অন্বয়।
কহিলন্ত গুৰু পাছে তাহাৰ নিৰ্ণয়।।
সাতখন বৈকুণ্ঠৰ থান থিতি কৈলা।
আৰু দশ হাজাৰ ঈশ্বৰ দেখাই দিলা।।
কৈলা বৈকুণ্ঠক আৰু দশমে হাজাৰ।
যাৰ যিবা থান আৰু দেখাই দিলা তাৰ।।
ওঠৰ হাজাৰ শ্লোক ভগৱত চয়।
ওঠৰ হাজাৰ আৰু পুৰাণ আছয়।।
যুগে যুগে অৱতাৰি লীলা কৰিলন্ত।
ঈশ্বৰ কৃষ্ণৰ কোনে পাৱে আদি অন্ত।।
যেন ভূমি হাবি কাটি মুকলি কৰয়।
তেনে মতে বুজা ইটো শাস্ত্ৰতত্ত্ব চয়।। (গুৰুচৰিত ৰামচৰণ)

## বেহাৰৰ পথত গুৰুজনা ঃ-

নাৰায়ণ ঠাকুৰ আতাই যাত্ৰাৰ সকলো দিহা কৰিলে। গুৰুজনা মাধৱৰ গৃহৰ পৰা নাবৰ ঘাটলৈ যাওতে মাধৱ, ঠাকুৰ আতা আৰু অন্য ভক্তসকল গুৰুজনাৰ পিছে পিছে গ'ল। গুৰুজনাই মাধৱক ওচৰলৈ মাতি মাধৱৰ মূৰ শুঙি মূৰত হাত ফুৰাই, সকলো ভক্তকে আশীৰ্ব্বাদ দি গুৰুজনা নাৱত উঠিল। সকলো ভক্তই হাত জোৰ কৰি থাকোতেই গুৰুজনাৰ নাৱে ভাটীলৈ গমন কৰিলে। গুৰুজনাই নাৱত থিয় হৈ ৰিণি ৰিণি দেখালৈকে ভকতসকলক চাই গ'ল। ভকত সকলেও মণিব পৰালৈকে চাই থাকোতেই নৈৰ ভাজত গুৰুজনাক আৰু নেদেখা হৈ পৰিল। যোগীঘোপাৰ দুধনাথ কুমাৰ গিৰিৰ কাষেদি নাও গদাধৰ নৈত পৰিলগৈ। ভগামোৰ বিজয়পুৰত বৈ তোৰোচাই দি উজালে। কাকতকুটাত নাও ৰখাই তাৰ পিছদিনা শঙ্কৰদেৱ ৰাজাবাড়ীলৈ গ'ল। দেৱান আৰু কমলপ্ৰিয়াই (ভুৱনেশ্বৰী) গুৰুজনাক দৰশন পাই আনন্দৰ সীমা নোহোৱা হ'ল। অ'ত ত'ত বৈ যাওঁতে বেহাৰৰ পথত আঠ দহদিন লাগিছিল। "দিনা আঠ দশে পাইলা বেহাৰ নগৰ।" ভেলাডোঙাত যায় ৰহিলা শঙ্কৰ।।" কোনোৰ মতে ৬,৭ দিন লাগিছিল। পাটবাউসীৰ পৰা গুৰুজনা যি ফাগুনত বেহাৰলৈ গ'ল, সেয়ে গুৰুৰ শেষ ফাগুন।

## শঙ্কৰদেৱ আকৌ ৰাজ সভাত ঃ-

ভেলাডোঙাত দুদিন মান থাকি তাৰ পৰাই গুৰুজনাই ৰজা নৰনাৰায়ণক দেখা কৰিলে গৈ। গুৰুজনাৰ অপেক্ষাত বৈ থকা নৰনাৰায়ণে পাই বৰ সন্তোষ পালে। গুৰুজনা ভেলাডোঙাৰ (মধুপুৰ) পৰাই নিতৌ ৰাজসভালৈ গৈছিল। চাৰিদিন মানৰ পিছত ৰজাই গুৰুৰ ওচৰত শৰণ প্ৰাৰ্থনা কৰিলে। ইমান বুজায়ো ৰজাক সৈমান কৰাব নোৱাৰি গুৰুৰ চিন্তাৰ পাৰ নাই।

গুৰুজনাই ক'লে -"আমি জগন্নাথৰ পৰা আহো।" ৰজাৰ প্ৰাৰ্থনা, "দুই চাৰি দিন থাকি আমাক শৰণ কৰাই যাওক।"

নৃপতি বোলন্ত দিনা চাৰি থাকিয়োক।

কৃষ্ণত শৰণ আবে কৰি যোৱা মোক।।

দৃঢ়মনা ৰজাৰ হাত এৰাব নোৱাৰি গুৰু বিমোৰত পৰি ৰজাক কলে- "কাইলৈ কৃষ্ণবাণী শুনি দেখা যাব।" ৰজাই ধৈৰ্য্য ধৰাত সেইদিনা গুৰুজনা ভেলাডোঙা (মধুপুৰ) পালেহি।

গুৰুৰ উগুল থুগুল মন -

গৃহক গৈলন্ত গুৰু উঠি হেন শুনি।
উপায় নেপান্ত একো মনে গুণি গুণি।।
সিজিবেক মোত আবে অমোচন পাপ।
এহিবুলি অনেক কৰিলা মন তাপ।।
মই তাৰ হাত আবে কিমতে এৰাও।
নৰলোক এৰিয়া পৰলোকে যাও।
অনন্তখে আপোনাৰ থান পাইলা যায়।
উগুল থুগুল মন সুখ শান্তি নাই।
এহি বুলি তথাত ৰহিলা মহা মতি।
বৈকুণ্ঠে যাইবে মন ভৈলন্ত সম্প্ৰতি।।

## ভেলাডোঙাত (মধুপুৰ) অসুস্থ গুৰুজনা ও বৈকুণ্ঠ প্ৰয়াণ ঃ-

শোকে তাপে ৰাতিপুৱাল, মনৰ বেজাৰত গুৰু কেইদিনমান ৰাজসভালৈ যোৱা নাছিল। অণ্ডকোষৰ তলে, গুহ্য দ্বাৰৰ ওপৰে এটা ফোঁহোৰা উঠিল-বিষে ধাতু যায়। ৰামানন্দ দ্বিজৰ মতে দক্ষিণ হস্তত, দৈত্যাৰিৰ মতে কৰঙনৰ চুকত গাঙঠি, ৰামচৰণৰ মতে অণ্ডকোষৰ তলে, গুহ্যদ্বাৰৰ ওপৰে ফোঁহোৰাই দেখা দিলে। ভীষণ জ্বৰত অন্নপানী নাই, ৰাতি টোপনি নাই, শৰীৰ জৰ্জ্জৰিত। গুৰুজনা ৰাজসভালৈ নোযোৱা দেখি, গুৰুক নিবলৈ ৰজাই দূত, দুলীয়া পঠালে। দূতক দেখি গুৰুজনাই কলে "মই যাব নোৱাৰিম, ফোঁহোৰাৰ বিষত ভীষণ জ্বৰ, ৰজাক কোৱাগৈ।" ৰজাৰ দূত, দুলীয়া উভতি গল। এনে সময়তে গুৰুজনাৰ জ্যেষ্ঠপুত্ৰ ৰামানন্দই চৰণত পৰি কান্দি কান্দি কলে "হে গুৰু, আমি একো বিত নেপালোঁ।" "মাৰৰ হাততে সকলো ধন বিত আছে পাবি। ৰাজকুৱৰীয়ে দিয়া এশজোৰ কাপোৰ, আ-অলঙ্কাৰ সকলো মাৰৰ হাততে আছে।" ৰামানন্দই কলে "হে গুৰু! মই সেই বিত বিচৰা নাই, পৰলোকৰ বিতহে বিচাৰিছো।" গুৰুজনাই ক'লে "তোৰ কৃষ্ণৰ চৰণত ৰতি নহ'ল, আজিহে তোক পুত্ৰ বুলি জানি সন্তোষ পালো। মাধৱক মই সকলো হিয়া উবুৰিয়াই দিলো, শক্তি, ভক্তি, বল, পৰাক্ৰম সকলো দিলো, মোৰ হাতত আৰু বিত নাই, মাধৱক গুৰু মানি ধৰ্ম বস্তু খুজি লবি, ভকতসকলকো তাকে

কৰি, মাধৱক মই গুৰু ভাৰ দিছো।” ৰামানন্দৰ মনলৈ খেদ আহিল –

ক্ষীৰ সাগৰত আছিলন্ত শশধৰ।
মাছে বোলে ইয়ো লগৰে জলচৰ।।
সেহি মতে কৃষ্ণক পায়া যদুগণ।
মনে মানি লন্ত এন্তে জ্ঞাতি একজন।।

বিষে জ্বৰে তিনিদিনৰ অন্তত গুৰুজনাই “পাৱে পৰি হৰি কৰোহো কাতৰি” গীতটি গাই থকা অৱস্থাত বেহাৰ নগৰ পবিত্ৰ কৰি, ১৪৯০ শকত (১৫৬৮ খৃষ্টাব্দ) এঁকৈশ ভাদ, শুক্লা দ্বিতীয়া তিথিত, দিনৰ এক ডেৰ প্ৰহৰ বা দুপৰ চাৰি দণ্ড বেলা যোৱাত প্ৰায় ছকুৰি বছৰীয়া জীৱনৰ অন্তত, ভেলাডোঙাত (মধুপুৰত) গুৰুজনাই ইহলীলা সম্বৰণ কৰি বৈকুণ্ঠ প্ৰয়াণ কৰিলে।

ৰামচৰণ ঠাকুৰে গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণত লিখিছে -

আপুনি শঙ্কৰদেৱ জগতৰ পতি।
তাহাৰ বিয়োগে হেন মিলিলা সম্প্ৰতি।।
সামান্য জনৰ আবে কি কহিবো কথা।
কৃষ্ণৰ ৰামৰ মৃত্যু দেখিয়োক তথা।।
মনুষ্যৰ চেষ্টা দেখাই ভাণ্ডিলা লোকক।
কোনে বুজিবেক পাৰে কৃষ্ণৰ মায়াক।।
দৈৱকী নন্দন দেৱ পতিতৰ গতি।
তুমি বিনে তাৰন্তা নাহিকে যদুপতি।।
জীৱনে মৰণে মুখে নছাৰোক নাম।
গুৰুক হৃদয়ে ধৰি বোলা ৰাম ৰাম।।

ড°নেওগে লিখিছে “তেওঁৰ অপৰিসীম প্ৰতিভা, গভীৰ প্ৰাণ স্পন্দনে সাঁচ ঢালিথৈ গ'ল- কামৰূপ অসমীয়া জাতিৰ নতুন প্ৰাণ, নতুন সঙ্গীত, নতুন সাহিত্য, নতুন শিল্পকলা, নতুন ধৰ্ম, নতুন সমাজনীতি দি সংস্কৃতিৰ ভেটি প্ৰতিষ্ঠা কৰি।”

গুৰুজনাৰ মহা প্ৰয়াণৰ খবৰ পাই ৰজা-ৰাণী, চিলাৰায়, ভুৱনেশ্বৰী খালি ভৰিৰে গৈ গুৰুক সেৱা জনালে।

গুৰুজনাৰ দাহনৰ কাৰণে ৰজাই চন্দন কাঠ, ঘিউ, ধূপ-ধূনা পঠালে। তোৰোচা নদীৰ তীৰত কাকত কুটাত ৰামানন্দই মুখাগ্নি কৰাৰ পিছত গুৰুজনাৰ দেহ দাহন কাৰ্য্য সমাপন কৰা হ'ল। দাহনৰ সময়ত দেৱতাসকলে পুষ্পবৃষ্টি কৰা কাৰণে তোৰোচা নদীৰ নাম পুষ্প কান্তি হ'ল। দাহন কাৰ্য্যলৈ চিলাৰায় দেৱানো গৈছিল।

ৰজা নৰনাৰায়ণে গুৰুৰ বিয়োগত শোকত অধীৰ হৈ কৈছিল "মই বধভাগী হ'লো। মই দুৰ্ভগীয়াক শৰণ দিব লগা হোৱা হেতুকে গুৰুৱে দেহত্যাগ কৰিলে। এই মঙ্গলময় পুৰুষ আৰু কিছুকাল থকা হলে লোকসমূহৰ আৰু বহু লোকৰ কল্যাণ সাধিলেহেঁতেন।" সেইদিনা ৰজা, ৰাণী, ৰাজমাও, চিলাৰায় ভুবনেশ্বৰী (কমলপ্ৰিয়া) প্ৰমুখ্যে দেৱানৰ এশপত্নী উপবাসে থাকিল।



# ষষ্ঠ অধ্যায়

## পাটবাউসীত ৰামানন্দ, গুৰুৰ আদ্যশ্ৰাদ্ধ সমাপন ঃ-

ৰজা নৰনাৰায়ণে গুৰুৰ সকলো কাজ কৰ্ম্ম বেহাৰতে কৰিবলৈ কৈছিল যদিও ৰামানন্দই ইচ্ছা নকৰাত ৰজাই কাজৰ সকলো যা-যোগাৰ নাৱত ভৰোৱাই উজাই পঠালে। চিলাৰায়েও গাখীৰ, গুৰ, ঘিউ, মৌ, চাউল, তেল, নিমখ, একুৰি সোণৰ মোহৰ দুখন পানচৈত পঠালে। লগত গুৰুজনাৰ ভাতৃ (খুৰাৰ পুত্ৰ) ৰাম ৰায়ো আছিল।

ৰামানন্দ ন-দিন উজাই আহি মনথৈত সেমাই নাৰায়ণ ঠাকুৰ আতাক মাত লগালে। ৰামানন্দৰ মূৰত গামোছা দেখি ঠাকুৰ আতা কান্দি ব্যাকুল হল। ৰামানন্দৰ লগত ঠাকুৰ আতাও আহি গণককুচিত মাধৱক মাত লগালে। মাধৱদেৱে ৰামানন্দৰ অৱস্থা দেখি গুৰুপুত্ৰক সাবতি ধৰি গুৰুজনাৰ গুণ বৰ্ণাই কান্দি কান্দি অচেতন হল।

মাধৱে কান্দন্ত গুণ সুমৰি সুমৰি।
কাক চাই থাকিবো নগৈলো কিয় মৰি।।

তিনিও মিলি পাটবাউসী অভিমুখে নাও এৰি আহি থাকোতে মাধৱদেৱে এটি গীত ৰচি গাইছিল -

আলো মই কি কহবো দুখ।
পৰাণ নিগৰে না দেখিয়া চান্দ মুখ।।
প্ৰাণ নাথ নকৰা নকৰা বঞ্চিত।
তোমাৰ বিয়োগে আগি দহে মোৰ চিত।।" ইত্যাদি।

তিনিও আহি যেতিয়া আই কালিন্দীৰ গৃহত উপস্থিত হ'ল, ৰামানন্দৰ গাত কাপোৰ, মূৰত গামোছা দেখি আই কালিন্দী উকি এটা মাৰি মই কিয় জীয়াই আছো বুলি হিয়া ধুনি কান্দি কান্দি মাটিত ঢলি পৰিল। "মই আজিৰ পৰা কাক শুশ্ৰূষা কৰিম, কাক গা ধোৱা পানী, কাপোৰ দিম, কাৰ পাৱ মলচিম, কাৰ ভৰি ধুৱাম, কাৰ পদ জল মূৰত লম, কাক অন্ন ব্যঞ্জন ৰান্ধি দিম আদি কৈ আই কালিন্দীয়ে মাটিত বাগৰিবলৈ ধৰিলে আৰু শিৰৰ সেন্দুৰ মচি হাতৰ কাণৰ অলঙ্কাৰ খহাই পেলালে। জ্যেষ্ঠা বোৱাৰী সিন্ধুমতী, কনিষ্ঠ পুত্ৰ হৰিচৰণ আৰু তেওঁৰ পত্নী উৰ্ম্মিলা

কান্দি ব্যাকুল হ'ল। বন্ধু -বান্ধৱ, ভকত বৈষ্ণৱ সকলোৱে দুখত হিয়া ভাগি গ'ল। পাটবাউসীত শোকৰ ছাঁ পৰিল। পুত্ৰ ৰামানন্দ, মাধৱ, ঠাকুৰ আতাৰ সান্ত্বনাত আই কালিন্দীয়ে শোক পাতলালে।

আহি পোৱাৰ পিছদিনা সকলো যোগাৰ কৰি মাধৱে দহাৰ কাম সমাপন কৰিলে। এঘাৰ দিনৰ দিনা গুৰুজনাৰ আদ্য শ্ৰাদ্ধ সমাপন কৰিলে। সেইদিনা ভকত-বৈষ্ণৱ, বৃদ্ধ-বৃদ্ধা, পুৰুষ-তিৰোতা, ল'ৰা-ছোৱালীৰে পাটবাউসী লোকে লোকাৰণ্য হ'ল। সকলোৱে নিজৰ কল্যাণ কামনা কৰি কিবা নহয় কিবা হাতত লৈ আহি দিওতে শ্ৰাদ্ধ ভৰাল বয়-বস্তু টকা-পইচাৰে উপচি পৰিল, কোনো বস্তুৰেই কম নাছিল। কীৰ্ত্তন ঘৰত নাম কীৰ্ত্তন, খোল-তাল, কৰতাল, মৃদং, নেগেৰা, ডবা, শঙ্খ, বৰকাঁহৰ ধ্বনিৰে পাট বাউসীৰ আকাশ মুখৰিত হ'ল। কীৰ্ত্তন ঘৰৰ বাহিৰেও ভকত সকলে ঠায়ে ঠায়ে দল বান্ধি নাম কীৰ্ত্তন কৰিলে। কোনোজনে নামৰ প্ৰেমত আত্মহাৰাহৈ নৃত্য কৰিলে, কোনোজনৰ নামৰ প্ৰেমত ভক্তি অশ্ৰু বৈছিল ইত্যাদি। এই দৰেই নাম কীৰ্ত্তন প্ৰাতঃসৰ পৰা শেহ ৰাতিলৈকে যেন তেলৰ ধাৰহে বৈ আছিল। পাটবাউসী বৈকুণ্ঠত পৰিণত হ'ল। এইদৰেই গুৰুজনাৰ আদ্যশ্ৰাদ্ধ সমাপন কৰা হ'ল। মাধৱ পুৰুষে শ্ৰাদ্ধৰ সকলো কাৰ্য্য সমাধা কৰি গণককুচিলৈ গ'ল।

গুৰুজনাৰ আদ্য শ্ৰাদ্ধ সম্পৰ্কে চৰিত পুথি সমূহত ভিন্ন মত প্ৰকাশ কৰা দেখা যায়। দৈত্যাৰি ঠাকুৰে এঘাৰ দিনত আদ্য শ্ৰাদ্ধ পতা হৈছে বুলি লিখিছে। ৰামানন্দ দ্বিজই লিখিছে- হাতত কুশ পিন্ধি ৰাম ৰাম গুৰুৱে পৌৰোহিত্যত পিতৃ শঙ্কৰৰ কাজ কৰা দেখি শ্ৰাদ্ধ বিধিত আস্থা নথকা মাধৱদেৱ দুয়ো দিনতে উপস্থিত নাছিল। ৰামচৰণ ঠাকুৰৰ চৰিত পুথিত আছে -

ৰাম ৰামে বুলিলন্ত ঠাকুৰক চাই।
আঙুলৰ মাজে তুমি কুশ পিন্ধা যায়।

এইমতে বুজা যায় ৰাম ৰাম গুৰুৱে শঙ্কৰদেৱৰ আদ্যশ্ৰাদ্ধত পুৰোহিতৰ কাম কৰিছিল। ১৩৬৪ শকত (১৪৪২খৃষ্টাব্দ) জন্ম গ্ৰহণ কৰা ৰাম ৰাম গুৰু শঙ্কৰদেৱৰ প্ৰিয় শিষ্য আছিল। তেওঁ শঙ্কৰদেৱতকৈ সাত বছৰ ডাঙৰ। ৰাম ৰাম গুৰুৰ মৃত্যু হয় আঠসত্তৰ বছৰ বয়সত (১৪৪২ শক বা ১৫২০খৃষ্টাব্দ)। শঙ্কৰদেৱে ইহলীলা সম্বৰণ কৰে ১১৯ বছৰ বয়সত (১৪৯০শক বা ১৫৬৮খৃষ্টাব্দ)। ৰাম ৰাম গুৰুৱে শঙ্কৰদেৱৰ আদ্যশ্ৰাদ্ধ কৰিব লাগিলে তেওঁ ১২৬ বছৰ জীয়াই থাকিব লাগিব। ৰাম ৰাম গুৰু ১২৬ বছৰ জীয়াই থকাও অবান্তৰ, শঙ্কৰদেৱৰ আদ্য শ্ৰাদ্ধত পুৰোহিত কৰাও অবান্তৰ।

একেজন গুৰুৱে চৰিত লিখা, চৰিত পুথি সমূহৰ এখনৰ কথা আন খনৰ লগত কিছু কথাত মিল আছে যদিও কিছু কথাত অমিলো আছে। চৰিত পুথি সমূহত প্ৰকাশ কৰা সকলো কথা সঁচা নহয়। পুৰণি চৰিত পুথি সমূহত কিছু কালৰ পিছত প্ৰক্ষিপ্ত হোৱাও দেখা যায়।

ৰামচৰণ ঠাকুৰৰ গুৰু চৰিত সংগ্ৰাহক শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱাই মুখবন্ধত প্ৰকাশ কৰিছে -

"আমাৰ বহুত সাঁচিপতীয়া পুথিত বিশেষকৈ চৰিত পুথিবোৰত পৰবৰ্ত্তী কালত বহুতো প্ৰক্ষিপ্ত হৈছে। নগাঁৱৰ কৰচুং সত্ৰত থকা এখন ঠাকুৰ দেৱৰ চৰিতত কেইশাৰীমান পুৰণি পদ কাটি নতুন পদ লিখা দেখি প্ৰশ্নকৰাত অধিকাৰে ক'লে "অমুক সত্ৰৰ গোসায়ে পঢ়িবলৈ নিছিল,.তেখেতেই এই কাণ্ড কৰিছে।" ৰামচৰণ ঠাকুৰ বিৰচিত গুৰু চৰিত বা বৰচৰিতত অন্য চৰিত পুথিত পাবলৈ নোহোৱা বহুত কথা বিস্তৃত ভাবে পোৱা যায় যদিও ১ম ২য় খণ্ডতো দুই চাৰিটা পদ প্ৰক্ষিপ্ত থকা অনুমান হয়। ৬ষ্ঠ আৰু ৭ম খণ্ড, বিশেষকৈ শ্ৰীগুৰুৰ প্ৰয়াণৰ পিছত মাধৱদেৱ আৰু দামোদৰ দেৱৰ বিৰোধ কথা আছে। তাৰ বেছি ভাগেই প্ৰক্ষিপ্ত আধুনিক পদ। সুধী সকলে চেষ্টা কৰিলে চৰিত পুথিবোৰ চালি জাৰি উলিয়াব পাৰিব।"

অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ বৰভেটি বান্ধি লাইখুটা পোতোতা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আছিল ধৰ্মগুৰু, কবি, সাহিত্যিক, নাট্যকাৰ, সংগীতজ্ঞ, নৃত্যশিল্পী, সুগায়ক, সুবায়ক, সাংস্কৃতিক, চিত্ৰ শিল্পকলা বিশাৰদ, যুগ নায়ক, সমাজ সংস্কাৰক আদি বহুমুখী প্ৰতিভা সম্পন্ন মহাপুৰুষ। অসমীয়া জাতিৰ জীৱন দাতা, পূব ভাৰতৰ অসম ভূমিত দিপ্তীমান সূৰ্য্যৰ দৰে উদয় হৈ বিশ্ব ভাতৃত্ববোধ সমৃদ্ধ বৈষ্ণৱ ধৰ্মৰ মাধ্যমেৰে অসমীয়া জাতিক সাহিত্য সংস্কৃতিৰ ৰসত ডুবাই.সাম্য, মৈত্ৰী, ঐক্য, সম্প্ৰীতি, ভাতৃত্ববোধৰ এনাজৰীৰে গুৰুজনাই অসমবাসী অসমীয়া জাতিক বান্ধি ৰাখিব খুজিছিল। দুৰ্ভাগ্যৰ বিষয় গুৰুজনাৰ প্ৰকৃত আদৰ্শত অনুপ্ৰাণিত হব নোৱাৰা বাবে, আমি ভাই ভাই ঠাই ঠাই হলোঁ।

বৰ্ত্তমান অসমত গুৰুজনাৰ গণতান্ত্ৰিক ধৰ্মবিশ্বাসী 'শ্ৰীমন্ত শঙ্কৰদেৱ সংঘই' গুৰুজনাৰ 'এক শৰণ নাম ধৰ্ম' প্ৰচাৰৰ লগতে সাম্য মৈত্ৰী, সম্প্ৰীতি, ভাতৃত্ববোধৰ এক বলিষ্ঠ পদক্ষেপ আগ বঢ়াইছে। সংঘই অসমৰ পূব, পশ্চিম, উত্তৰ, দক্ষিণ চাৰিও দিশলৈ লক্ষ্য-ৰাখি, চালি জাৰি চাই ভবিষ্যৎ পদক্ষেপ আগবঢ়ালে কৃতকাৰ্য্য নিশ্চয় হ'ব।

আহক অসমবাসী জনগণ! আহক মোৰ চিৰ চেনেহী ভাষা জননীৰ পূজাৰীসকল! আমি সকলো ভেদাভেদ পৰিহাৰ কৰি, গুৰুজনাৰ আদৰ্শ শিৰোধাৰ্য্য কৰি, ইজনে সিজনক বুকুত সাৱতি, গুৰুজনাৰ লক্ষ্য 'ৰৰ অসম' গঢ়াৰ লগতে বিশ্ব বৰেণ্য অদ্বিতীয় মহাপুৰুষ "জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ'ক বিশ্ব দৰবাৰৰ আসনত প্ৰতিষ্ঠা কৰো আহক।

## গুৰুজনাৰ প্ৰতি ঃ-

মুকুট বিহীন সম্ৰাট সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে -

"গুৰু লাগে মই শিক্ষিত শিষ্য
জগতত জাননী দিলোঁ।
জগতৰ গুৰু শঙ্কৰ ঘৰতেই
অন্ধলাই নেদেখিলোঁ।"

"শঙ্কৰদেৱে অমূল্য গ্ৰন্থ ৰচনা কৰি অসমক ওখ খাপৰ ধৰ্ম দিলে, অতুল সাহিত্য দিলে, সাধু আচাৰ ব্যৱহাৰ দিলে, অসমীয়াক গীত দিলে, বাজানা দিলে, নাট দিলে, ভাওনা দিলে, মহৎ আদৰ্শ দিলে, মুঠতে অসমক সকলো পিনে ধনী কৰিলে। এইজন মহাপুৰুষে অসমক যি দিলে তাৰ ধাৰ অসমে কেতিয়াও সুজিব নোৱাৰে। এইজন মহাপুৰুষে অসমীয়াক যি দি গ'ল, তাৰ তুলনা পৃথিৱীৰ কোনো দেশত নাই।"

বিহগী কবি ৰঘুনাথ চৌধুৰীয়ে লিখিছে -

"জালিকটা যি কেডাল আছে পুষ্প হাৰ।
সেয়েহে মাথোন ভাষা কৰিছে পোহৰ।।

বনফুলৰ কবি যতীন্দ্ৰ নাথ দুৱৰাই লিখিছে -

কোন দূৰ অতীতৰ ধ্যান মগ্ন যোগী তুমি।
তব পুণ্য কিৰণেৰে কৰিলা পবিত্ৰ ভূমি।।
নীৰলে বজাই বাঁহী কোন কবি কাননত।
স্বৰ্গৰ বাতৰি আনি দিলা দেৱ মৰতত।।
বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম দিলা জ্ঞান।
দিলা ভাষা অসমক কৰিলা জীৱন দান।।

তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ।
গোটেই অসমভূমি বিস্তৃত জীৱন যাৰ।।"

সু-সাহিত্যিক বাগ্মীবৰ নীলমণি ফুকনে লিখিছে -

"শঙ্কৰদেৱৰ সাহিত্য বাদ দিলে অসমীয়া ভাষা, সাহিত্য শিল্পকলাহে নেলাগে অসমীয়া জাতিটোৰেই জঁকা ওলাই পৰিব।"

ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালাদেৱে লিখিছে -

আজিলৈকে অসমীয়াক অসমীয়া কৰি ৰাখি থৈ গৈছে কোনে? অসমীয়া জীৱনৰ মহা কলাগুৰু শিল্পীতো শিল্পী মহাপুৰুষ শঙ্কৰদেৱে।

কলাগুৰু বিষ্ণুপ্ৰসাদ্ ৰাভাই লিখিছে -

"কীৰ্ত্তন দশম নামঘোষা হওক আমাৰ শৌৰ্য্য।
নাট, নাম, বৰগীত হওক ৰণৰ তূৰ্য্য।
বল অসমীয়া আগবাঢ়ি যাও ব'ল।।

অধ্যাপক বাসুদেৱচৰণ আগ্ৰৱালে কৈছে -

"শঙ্কৰদেৱ আছিল এনে এক জ্যোতিষ্মান সূৰ্য্য, যি জনৰ মনৰ উত্তাপ লাগি অসম এপাহি সহস্ৰদল কমলৰ দৰে বিকশিত হৈ উঠিছিল।"

ড° উইলিয়াম লিয়নাৰ্ড স্মিথে লিখিছে - (ষ্টকহলস বিশ্ববিদ্যালয়, চুইডেন)

"বিশ্বৰ পণ্ডিত মণ্ডলিয়ে শঙ্কৰদেৱৰ বিচিত্ৰ ৰচনাৱলী অধ্যয়ণ কৰা উচিত। তাৰ বাবে তেৰাৰ সমগ্ৰ ৰচনাৰাজী ইংৰাজীলৈ অনুবাদ হোৱা বাঞ্ছনীয়। বিশ্বতহে নালাগে ভাৰতৰ ভিতৰতে এই গৰাকী মহান মনীষীৰ বিষয়ে এতিয়াও ভালদৰে প্ৰচাৰ হোৱা নাই।"

মহাত্মা গান্ধীয়ে কৈছে ঃ-

"যি ধৰ্মৰ অৱলম্বন কৰি মই ৰাজ্য কল্পনা কৰিছো; তাতোকৈ সুন্দৰ আৰ্হি শ্ৰীশঙ্কৰদেৱে অসমক দি গৈছে। মই কেৱল তাক অনুশীলনহে কৰিছো-মোৰ নতুনত্ব একো নাই।"

আচাৰ্য্য বিনোৱা ভাৱে কৈছে —

"মহাপুৰুষীয়া ধৰ্ম মহাপুৰুষীয়া সমাজ ব্যৱস্থা আৰু নাম ঘোষাৰ দৰে শাস্ত্ৰ

পৃথিৱীত বিৰল। পৃথিৱীৰ সাহিত্যত নৱৰসৰ সমাবেশ, কিন্তু শঙ্কৰ মাধৱৰ সাহিত্যত আৰু এটি ৰস আৱিষ্কৃত হ'ল -সেয়া হ'ল সেৱা ৰস।"

চৈয়দ আব্দুল মালিকে কৈছে -

"অসমীয়া জাতিয়ে বীৰ পূজা কৰিব নেজানে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অসমীয়া জাতিৰ গুৰুৰো গুৰু পৰম গুৰু। কিয়নো অসম ভূমিত যি সকললোকে নিজৰ মাতৃভূমি বুলি আৰু নিজকে অসমীয়া জাতি বুলি পৰিচয় দিয়ে আৰু দি আহিছে তেওঁলোক কি হিন্দু, কি মুছলমান, কি শিখ, কি জৈন, কি বৌদ্ধ, কি জনজাতি, কি অজনজাতি আৰু অসমত লাখ লাখ চাহ শ্ৰমিক আদি কৰি যিকোনো সম্প্ৰদায়ৰ লোকেই নহওক. কিয় তেওঁলোক কোনোবাই ভাষাত, কোনোবাই সাহিত্যত, কোনোবাই সংস্কৃতিত, কোনোবাই কৃষ্টি কলাত, কোনোবাই গীত নাট ভাওনাত, কোনোবাই ধৰ্মত তেৰাৰ গুণ গৰিমা আৰু ঐশ্বৰিক প্ৰতিভাত মুগ্ধ হৈ গুৰুজনাৰ মহত্ব স্বীকাৰ কৰি লৈছে।

মন কৰিব লগীয়া যে, বিশ্বৰ সৰ্ব্বশ্ৰেষ্ঠ মানৱ সমাজ আৰু ইতৰ প্ৰাণীৰ কল্যাণৰ অৰ্থে যিটো আহিলা আৰু গুৰুজনাই হাতে কামে কৰি আমাক দেখুৱাই দি গৈছে তাৰ তুলনাত আজি জগতত কোনো আঁচনি দেখা আৰু শুনা নাই।"

ড° লক্ষীনন্দন বৰাই কৈছে (প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা)-

"শঙ্কৰ মাধৱ দুজন প্ৰতিভাশালীলোক কেৱল অসমৰ গৌৰৱ নহয়, সমস্ত বিশ্বৰ গৌৰৱ।"

হে মহাপুৰুষ প্ৰণত পালক।
সদাবন্দো তোমাৰেসে পদ পঙ্কজক।।
সদায় চিন্তিবো যোগ্য এহিসে চৰণ।
ভকতৰ কৰে ইসে বাঞ্চিত পূৰণ।।
পাপ পৰাভৱক এহিসে কৰে ক্ষয়।
পৰম পবিত্ৰ ইসে তীৰ্থৰো আলয়।।

## মহাপুৰুষ মাধৱদেৱৰ ধৰ্ম্মাচাৰ্য্য ভাৱ গ্ৰহণ ঃ-

গুৰুজনাৰ আদ্য শ্ৰাদ্ধ যোৱাৰ পিছত আই কালিন্দীয়ে পুত্ৰ ৰামানন্দ ঠাকুৰৰ লগত আলোচনা কৰিলে - "ঘৰ খন উদং লাগি থাকে, মাধৱক আমাৰ গৃহলৈকে

অনা হওক।" ৰামানন্দইও মাতৃৰ পৰামৰ্শতে হয় ভৰদি গণককুচিলৈ গৈ মাতৃয়ে কোৱা কথা মাধৱক জনালেগৈ। ৰামানন্দই এতিয়াই যাব লাগে বুলি মাধৱক কাকুতি মিনতি কৰিলে আৰু কলে "পিতৃ অবিহনে আমি অনাথ হ'লো। পিতৃৰূপে তুমি আমাক পালিব লাগে। আমাৰ হৰি মন্দিৰ, শূন্যঘৰ, তোমাৰ দ্বাৰা পূৰণ হ'ব। মাতৃয়ে তোমাকহে ৰৰপুত্ৰ ভাবি থাকে, তোমাক পালে মাতৃৰো দুখ পাতলিব।" মাধৱে ক'লে "গুৰুজনাৰ অৰ্দ্ধ ভাগ আই মাতৃৰ কথা পালন কৰা উচিত, আমি কালিলৈ ভক্তসমে গৈ হৰি মন্দিৰৰ কাঞ্চি কাঠি চিকুনাম।" ৰামানন্দই মাধৱৰ পৰা বিদায় লৈ আহি মাতৃক সকলো কথা জনালেহি। মাধৱে ভকত সমে পাটবাউসীলৈ আহি আই মাতৃক সেৱা জনালেহি। ক'লে-"আই আমাক আজ্ঞা কৰিব, তযু আজ্ঞা পালন কৰি থাকিম।"

ৰামানন্দই হাজোৰ পৰা বেহাৰলৈকে ভকত সকলক নিমন্ত্ৰণ কৰি আহি মনথৈত সোমাই নাৰায়ণ ঠাকুৰ আতাক নিমন্ত্ৰণ জনালে। ৰামানন্দৰ অভিপ্ৰায় বুজি আতাই নথৈ সন্তোষ পালে। ভকত বান্ধৱ, জ্ঞাতি-কুটুম, ৰাইজৰ বহল সমাজত, ৰামানন্দই প্ৰয়াণৰ সময়ত পিতৃয়ে কৈ যোৱা কথা পুনৰ দোহাৰিলে। "আমি আৰু বঢ়াৰ পো' ৰ কোনো ভিন্ন নাই, তেওঁক গুৰু হৰি জ্ঞান কৰিব লাগে। আমাকো তেওঁৰ চৰণতে অৰ্পণ কৰি গৈছে।" কথা শুনি সকলোৱে গুৰুজনাৰ বাক্য মানি ললে, লগে লগে মাধৱদেৱেও সমাজক প্ৰণাম জনালে। আগতে কোনো ভকতৰ সংশয় আছিল যদিও সিয়ো দূৰ হল।

মাধৱদেৱে ধৰ্মাচাৰ্য্য হৈ নানা ঘাত প্ৰতিঘাত ৰ মাজেৰে ২৮বছৰ কাল গুৰু ধৰ্ম প্ৰচাৰ কৰে। মাধৱে ভাগিন ৰামচৰণ ঠাকুৰ, নাৰায়ণ ঠাকুৰ আতা প্ৰমুখ্যে বাৰজন ধৰ্মাচাৰ্য্যক গুৰুধৰ্ম প্ৰচাৰৰ দায়িত্ব দিছিল। কোনো পণ্ডিতৰ মতে বাৰজন ধৰ্মাচাৰ্য্যৰ কোনো এজনক দায়িত্ব দি থৈ যোৱা নাছিল। গণতান্ত্ৰিক ভাবে ধৰ্মৰ কাম চলিছিল। (সহায়ক গ্ৰন্থ - গুৰু চৰিত কথা, শঙ্কৰ মাধৱ চৰিত -দৈত্যাৰি ঠাকুৰ)

মাধৱদেৱ যেতিয়া বৰপেটাৰ পৰা ভেলাডোঙালৈ (মধুপুৰ) যায় তেতিয়া মাধৱদেৱে গণতান্ত্ৰিক পদ্ধতিৰে জ্ঞানী গুণী মথুৰা দাস আতাক বৰপেটা সত্ৰৰ সত্ৰাধিকাৰৰ দায়িত্ব অৰ্পণ কৰে। মথুৰা দাস আতায়ো মাধৱপুৰুষৰ আদৰ্শেৰে বৰপেটা সত্ৰৰ সত্ৰাধিকাৰজন গণতান্ত্ৰিক পদ্ধতিৰে পতাৰ নিয়ম কৰে। তেতিয়াৰ পৰা বৰ্ত্তমানলৈকে এই নিয়ম বৰপেটা সত্ৰত চলি আছে বুলি সাধুসন্তৰ মুখত শুনা যায়।

আই কালিন্দীৰ বাক্য সাৰোগত কৰি মাধৱদেৱ পাটবাউসীত কিছু দিন থাকোতে গণককুছিৰ সত্ৰ পৰিচালনাৰ দায়িত্ব নাৰায়ণ ঠাকুৰ আতা, শ্ৰীৰাম আতাক গটাই দি নিজেও লক্ষ্য ৰাখিছিল। গণককুছিত মাধৱদেৱ ১৭বছৰ ৬মাহ আছিল।

## বনগয়া গিৰীৰ ঈৰ্ষা ঃ-

গুৰুজনাৰ বৈকুণ্ঠীৰ পিছত শিৰোমণি ভূঞাৰ ক্ষমতা বনগয়া গিৰীয়ে পাইছিল। গুৰুজনাই মাধৱদেৱক ধৰ্মৰাজ্যৰ দায়িত্ব অৰ্পণ কৰাত বনগয়া গিৰীৰ অসহ্য হৈ প্ৰকাশ কৰিলে "দাদাই ধৰ্মাচাৰ্য্যৰ দায়িত্ব আমাক নিদিলে বা ৰামানন্দকো নিদি অকাৰ্য্য কৰিলে।" মাধৱদেৱ ধৰ্মাচাৰ্য্য হৈ পাটবাউসীত থাকি ধৰ্মকাৰ্যত ব্ৰতী হোৱাত বনগয়া গিৰীয়ে মাধৱদেৱৰ কুৎসা ৰতনা কৰিবলৈ ধৰিলে। বনগয়া গিৰীয়ে ভাবিছিল দাদায়েকৰ সা-সম্পতিৰ ৰক্ষণা বেক্ষণৰ দায়িত্ব তেওঁৰ ওপৰতে পৰিব। বনগয়াগিৰীৰ সকলো আশা যেতিয়া চুৰমাৰ হল, তেতিয়া মাধৱদেৱক গুৰুজনাৰ গৃহৰ পৰা উচ্ছেদ কৰাৰ উদ্দেশ্যে মাধৱদেৱকে প্ৰতিশোধৰ বলি হিচাবে লৈ প্ৰকাশ কৰিলে "বিধবাৰ গৃহত মাধৱৰ ইমান যাতায়ত কিয় ? কি আহ্লাদ আছে" এনে কথা কবলৈকো সাহস কৰিলে। এই কথা শুনি মাধৱদেৱৰ মূৰত যেন বজ্ৰপাত পৰিল। মাধৱদেৱে আই কালিন্দীৰ ওচৰত বিদায় বিচাৰিলে। আয়ে ক'লে "তুমি সুন্দৰী দিয়ালৈ যোৱা, সুন্দৰীহঁতেনো কি কৰিব পাৰে চাওঁ।" মাধৱদেৱে আই কালিন্দীক নমস্কাৰ জনাই সুন্দৰীদিয়ালৈ গল। এদিন কেইগৰাকীমান সুন্দৰীয়ে ধুনপেচ মাৰি আহি মাধৱদেৱৰ ওচৰত উপস্থিত হল। মাধৱদেৱে সেৱা জনাই কলে "আই মাতৃ সকল! পুত্ৰৰ ওচৰলৈ এনেকৈ আহিব নেপায়।" সেই দিনাৰ পৰা সুন্দৰীসকলে মাধৱদেৱক গুৰু ভক্তিৰে সেৱা জনাবলৈ ললে। সুন্দৰী দিয়াত বৰবিলৰ পশ্চিম কাষত মাধৱদেৱে সত্ৰ স্থাপন কৰিলে।

মাধৱদেৱে সুন্দৰীদিয়াৰ পৰা পাটবাউসী, গণককুচি সত্ৰৰ কাৰ্য্য পৰিচালনা কৰি আছিল; আই কালিন্দীৰ খবৰ বাতৰি লৈছিল, ভকত বৈষ্ণৱৰ দ্বাৰা আই কালিন্দীক খৰি, চাউল-পাতৰ যোগান ধৰি সকলো সেৱা-শুশ্ৰূষা কাৰ্য্য চলাই আছিল।

ইফালে দামোদৰ দেৱৰ মনত এটা ভাবে ঠাই পাইছিল। গুৰুজনা দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণলৈ যাওতে পাটবাউসীৰ নাম প্ৰসঙ্গ সত্ৰ পৰিচালনাৰ ভাৰ গুৰুজনাই দামোদৰক দি গৈছিল। গুৰু জনাৰ অবিহনে দামোদৰদেৱে ধৰ্মাচাৰ্য্যৰ ভাৰ পাব বুলি ভাবিছিল। গুৰুজনাই যেতিয়া ধৰ্মৰাজ্যৰ ভাৰ মাধৱদেৱৰ ওপৰতহে অৰ্পণ

কৰিলে, তেতিয়া দামোদৰদেৱে মৰ্মান্তিক আঘাত পালে আৰু তেতিয়াৰ পৰাই মাধৱদেৱৰ লগত দামোদৰৰ মত বিৰোধ আৰম্ভ হ'ল। দামোদৰদেৱ পাটবাউসীৰ মূল সত্ৰলৈ নাহি ব্ৰাহ্মণ সকলৰ প্ৰৰোচনাত সুকীয়াকৈ ধেনুখগুাজানৰ এটা মূৰত সত্ৰ পাতি নাম প্ৰসঙ্গ কৰিবলৈ আৰম্ভ কৰিলে। তেতিয়াৰ পৰা দামোদৰদেৱৰ ধৰ্মমতৰ ওপৰত ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱ পৰিল। দামোদৰ দেৱে সুবিধা বুজি গুৰু ধৰ্মৰ ভুল ব্যাখ্যা দি মানুহ বিলাকক নিজৰ ফলীয়া কৰিবলৈ ধৰিলে।

ইফালে বনগয়া গিৰীয়ে তেওঁৰে এজন প্ৰতিপত্তিশীল বন্ধু ধীৰাই চৌধুৰীক হাত কৰি, দামোদৰদেৱৰ শিষ্য কিছুমান গোটাই লৈ মাধৱদেৱৰ বিৰুদ্ধে অপ প্ৰচাৰ আৰম্ভ কৰিলে। বিৰুদ্ধবাদী ব্ৰাহ্মণসকলৰ কাৰ্য্য কালাপেও মাধৱদেৱক ধৰ্ম প্ৰচাৰত অসুবিধা দিলে। ইমানবোৰ অসুবিধাৰ মাজতো মাধৱদেৱে সুন্দৰী দিয়াত থাকি ধৰ্ম প্ৰচাৰ কাৰ্য্য চলাই আছিল। কোনো কোনোৰ মতে মাধৱদেৱ সুন্দৰীদিয়াত সাত বছৰ আছিল। এহেজাৰ ঘোষাৰে পূৰ্ণ মাধৱদেৱৰ “নাম-ঘোষা” অপূৰ্ব শাস্ত্ৰ ভাগ গণককুচিত আৰম্ভ কৰি বহু অংশ সুন্দৰীদিয়াত ৰচনা কৰাৰ পিছত ভেলাডোঙাত লিখি শেষ কৰে। এই সুন্দৰী দিয়াতে মাধৱদেৱে নৃসিংহ যাত্ৰা, কোটোৰা খেলোৱা নাট লিখে।

গুৰু জনাৰ বৃন্দাবনীয়া কাপোৰ বোৱা মুখ্য বৃদ্ধ গোপাল তাঁতীয়ে কেইজনমান ভকতসহ আহি মাধৱদেৱৰ ওচৰত শৰণ বিচাৰিলে। তেওঁলোক চৈতন্য পন্থীলোক আছিল বাবে মাধৱদেৱে শৰণ দিবলৈ ইচ্ছা কৰা নাছিল। গোপাল তাঁতীয়ে ক'লে “আমি চৈতন্য পন্থ ত্যাগ কৰিছো, চৈতন্যৰ যোল্ল নাম এৰি চাৰি নাম ল'বলৈ ইচ্ছা কৰিছো। যোল্ল নামত কৃষ্ণৰ প্ৰতি প্ৰেম ওপজে, কিন্তু চাৰি নামত প্ৰেম ভক্তি দুয়োটা হয়, আমাক শৰণ দিয়ক প্ৰভু।” মাধৱদেৱে বহুত পৰীক্ষা নিৰীক্ষা কৰি কেৱল গোপাল তাঁতীকহে শৰণ দিলে। এই সুন্দৰীদিয়াতে জয় হৰি নামে এজন যৱনকো শৰণ দিছিল।

গোপাল তাঁতীৰ লগত অহা যি সকল লোকে শৰণ নেপালে, তেওঁলোকে মাধৱদেৱৰ ভকতৰ ওপৰত সুবিধা বুজি অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিলে। ভকতৰ দুখত মাধৱদেৱে সুন্দৰীদিয়াত থাকিও শান্তি নেপালে। মাধৱদেৱৰ দুখ দেখি মাধৱ গুৰুৰ অনুমতি ক্ৰমে, গোপাল তাঁতী, নাৰায়ণ ঠাকুৰ আতা, শ্ৰীৰাম আতাই মাধৱ গুৰুক বৰপেটালৈ (তাঁতীকুছি) নিয়াৰ সিদ্ধান্ত কৰিলে। মাধৱদেৱ বৰপেটালৈ গ'ল। প্ৰথমে শ্ৰীৰাম আতাৰ এখন বহা ঘৰত নাম কীৰ্ত্তন কৰি কিছুকাল আছিল। তাৰ

পিছত ৰাম লাৰুৱাই মাটি দিযাত সেই ঠাইতে বাঁহ খেৰ কাটি নতুনকৈ কীৰ্ত্তন ঘৰ মণিকুট সজা হ'ল। এই কাৰ্য্যত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল একনিষ্ঠ সেৱক গোপাল তাঁতীয়ে। এয়ে মাধৱদেৱৰ বৰপেটা সত্ৰ। এই ঠাইতে শঙ্কৰ গুৰুৱে গোপাল তাঁতীৰ হতুৱাই ছকুৰি হাত দীঘল, তিনিকুৰি হাত বহল বৃন্দাবনীয়া কাপোৰ বোৱাইছিল। মাধৱদেৱে নিজ হাতে বন্তি প্ৰজ্বলন কৰি বৰপেটাৰ কীৰ্ত্তনঘৰ প্ৰতিষ্ঠা কৰে।

## বৰপেটা সত্ৰঃ-

বৰপেটা কীৰ্ত্তন ঘৰ প্ৰতিষ্ঠা কৰি মাধৱদেৱে প্ৰথমে কোটোৰা খেলোৱা ভাওনা পাতে। মাধৱদেৱে স্থায়ী ভাৱে কীৰ্ত্তন ঘৰ নিৰ্ম্মাণ কৰা বাতৰি উজনি নামনি অসমত প্ৰচাৰ হোৱাত দূৰ দুৰণীৰ ভকত আহি বৰপেটা সত্ৰ ভৰি পৰিল। অতিথি শালাৰ প্ৰয়োজন অনুভৱ কৰি গোপাল তাঁতী (মথুৰা দাস) ৰ হতুঁৱাই মাধৱদেৱে অতিথি শালা নিৰ্ম্মান কৰোৱাই আৰু ভকতৰ সেৱা শুশ্ৰূষাৰ ভাৰো তেওঁৰ ওপৰতে ন্যস্ত কৰিলে। এই গোপাল তাঁতীয়ে পিছত মথুৰা দাস নাম পায়। মাধৱদেৱে গোপাল তাঁতীক উপদেশ দিলে -

এই গৃহ পৰিচৰ্য্যা কৰি থাকা তুমি।  
তোমাৰ কাৰণে কিন্তু নাম লৈবো আমি।।  
তোমাক দাসত্ব ভক্তি দিলোহো জানিবা।  
আমাৰ বাক্যক তুমি সদায় ৰাখিবা।।

মথুৰা সদৃশ বৰপেটা সত্ৰ সজোৱা বাবে মাধৱদেৱে গোপাল তাঁতীৰ মথুৰা দাস নাম ৰাখিলে। মাধৱদেৱে জ্বলোৱা অক্ষয় বন্তি বৰপেটা সত্ৰত আজিও জ্বলি আছে। মাধৱদেৱে মথুৰা দাস আতাক বৰপেটাৰ সত্ৰাধিকাৰ পাতি পিছত ভেলাডোঙালৈ (মধুপুৰ) গুছি যায়। মথুৰা দাস আতা বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ। সত্ৰ পৰিচালনাৰ বাবে মাধৱদেৱে সত্ৰাধিকাৰ, বুঢ়াভকত, বৰভকত, খাটনীয়াৰ, ঠাকুৰীয়া, দেউৰী আদি পদবীৰে প্ৰত্যেককে কামৰ দায়িত্ব ভগাই দিলে। আজিও বৰপেটা সত্ৰৰ ধৰ্মীয় পৰিবেশ কীৰ্ত্তন ঘৰ মণিকুট, ৰঙীয়াল ঘৰ, ভাজ ঘৰ, গুৰু আসন, গুৰু গৃহ, মঠ, চাংঘৰ, চাউল ভঁৰাল, পিতলৰ থালি, ডবা, কাঁহ, অতিথি শালা, পুথিভঁৰাল, দৌল ঘৰ, যাত্ৰা ভাওনাৰ নাট ঘৰ, বাট চ'ৰা, খটখটি পুখুৰী, নটুৱা সজা ঘৰ, কীৰ্ত্তন ঘৰত খোদিত শিল্প ক'লা, ভাস্কৰ্য্য দেখি মুৰদো খায়।

বৰপেটা সত্ৰৰ দীঘ ১২০ হাত প্ৰস্থ ৬০ হাত। এই কীৰ্ত্তন ঘৰৰ ভেটিতে

অতীতত মহাৰাজ নৰনাৰায়ণৰ অনুৰোধক্ৰমে গুৰুজনাই সত্ৰৰ ভেটিৰ জোখতে বৃন্দাবনীয়া বস্ত্ৰ বোৱাইছিল। বৰপেটা সত্ৰত মথুৰা দাস আতাৰ মুখ্য আৱদান আছিল যদিও আতাৰ পৰবৰ্ত্তী কলত সাধু সন্ত সকলৰ যত্নত সত্ৰখনৰ বহুত উন্নতি হৈছে। এই সত্ৰত গুৰুজনাৰ জন্মোৎসৱ, তিৰোধান তিথি পালন কৰাৰ দৰে মাধৱদেৱ, মথুৰা দাস আতাৰ তিথি মহোৎসৱো পালন কৰে। এই ক্ষেত্ৰত স্থিতি শীলতাৰ পৰা আগুৱাই, প্ৰগতিশীল জগতৰ লগত খোজ মিলাই মহাপুৰুষসকলৰ জন্মোৎসৱৰ ওপৰত গুৰুত্ব আৰোপ কৰা বাঞ্ছনীয়।

## মহাপুৰুষ শঙ্কৰদেৱৰ সাম্বৎসৰিক তিথি মহোৎসৱ ঃ-

### (মাধৱদেৱ দামোদৰদেৱৰ বিৰোধ) ঃ

ভকত, আতৈ, শিষ্য-প্ৰশিষ্য সকলৰ অনুৰোধত শঙ্কৰদেৱৰ বাংসৰিক তিথি মাধৱদেৱে বৰপেটাত পাতিবলৈ থিক কৰি সকলো শিষ্য ভকতক আহ্বান জনালে। গুৰুৰ জ্যেষ্ঠ পুত্ৰ ৰামানন্দই তিথি উৎসৱত যোগ দিলে। মাধৱদেৱে দামোদৰক নিমন্ত্ৰণ কৰিবলৈ ভকত পঠালে যদিও তিথিত তেওঁৰ যোগ দিয়া ইচ্ছা নাই। ভকতে গৈ নিমন্ত্ৰণ জনোৱাত দামোদৰে ক'লে -

হেন শুনি বুলিলন্ত ভকতৰ আগে।
আমাৰ অহিতে বাপু বহিবাক লাগে।।

ভকতে আহি দামোদৰে নিমন্ত্ৰণ নৰখাৰ কথা মাধৱদেৱক জনোৱাত পুনৰ ৰামানন্দক নিমন্ত্ৰণ কৰিবলৈ পঠালে।

হেন শুনি ৰামানন্দ মাতিবাক গৈলা।
মাধৱৰ আজ্ঞা দামোদৰত কহিলা।।
দামোদৰে বোলন্ত ঠাকুৰ শুনিয়োক।
অহিতে বঁসিবো তৈক নামাতিবা মোক।।

ৰামানন্দ ঠাকুৰে মাধৱদেৱক এই কথা জনোৱাত, আকৌ নাৰায়ণ ঠাকুৰ আতাক পঠালে। ঠাকুৰে গৈ দামোদৰক নিমন্ত্ৰণ জনাই ক'লে -

কিকাৰণে পিঠি দিলা গুৰুৰ গৃহক।
ইসব সম্পতি কোনে দিলেক তোমাক।।
আজিও আছয় সাৰি হাতত তোমাৰ।

পাসৰিলা গুণ সিটো গুৰু শঙ্কৰৰ।।

কাম কৰি ফুৰিলা লোকৰ ঘৰে ঘৰে।
তোমাৰ সিসব দুখ গুছাইলা শঙ্কৰে।।
পাসৰিলা কেনে তুমি সিসব গুণক।
নমাতন্তে যাইবা লাগে গুৰুৰ গৃহক।।

(গুৰু চৰিত, ৰাম চৰণ ঠাকুৰ)

দামোদৰে কলে ঃ-

হেন শুনি বিপ্ৰবৰ ভৈলন্ত বিমন।
বোলে মোক আৰ নুবুলিবা নাৰাযণ।।
তোমাৰ পাছতে এতি ক্ষণে যাও আমি
খানিতেক আগহুযা চলা আবে তুমি।।

দামোদৰ তিথিলৈ আহিল, কিন্তু নাম প্ৰসঙ্গত নবহিল। নাম প্ৰসঙ্গৰ দ্বাৰা গুৰুৰ বাৎসৰিক তিথি সমাপন কৰি ভকত সকল ঘৰাঘৰি গ'ল। শেষত মাধৱদেৱে দামোদৰ দেৱক সুধিলে -

বৰিষেক হৈছে গুৰু বৈকুণ্ঠে যাইবাৰ।
এতেকে লৰিল মতি জানিলোঁ তোমাৰ।।
পৰুৱাই পাইলে তুমি গুৰুক এৰিলা।
অৰণ্যে পশিযা তুমি পথ হেৰুৱালা।।

- - - - - - - - - - - - - - - - - - -

গুৰুৰ কামক নাসা তাতেযে জানিলোঁ।
তোমাৰ মনৰ কথা আজি আমি পাইলোঁ।।

গৃহস্থই হালোৱাক উপদেশ দিয়া এটা তুলনা দি দামোদৰে ক'লে ঃ-

বোলে তই ভালমতে হালক বাইবি।
বতৰ বুজিযা মাত্ৰ কিৰিষি কৰিবি।।
এহি বুলি তাক যেবে গৃহস্থে পাঞ্চিলা।
তাকো ৰুই বুই পাছে আৰু ভূমি ল'লা।।

পৰম চতুৰ সিটো হালোৱা মহন্ত।
এহি বুলি মাধৱক দিলন্ত সিদ্ধান্ত।।

**পুনৰ মাধৱদেৱে ক'লে ঃ-**

মাধৱে বোলন্ত আৰু বুলিবাহা কিক।
জানিলোহো ভৈলা তুমি গুৰুতো অধিক।।
আন গোপ গণে থৈলা সীমাত নমাই।
প্ৰলম্বে বলোক নিলা সীমাত চেৰাই।।
গুৰুৰ বাক্যক তুমি সীমাক চেৰাইলা।
গুৰুতো কৰিয়া তুমি ভকতি বঢ়াইলা।।
বেৰ্জা বুলি আঙুলিৰে ফটাকানি দিলা।
ইসব দৃষ্টান্ত মোক তাতে তুমি দিলা।।

দামোদৰদেৱে একো নেমাতি তাৰ পৰা গুচি গ'ল।

## ৰামানন্দ ঠাকুৰ, হৰিচৰণ, ৰামৰায়ৰ পৰলোক, আই কালিন্দীৰ বিষাদ ঃ-

গুৰুজনাৰ পৰলোক তিথিৰ কিছু দিনৰ পিছতে জ্যেষ্ঠপুত্ৰ ৰামানন্দ ঠাকুৰৰ গাত বসন্তই দেখা দিলে। ৰামানন্দক মাধৱদেৱে কোলাতলৈ ডাঙৰ-দীঘল কৰিছিল। মাধৱে বহু যত্ন-শুশ্ৰূষা কৰিয়ো তেওঁক বচাব নোৱাৰিলে। ৰামানন্দৰ পত্নী সিন্ধুমতীৰ কোলাত পুত্ৰ পুৰুষোত্তমক এৰি ১৪৯১শকৰ (১৫৬৯খৃঃ) আহিন মাহত ৰামানন্দ ঠাকুৰ পৰলোক হ'ল। পুত্ৰ পুৰষোত্তমক বুকুত সাবতি লৈ বিধবা সিন্ধুমতী কান্দি কান্দি অচেতন হ'ল। আই কালিন্দী শোকত ম্ৰিয়মান হ'ল; কেউফালে কান্দোনৰ ৰোল। মাধৱদেৱে সকলোকে বঢ়াই-বুজাই শান্তনা দিলে। কিছুদিনৰ পিছতে গুৰুজনা ভাতৃ ৰাম ৰায়েও চকু মুদিলে। ৰাম ৰায়ে এসময়ত মাধৱদেৱৰ বিৰুদ্ধাচৰণ কৰিছিল যদিও মাধৱদেৱে তালৈ ভ্ৰূক্ষেপ নকৰি ৰামৰায়ৰ বিষ্ঠা, মূত্ৰ পৰ্য্যন্ত পৰিষ্কাৰ কৰি অশেষ শুশ্ৰূষা কৰিছিল। গুৰুজনাৰ কনিষ্ঠ পুত্ৰ হৰিচৰণ মতিভ্ৰম হৈ অনাই বনাই ফুৰিবলৈ ধৰিলে। এতিয়া মাধৱদেৱৰ ওপৰত গুৰুজনাৰ গৃহৰ দায়িত্ব আগতকৈয়ো বেছি হল। গৰু-গায়, খেতি-পথাৰ, ঘৰ-দুৱাৰ, বস্তু-বাহানি সকলো থানবান হল, দাস-দাসীয়ে ঘৰৰ যত্ন এৰি কোনো জন আঁতৰি গ'ল- এতিয়া সকলো ভাৰ

মাধৱদেৱৰ ওপৰত। পাটবাউসী, গণককুচি, সুন্দৰীদিয়া, বৰপেটা সত্ৰৰ কাম কাজো চলাব লাগে। বৰপেটা সত্ৰত মথুৰাদাস, সুন্দৰীদিয়া সত্ৰত গোবিন্দ আতৈক, গণক কুচিত নাৰায়ণ ঠাকুৰ আতা আৰু শ্ৰীৰাম আতৈক চলোৱাৰ ভাৰ দি মাধৱদেৱে পাটবাউসী সত্ৰৰ প্ৰসঙ্গ কাৰ্য্য চলাই আছিল যদিও মাজে মাজে সকলো সত্ৰ চাই দিহা পৰামৰ্শ দিছিল। সত্ৰ সমূহ আৰু আই কালিন্দী গোসানীৰ সেৱা শুশ্ৰূষাৰ দায়িত্ব চম্ভালি মাধৱদেৱ ৰাতিহে আহি বৰপেটাত জিৰণি লয়। ঘড়ীৰ কাটাৰ দৰে মাধৱদেৱে অহৰ্নিশে ঘূৰি ফুৰি সকলো কাম চলায়ো শাস্ত্ৰ ৰচনাৰ বাবে হাতৰ কাপ নেৰিছিল।

বিপদ অকলৈ নাহে, ইয়াৰ মাজতে গুৰুৰ কনিষ্ঠ পুত্ৰ হৰিচৰণেও তেওঁৰ শিশুপুত্ৰ চতুৰ্ভূজ আৰু ভাৰ্য্যা উৰ্মিলাক (মাধৱদেৱৰ ভাগিন) নিঠৰুৱা কৰি ইহসংসাৰ ত্যাগ কৰিলে। গুৰু জনাৰ পৰিয়ালৰ শোকত পাটবাউসী বাসী ম্ৰিয়মান হ'ল। যেন-গছ,লতা, চৰাই চিৰিকতিয়েও চকুলো টুকিলে, মাধৱদেৱ, নাৰাযণ ঠাকুৰ আতাৰ হিয়া ভাগি পৰিল। নিজক চম্ভালি মাধৱদেৱে সকলোকে সান্ত্বনা দিলে। ইমান বিলাক শোক-তাপ, কৰ্ম্মব্যস্ততাৰ মাজতো মাধৱদেৱে গুৰু ধৰ্ম প্ৰচাৰৰ কাম অটুট ৰাখিছিল।

## বনগয়াগিৰীৰ অত্যাচাৰ ঃ-

গুৰু পৰিয়ালৰ শোক তাপৰ মাজতো বনগয়া গিৰীয়ে শিৰোমণি ভূঞা, ৰাজক্ষমতা পাই এটা অপকৰ্ম কৰিলে। আই কালিন্দী, বোৱাৰী সিন্ধুমতী, শিশু পুৰুষোত্তম নিৰাশ্ৰয়া অৱস্থাত থাকে। ৰামানন্দও ঢুকাল, মাধৱ পুৰুষো বনগয়াৰ কটুকথাত কষ্ট পাই পাটবাউসী এৰি বৰপেটাত থাকে। এই সুযোগ পাই ৰামানন্দ ঠাকুৰৰ ভাৰ্য্যাৰ ৰূপত মুগ্ধ হৈ বিধবা সিন্ধুমতীক ধৰাই নিবলৈ বনগয়াগিৰীয়ে দুজন দূত পঠালে। দূতে গৈ কালিন্দী আইক এই কথা জনোৱাত আই কানিন্দী কান্দি ব্যাকুল হ'ল। দূতে সিন্ধুমতীক লৈ যাওতে পুত্ৰ পুৰুষোত্তম লগতে গ'ল। সিন্ধুমতীয়ে বাটে বাটে কান্দি যোৱা দেখি বংশৰ কিছুলোক.গৈ বনগয়াৰ ওচৰত উপস্থিত হ'ল।

এনে গৰ্হিত কাৰ্য্য দেখি বনগয়াৰ পত্নীসকলে ক'ব ধৰিলে "শঙ্কৰ হৰিৰ বোৱাৰী হৰণ কৰি তোমাৰ আয়ুশ্ৰী হত হ'ব। এনে অপকৰ্ম কৰি পাপ আৰ্জিব খুজিছা। তুমি মহা সাধু গুণৱন্ত হৈ বেদশাস্ত্ৰ ধৰ্ম জানি এনে কৰ্ম কৰা উচিত নহয়।" বনগয়া গিৰীয়ে ক'লে "এই কথা মই একো নেজানো।" দূত পঠাই সিন্ধুমতীক আকৌ পাটবাউসীত থোৱালে। (গুৰু চৰিত, ৰামচৰণ ঠাকুৰৰ মতে)

কোনোৰ মতে চিলাৰায়ৰ পুত্ৰ ৰঘুৰায়েহে সিন্ধুমতীৰ ৰূপত মুগ্ধ হৈ দূতৰ হতুৱাই ধৰাই নি নিজৰ পত্নী কৰি ৰাখিলে। আই কালিন্দীয়ে দুখ নকৰি, ভকতে চকুপানী টোকা দেখি কালিন্দী আয়ে ভকতক আশ্বাস দি ক'লে "তাই ৰাজৰাণী হৈ সুখতে আছে তোমালোকে একো দুখ নকৰিবা।" এই ক্ষেত্ৰত ৰামচৰণৰ লিখনিহে শুদ্ধ যেন লাগে।

## কৰ্ম্মকাণ্ডী ব্ৰাহ্মণৰ খল, মাধৱদেৱৰ ওপৰত ৰাজৰোষ ঃ-

মহাপুৰুষ মাধৱদেৱে ধৰ্মৰাজ্যৰ দায়িত্ব গ্ৰহণ কৰি গুৰুজনাৰ আদৰ্শ শিৰোধাৰ্য্য কৰি "একশৰণ হৰি নাম ধৰ্ম" প্ৰচাৰত মনপ্ৰাণ ঢালি দিলে। অগণন লোক আহি মাধৱপুৰুষৰ ওচৰত শৰণ গ্ৰহণ কৰিলে। দামোদৰদেৱেও সত্ৰ স্থাপন কৰি শিষ্য ভজাবলৈ ধৰিলে। ব্ৰাহ্মণ সকলে দামোদৰদেৱত শৰণ লঁলে। দামোদৰদেৱ নিৰক্ষৰ আছিল যদিও স্মৃতি শক্তি বৰ প্ৰখৰ আছিল। গীত পদ এবাৰ শুনিয়েই মুখস্থ কৰিব পাৰিছিল। মহাপুৰুষ শঙ্কৰদেৱে দামোদৰদেৱক শৰণ দিয়াৰ পিছত ব্ৰাহ্মণ সকলক শৰণ দিবলৈ গুৰুজনাই দামোদৰদেৱক অনুমতি দিছিল আৰু লগতে এই উপদেশো দিছিল -

জ্ঞান কৰ্ম আদি যত      কৰ্মফল পতানত
নকৰিবা তুমি অন্তৰত।
শ্ৰৱণ কীৰ্ত্তন কৰি      সুদৃঢ় বিশ্বাস কৰি
আচৰিবা সদা মোৰ মত।।
যত দেখা কৰ্ম ফল      সবে ভকতিৰ তল
সাধুসঙ্গ সবাতো অধিক।
কৰা আত দৃঢ় ৰতি      নাম বিনে নাই গতি
আন ধৰ্ম কৰ্ম তেজিয়োক।।
জানিবা যতন কৰি      দেৱৰো দেৱতা হৰি
তাঙ্ক ভজা তেজি আন কাম।
দৈৱকী নন্দন বিনে      নাই নাই গতি ভিন্নে
ঝাণ্টে কৰি ধৰা তান নাম।।

কিন্তু দামোদৰদেৱে শঙ্কৰদেৱৰ শিষ্য হৈ, গুৰু উপদেশ আওকাণ কৰি নিজৰ

মতেৰে ধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। সেয়েহে মাধৱদেৱে দামোদৰদেৱক কৈছিল "তুমি গুৰু বাক্য চেৰাই গ'লা, তুমি গুৰুতকৈ অধিক হ'লা।" কিন্তু দামোদৰদেৱৰ প্ৰপন্ন শিষ্য বৈকুণ্ঠ নাথ ভট্টদেৱে "ভক্তি বিবেক' গ্ৰন্থত গীতাৰ বাণীৰে প্ৰকাশ কৰিছে -

কৃষ্ণে বোলে ধনঞ্জয় সখি এৰা শোক।
সৰ্ব্বধৰ্ম এৰি মোত শৰণ লৈয়োক।।
ধৰ্ম এৰিলাত হয় যত পাপ চয়।
মযি় সিটো তযু় পাপ কৰিবোহো ক্ষয়।।
মোক সৰ্ব্বকৰ্ত্তা ভাবি সখি তেজা শোক।
একে ভগৱন্ত মাত্ৰ শৰণ লৈয়োক।।

গুৰুজনাৰ প্ৰয়াণৰ পিছতে দামোদৰদেৱে গুৰুৰ ধৰ্ম-নীতি, আদৰ্শ এৰি যোৱা দেখি নাৰায়ণ ঠাকুৰ আতা দামোদৰদেৱৰ কাৰ্য্যত অসন্তুষ্টি হৈ মাধৱদেৱৰ লগত আলোচনা কৰি ক'লে-"এনেকৈ যদি থকা হয় দামোদৰে গুৰুধৰ্মত বিভ্ৰাট ঘটাব পাৰে। দুয়ো সিদ্ধান্ত কৰিলে নটুৱা সজাই, নৃত্য কৰাই কৃষ্ণলীলা দৰ্শকক দেখুৱাই ধৰ্মলৈ মন আকৰ্ষণ কাৰ্য্য আৰম্ভ কৰা হওক। এই উদ্দেশ্যে পুৰুষক তিৰোতাৰ সাজ পিন্ধাই, নৃত্য কৰাই, কৃষ্ণলীলা প্ৰকাশ কৰি নটুৱা নৃত্য দেখুৱালে। নটুৱা নৃত্য চাবলৈ দৰ্শক সভাঘৰ ভৰি পৰিল আৰু লগে লগে ভগবান কৃষ্ণৰ প্ৰতি প্ৰেম ভক্তি বৃদ্ধি পাব ধৰিলে। এনেকৈ মাজে মাজে নটুৱা নৃত্য চাওঁতে চাওঁতে কৃষ্ণ ভক্তি গাঢ় হ'ল। কৰ্মকাণ্ডী ৰাঘৱেন্দ্ৰ ব্ৰাহ্মণে কোঁচ ৰজা ৰঘুৰায়ৰ ওচৰত গোচৰ দিলে যে- "মাধৱদেৱে যোল্ল বছৰীয়া গাভৰুক সভাত নৃত্য কৰাই সাবতি ধৰে। মাধৱদেৱৰ অত্যাচৰত থাকিব নোৱাৰা হৈছে।" ৰজা ৰঘুৰায়ৰ হুকুমত সুৰানন্দ বিষয়াই দুজন দূত লগতলৈ আহি মাধৱদেৱ আৰু নটুৱা নৃত্যকাৰীসকলক নৃত্য কৰি থকা অৱস্থাতে ধৰাই নি ৰজা ৰঘুদেৱৰ ওচৰত হাজিৰ কৰিলেগৈ। "তুমি এনে ব্যভিচাৰ কৰ্ম কৰা বাবে অপৰাধী, তোমাক শাস্তি দিয়া নহব কিয়? মাধৱে ক'লে "মহাৰাজ। মই একো বেয়া কাম কৰা নাই। পুৰুষক নাৰীৰ সাজ পিন্ধাই নৃত্য কৰাই ধৰ্মৰ কাৰ্য্যহে আচৰণ কৰিছো।" ৰজাই প্ৰমাণ পালে নৃত্যকাৰী নটুৱা সকল পুৰুষহে, নাৰী নহয়।

ৰজাই সসন্মানে মাধৱদেৱক বিদায় দিলে আৰু ৰাঘৱেন্দ্ৰ ব্ৰাহ্মণক ধিক্কাৰ দিলে। মাধৱ পুৰুষে শেষ বয়সলৈ মন প্ৰাণ উচৰ্গী গুৰুজনাৰ একশৰণ নাম ধৰ্ম

প্ৰচাৰ কৰি আছিল। মহাপুৰুষ মাধৱদেৱে কৰ্মকাণ্ডী ব্ৰাহ্মণৰ অশেষ বাধা বিঘিনি অতিক্ৰম কৰিব লগা হৈছিল। উজনি অসমত বংশী গোপাল, যদুমণিয়ে আৰু নামনি অসমত মাধৱদেৱ, মথুৰা দাস আতা, গোপাল আতা, দামোদৰদেৱ, হৰিদেৱে শঙ্কৰী ধৰ্ম প্ৰচাৰ কৰি আছিল। শেষত গুৰুজনাৰ নাতি পুৰোযোত্তম ঠাকুৰক ধৰ্মাচাৰ্য্যৰ দায়িত্ব অৰ্পণ কৰি গুৰুজনাৰ পথ অনুসৰণেৰে মাধৱদেৱ ভেলাডোঙালৈ (মধুপুৰ) যায়। এহেজাৰ ঘোষা পূৰ্ণ নামঘোষা শাস্ত্ৰ মাধৱদেৱে ভেলাডোঙাত শেষ কৰে বুলি ওপৰত উল্লেখ কৰা হৈছে। এই নামঘোষা শাস্ত্ৰ প্ৰথমে ছটা ছন্দত (ছবি, দুলৰী, লেছাৰী, ঘোষা ছন্দ, নাম ছন্দ আৰু পদ) ৰচনা কৰিছে।

## নামঘোষাৰ পটল সমূহ ঃ-

শৰণ, ভজন, নমস্কাৰ, উপদেশ, নিন্দা, প্ৰাৰ্থনা, মহিমা, আত্ম উপদেশ, আত্ম নিন্দা, বস্তু প্ৰকাশ, প্ৰশংসা, নাম অনুধিতা, পৰমাৰ্থ সাৰ, নামৰ অন্বয়, সাৰ নিৰ্ণয়, খেদ, নাম মহিমা, নিবেদন, কলি ধৰ্ম নিৰ্ণয়, কৃষ্ণৰ পুৰুষ লক্ষণ, যুগধৰ্ম নিৰ্ণয়, ঈশ্বৰ নিৰ্ণয়, উপদেশ, কলি ধৰ্মৰ তাৎপৰ্য্য, স্তুতি, বিৰকতি, আশ্ৰয়, মহিমা যুক্ত, কীৰ্ত্তন প্ৰশংসা, ভাগৱত প্ৰশংসা, কাৰুণ্য, কাকুতি নিবেদন।

'নামঘোষা'ই ভক্ত মাধৱ, পণ্ডিত মাধৱ, কবি মাধৱ, গভীৰ তত্ত্বশীল, গায়ক মাধৱৰ শ্ৰেষ্ঠতম্ কীৰ্ত্তি বহন কৰিছে। মাধৱ পুৰুষে নাম মালিকা পুথি ভাগ ইয়াতে ৰচনা কৰিছে। ভেলাডোঙাত থাকোতে তাতো বহুত লোকে মাধৱদেৱত শৰণ লয়।

মাধৱদেৱ ভেলাডোঙাত দুবছৰ ছমাহ থকাৰ পিছত মাধৱদেৱে ৰজা লক্ষীনাৰায়ণৰ দিনত ১৫১৮ শঁকত (১৫৯৬খৃষ্টাব্দ) ভাদ মাহৰ কৃষ্ণা পঞ্চমী তিথিত ১০৭ বছৰ বয়সত ভেলাডোঙাত (মধুপুৰ) বৈকুণ্ঠ প্ৰয়াণ কৰে।

## গুৰুজনাৰ সোঁহাত মহাপুৰুষ মাধৱদেৱ ঃ-

গুৰুজনাৰ "একশৰণ হৰি নাম" ধৰ্মৰ প্ৰচাৰ প্ৰসাৰত মহাপুৰুষ মাধৱদেৱে উল্লেখযোগ্য অৰিহনা যোগাই আহিছে। গুৰুজনাই নিজেই মাধৱদেৱক "মোৰ সোঁহাত" বুলি স্বীকাৰ কৰিছে।

শাস্ত্ৰত প্ৰকাশ কৰিছে -

শঙ্কৰ স্বৰূপে হৰি নিজ অংশে অৱতৰী

ভকতি প্ৰদীপ লগাই থৈলা।

মাধৱ স্বৰূপে আসি · তাতে তৈল বাকি দিয়া

অজ্ঞান আন্ধাৰ দূৰ কৈলা।।

**মহাপুৰুষ মাধৱদেৱে গুৰুজনাৰ ধৰ্ম প্ৰচাৰত মূল ভূমিকা গ্ৰহণ কৰাৰ উপৰিও অমূল্য গ্ৰন্থ আৰু নাট, গীত ৰচনা কৰি অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ ভঁৰাল চহকী কৰি থৈ গৈছে।**

## মহাপুৰুষ মাধৱদেৱৰ বিৰচিত গ্ৰন্থ সমূহ ঃ-

নামঘোষা, ভক্তি ৰত্নাৱলী, ৰাজসূয় যজ্ঞ, আদি কাণ্ড ৰামায়ণ, নাম মালিকা, জন্ম ৰহস্য, নকুৰি এঘাৰটা বৰগীত।

নাট - দধি মথন, অৰ্জ্জুন ভঞ্জন, চোৰ ধৰা, পিম্পৰা গুচুৱা, ভোজন ব্যৱহাৰ, ভূমি লোটোৱা, গোবৰ্দ্ধন যাত্ৰা, নৃসিংহ যাত্ৰা, ৰাম যাত্ৰা, ৰাম ঝুমুৰা, ভূষণ হেৰোৱা, কোটোৱা খেলোৱা।

গোবৰ্দ্ধন যাত্ৰা, নৃসিংহ যাত্ৰা আৰু ৰাম যাত্ৰাত মাধৱ পুৰুষে নিজে অভিনয় কৰা এই তিনিখন নাট হেৰাইছে, আজিলৈকে পোৱা নাই। ৰাম ঝুমুৰা, ভূষণ হেৰোৱা এই দুখন নাট ৰচনাৰ ক্ষেত্ৰত চৰিত পুথি সমূহ একমত নহয়।

## গুৰু নিৰ্ব্বাচনত মাধৱ পুৰুষৰ বাণী ঃ-

### (ঘোষাত লিখিছে)

মায়া মোহ ৰাগ মদ মল কাম

দম্ভ দ্বেষ্য আদি ভাৱ।

যি গুৰু জনত ইসব নেথাকে

প্ৰণামো তাহাৰ পাৱ।।

- - - - - -

নেজানে শাস্ত্ৰৰ নয় যেহি আসে তাকে কয়

ছেদিবাক নপাৰে সংশয়।

গুৰু বোলাই তথাপিতো ফুৰয় লোকৰ মাজে

মান্য সতকাৰ খুজি লয়।।

- - - - - -

নিজে আচৰিয়া ধৰ্ম আনক শিক্ষাৱে।

- - - - - -

কিবা দোষে নিজ গুৰু তেজিব লাগয়।
মাধৱে বোলন্ত তাক শুনিও নিশ্চয়।।
যদি গুৰু যক্ষ্মা কুষ্ঠ ক্ষয় ৰোগ গ্ৰস্ত।
চোৰ শঠ দুষ্ট হোৱে দুৰ্জ্জন লম্পট।।
ধৰ্ম এৰি যদি আন ধৰ্ম আচৰয়।
মাদক দ্ৰব্যত প্ৰীতি অতি দুৰাশয়।।
ছেদিবাক নপাৰয় কথাৰ সংশয়।
মহামূৰ্খ-পৰমাৰ্থ তত্ত্ব নজানয়।।
ভক্ত বৈষ্ণৱক দেখি নকৰে প্ৰণাম।
মইসে নমস্য বুলি থাকে অবিৰাম।।
হেন গুৰু ত্যাগ কৈলে কিছু দোষ নাই।
যি শুনিলো গুৰু মুখে কহিলো বুজায়।।

## গুৰু সেৱা ঃ-

মহাপুৰুষ শঙ্কৰদেৱে ভক্তি ৰত্নাকৰ গ্ৰন্থত লিখিছে -

যদি হও সমস্তৰে আত্মা অন্তৰ্য্যামী।
তথাপিতো গুৰু সেৱাতেহে তুষ্ট আমি।।

ৰাম চৰণ ঠাকুৰে চৰিত পুথিত লিখিছে -

নিবন্ধিলা গুৰুসেৱা গ্ৰন্থৰ আদ্যত।
লাগয় গুৰুৰ সেৱা সমস্ত কাৰ্য্যত।।
সামান্য বিদ্যাক গুৰু উপদেশে পায়।
হৰিত ভকতি গুৰু সেৱা বিনে নাই।।
এতেকে প্ৰথমে গুৰুসেৱা মহাধৰ্ম।
নিৰুপিলা গ্ৰন্থত জানিবা তত্ত্ব মৰ্ম।।

মাধৱ পুৰুষে সংসাৰৰ ভোগ বিলাস, ঐশ্বৰ্য্য বিভূতি, আশা আকাংখা, কামনা বাসনা সকলো ত্যাগ কৰি গুৰুসেবাকে জীৱনৰ মূলমন্ত্ৰ বুলি লোৱা আদৰ্শ জগ্গতত বিৰল। মাধৱদেৱ আছিল একান্ত গুৰুভক্তি পৰায়ণ, বিদ্বান-পণ্ডিত, মহান ত্যাগী, দৃঢ়মনা, কবি, সাহিত্যিক, সুগায়ক, কষ্ট সহিষ্ণু, উদাসীন আদি গুণ মণ্ডিত মহাপুৰুষ। যাৰ-সাগৰ সদৃশ গভীৰ জ্ঞান, গধুৰ তত্ত্বশীল লিখনি মহামহা পণ্ডিতেও ঢুকি পোৱা কঠিন। "নামঘোষা"য়ে তাৰ জ্বলন্ত নিদৰ্শন।

## আই কলিন্দীৰ পৰলোক ঃ-

আই কালিন্দীৰ নাতি পুৰুষোত্তম ঠাকুৰ ধৰ্মাচাৰ্য্য হৈ জনীয়া সত্ৰ প্ৰতিষ্ঠা কৰিছিল বুলি কোনোৱে কয়। মাধৱদেৱ ভেলাডোঙালৈ যোৱাৰ পিছত মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰে আই কালিন্দীক পাটবাউসীৰ পৰা সুন্দৰীদিয়াৰ নিজা গৃহলৈ লৈ যায়। ৰামচৰণ ঠাকুৰে কালিন্দী আইক প্ৰতি পালন কৰি আছিল। মাধৱদেৱৰ প্ৰয়াণৰ খবৰ ৰামচৰণ ঠাকুৰৰ মুখৰ পৰা পোৱাৰ কিছুদিনৰ পিছতে কালিন্দী আইৰ পৰলোক হয়।

## বৰপেটা সত্ৰক কেন্দ্ৰকৰি নামনি অসমৰ সত্ৰসমূহৰ আভাস ঃ-

নামনি অসমৰ নাভি সত্ৰ বৰপেটা, মহাপুৰুষ মাধৱদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত। ইয়াৰ আধা মাইল উত্তৰে চুণ পৰাত গুৰুজনাই প্ৰথমে সত্ৰ প্ৰতিষ্ঠা কৰে। গুৰুজনাৰ প্ৰতিষ্ঠিত কুমাৰ কুচি সত্ৰ বৰপেটা সত্ৰৰ ডেৰ মাইল পূব-দক্ষিণে আৰু তেৰাৰ প্ৰতিষ্ঠিত পাটবাউসী সত্ৰ প্ৰায় তিনি মাইল দূৰত পূব-দক্ষিণত। বৰপেটা সত্ৰৰ পূব ফালে এমাইল দূৰত বাৰাদি সত্ৰ আৰু দক্ষিণে এমাইল দূৰত গণককুচি সত্ৰ। মুল সত্ৰ বৰপেটাৰ উত্তৰ-পূব কোণত ডেৰ মাইল দূৰত সুন্দৰী দিয়া সত্ৰ আৰু চাৰে পাঁচ মাইল পশ্চিমে জনীয়া সত্ৰ। জনীয়া সত্ৰ হৰিদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত বুলি কয়। কোনোৱে নাৰায়ণ ঠাকুৰ আতাকহে জনীয়া সত্ৰ প্ৰতিষ্ঠাপক বোলে।

বৰপেটা, বাৰাদি, গণককুচি, চুণ পৰা, পাটবাউসী সত্ৰৰ প্ৰতিনিধি জনক সত্ৰীয়া বা বুঢ়া ভকত বোলা হয়। সুন্দৰীদিয়া, বামুনা, বৰদোৱা সত্ৰৰ প্ৰতিনিধি জনক সত্ৰাধিকাৰ বোলা হয়।

## বৰদোৱা থানৰ পৰিণতি আৰু পুনৰ প্ৰতিষ্ঠা ঃ-

মহাপুৰুষ শংকৰদেৱৰ জন্মস্থান বৰদোৱা থান গুৰুজনাই ত্যাগ কৰি অহাৰ

পিছত কীৰ্ত্তনঘৰ মণিকুট আদি·গুৰুজনাৰ সংস্কৃতি সমূহ যিসকল ভকত আতৈয়ে সযত্নে পালি আছিল, লাহে লাহে তেওঁলোকৰো অশ্ৰদ্ধা হোৱাত কীৰ্ত্তন ঘৰ মণিকুট ভাগিবলৈ আৰম্ভ হল। থানঘৰ, দৌল, আকাশী গঙ্গা অটব্য হাবিয়ে আগুৰি ধৰিলে আৰু হাবিৰ বন্য জন্তুৰ ভয়ত গুৰুৰ থান দৰ্শন কৰিবলৈ যোৱা ভকত কমি কমি শেষত হাবি অতিক্ৰম কৰি যোৱা ভকতো নাইকিয়া হল। পিছত বৰদোৱা সংস্কৃতিও ধ্বংস প্ৰায়, বৰদোৱা মহাগ্ৰামো নিঃচিন্ন হল।

গুৰু বৈকুণ্ঠী হোৱাৰ ৮৯ বছৰৰ পিছত সৰুণজাৰ নাতি বোৱাৰী চতুৰ্ভুজ ঠাকুৰৰ পত্নী আই কনকলতাই "সাক্ষাত বৈকুণ্ঠ, ভক্তি সূৰ্য্য উদয়ৰ স্থান বৰদোৱা আবিষ্কাৰ কৰে ১৫৭৮ শক (১৬৫৬ খৃষ্টাব্দ)ত আৰু তেতিয়াৰ পৰা পবিত্ৰ ভূমি বৰদোৱা ভকত বৈষ্ণৱৰ তীৰ্থৰূপে স্বীকৃত হৈ আহিছে।

চতুৰ্ভুজ ঠাকুৰে দেহত্যাগ কৰাৰ পিছত তেওঁৰ পত্নী আইকনকলতাৰ ওপৰতে সত্ৰৰ ধৰ্ম কাৰ্য্য পৰিচালনাৰ দায়িত্ব পৰে। মুছলমান ৰাজ্যৰ সীমামূৰীয়া গোৱালপাৰা জিলাৰ বিষ্ণুপুৰ সত্ৰত থকা নিৰাপদ নহব ভাবি স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত সেই ঠাই এৰি আহোম ৰাজ্যলৈ আহে। স্বৰ্গদেউ জয়ধ্বজ সিংহই বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল। জয়ধ্বজ সিংহই কুৰুৱাবাহী সত্ৰৰ নিৰঞ্জন পাঠকৰ ওচৰত শৰণ লয় যদিও পিছত মাজুলীৰ বনৰীয়া আউনি পাণ কটাই আউনিআটি সত্ৰ পাতি বহুত ভূমি দান দি নিৰঞ্জন বাপুক (পূৰ্বে কুৰুৱাবাহী সত্ৰৰ পাঠক) আউনিআটিত সত্ৰাধিকাৰ পাতি থয়। উদয়াদিত্য আৰু ল'ৰা ৰজাও বৈষ্ণৱ গুৰুত দীক্ষিত হয়।

আই কনকলতা, কোনোৰ মতে বেহাৰৰ পৰাহে বৰদোৱালৈ আহিছিল। আই কনকলতাই পূৰ্ব্বে গুৰু পত্নী আই কালিন্দীয়ে কোৱা বৰ্ণনাৰ লগত মিলাই বৈষ্ণৱ ৰজা জয়ধ্বজ সিংহৰ অনুচৰ বৰ্গৰ সহায়ত বৰদোৱা গ্ৰাম বিচাৰি উলিয়ায়। আইৰ উপদেশ ক্ৰমে অনুচৰ সকলে সাতদিন অনুসন্ধান কৰি শেষত ডাউক চৰাইৰ মাত অনুসৰণ কৰি শাস্তিজান, আকাশী গঙ্গা, দৌল, পুখুৰী, শিলিখা বৃক্ষ, নামঘৰ মণিকুটৰ ভেটি আদি পাই সেয়ে বৰদোৱা গ্ৰাম বুলি নিশ্চিত কৰে আৰু তেতিয়াৰ পৰা টেম্বুৱানী, বটদ্ৰৱা, আলিপুখুৰী আদি নাম তল পৰি বৰদোৱা নাম প্ৰজ্বলিত হৈ আছে। কোনোৰ মুখৰ পৰা শুনা যায়, সেই সময়ত তুচুং ফুকন আৰু তেওঁৰ পত্নীয়ে আই কনকলতাক যথেষ্ট সেৱা শুশ্ৰূষা কৰিছিল। বৰদোৱা বিচাৰি আহি আই কনকলতা (লক্ষ্মীআই) প্ৰথমে যি ঠাইত বৈছিল, পিছলৈ সেই ঠাই 'আইভেটি' নামে প্ৰসিদ্ধ হয়।

আই কনকলতাই ভকত বান্ধৱৰ সহায়ত পুৰণি, গুৰুজনাৰ কীৰ্ত্তনঘৰৰ ভেটিত কীৰ্ত্তনঘৰ মণিকুট নতুনকৈ সজাই যেতিয়া নাম কীৰ্ত্তন আৰম্ভ কৰিলে, লাহে লাহে ভকত-দৰ্শকৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। তেতিয়া আয়ে আলোচনাক্ৰমে ভকত বান্ধৱৰ সহায়ত হাবি জঙ্ঘল কটাই দৌল, আকাশীগঙ্গা, শিলিখা বৃক্ষ আদি পুৰণি স্মৃতি সমূহ উদ্ধাৰ কৰিলে। বৰদোৱাত যেন নতুন সূৰ্য্যৰ ৰেঙনি পৰিল, বৰদোৱা সঞ্জীৱিত হল, দ্বিতীয় বৈকুণ্ঠত পৰিণত হল, দুৰ্গম বাট পথ গুছি সুগম পথ তৈয়াৰ হল, বৰদোৱাই যেন মৃতপায় অসমীয়া জাতিৰ মুখত এটুপী শীতল পানী দিলে।

## বৰদোৱা থান আবিষ্কাৰৰ পৰবৰ্ত্তী কালৰ আভাস ঃ-

শঙ্কৰ মাধৱৰ দিনত অসমৰ বৈষ্ণৱ সকলৰ মাজত সংহতি বা সম্প্ৰদায় হোৱা নাছিল। যেনেকৈ বুদ্ধদেৱৰ পৰবৰ্ত্তী কালত- মহাযান, ব্ৰজযান, যিশুখৃষ্টৰ পৰবৰ্ত্তী কালত ৰোমান কেথলিক, ৰোমান প্ৰোটেষ্টান, হজৰত মহম্মদৰ পৰবৰ্ত্তী কালত ছিয়া, চুন্নি সম্প্ৰদাযৰ সৃষ্টি হ'ল, তদ্ৰুপ মহাপুৰুষ শঙ্কৰ মাধৱৰ পৰবৰ্ত্তী কালত গুৰুজনাৰ ধৰ্মত চাৰি সংহতি বা সম্প্ৰদায় (কাল সংহতি, ব্ৰহ্ম সংহতি, পুৰুষ সংহতি নিকা সংহতি) সৃষ্টি হয়।

ড° নেওগৰ মতে আই কনকলতাৰ যত্নত শঙ্কৰদেৱৰ নাতি জীযৰী বংশই অসম ৰাজ্যত থিতাপি লোৱাৰ পৰাই সংহতিৰ শ্ৰেণী ওলাইছে। শঙ্কৰ গুৰুৱে নিজ পুত্ৰ নাতিক মাধৱদেৱৰ হাতত গতাই যায়। পুৰুষোত্তম আৰু চতুভূজ ঠাকুৰৰ পৰা বঢ়াসকল, পিছত শঙ্কৰদেৱৰ আদি স্থান বৰদোৱাত প্ৰতিষ্ঠিত হয়হি। পুৰুষোত্তম আৰু চতুৰ্ভুজৰ পৰা বঢ়া সকল বৰদোৱাত প্ৰতিষ্ঠিত হোৱাৰ পৰা গুৰুৰ বাসস্থান বৰদোৱাত বৰ ফাল আৰু সৰু ফালৰ সৃষ্টি হয়। তেতিয়াৰ পৰা বৰদোৱা থানত দুটি কীৰ্ত্তন ঘৰ হয় আৰু সেই অনুক্ৰমে বৰদোৱা থানৰ কাম কাজ বহুত কাললৈ চলি থাকে। এনেকৈ চলি থাকি কীৰ্ত্তনঘৰ দুটিৰো শোক লগা অৱস্থা হয়। দুটি কীৰ্ত্তন ঘৰৰ ছালৰ খেৰ পচি উৰুখিছিল আৰু মতাৰুৱাৰ ছালো পচিছিল। এই দুয়োটি কীৰ্ত্তন ঘৰক বৰ ফালৰ আৰু সৰু ফালৰ বুলি কোনোৱে কয়। পিছত ভক্ত প্ৰাণ সাধু-সন্ত সকলৰ যত্নত দুয়োটা ফাল মিলাই এটি আকৰ্ষণীয় কীৰ্ত্তনঘৰ সজা হয়, লগতে দৌল আৰু আকাশীগঙ্গাৰো যথেষ্ট উন্নতি হয়। বৰদোৱা থানত বৰ্ত্তমান চলি থকা থান পৰিচালনা সমিতিৰ মিলা প্ৰীতি আৰু গাঢ় হোৱাৰ আশা থাকিল। গুৰুজনাৰ জন্মস্থান বৰদোৱা থান সমিতিৰ মিলাপ্ৰীতিৰ লেখিয়া উন্নত পদক্ষেপে

সদৌ অসম তথা অসমীয়া জাতিৰ উন্নতিত প্ৰভাৱ পেলাব।

বৰদোৱাৰ ঘাই চাৰি সত্ৰ- নৰোৱা, শ'লগুৰি, দীঘলী , চামগুৰি। এই চাৰি সত্ৰক নাতি সত্ৰ বা ঠাকুৰ আতাৰ সত্ৰ বোলে। কনকলতা আইৰ আজ্ঞাপৰ- কৌপাতী, নাচনিপাৰ, নেপালী, কন্টৰী আদি বাৰ সত্ৰ আছে।

মাধৱদেৱে বাৰজন ধৰ্মাচাৰ্য্য পাতি গুৰুধৰ্ম প্ৰচাৰ কৰাইছিল। তেওঁলোক মথুৰা দাস, গোপাল আতা, বাদুলা, পদ্ম আতা, বংশীগোপাল, যদুমণি, ভাগিন ৰামচৰণ, হৰিদেৱ, গোবিন্দ, বৰবিষ্ণু, লক্ষ্মীকান্ত, কেশৱ চৰণ।

পুৰুষোত্তম আৰু চতুৰ্ভুজৰ পুত্ৰ সন্তান নাছিল। তেওঁলোক দুয়োজনে বাৰজনকৈ আচাৰ্য্য পাতিছিল। চতুৰ্ভুজে তেওঁৰ ভনী গোবিন্দপ্ৰিয়া (স্বাঃ বৰুৱা চৌধুৰী) ৰ পুত্ৰ দামোদৰ ঠাকুৰক (চতুৰ্ভুজৰ ভাগিন) পুত্ৰ হিচাবে তুলি লৈছিল। কিন্তু ধৰ্মবস্তু তেওঁৰ পত্নী কনকলতাকহে দিছিল। পুৰুষোত্তমৰ আচাৰ্য্য সকলক বৰ বাৰজনীয়া আৰু চতুৰ্ভুজে পতা আচাৰ্য্য সকলক সৰু বাৰ জনীয়া বোলে। চতুৰ্ভুজৰ মৃত্যুৰ পাছত আই কনকলতাই বাৰ জন আচাৰ্য্য পাতিছিল। এওঁলোককো সৰু বাৰ জনীয়া বোলে। পুৰুষোত্ত মে পতা বৰ বাৰ জনীয়া সকলৰ ছজন ব্ৰাহ্মণ আচাৰ্য্য আৰু ছজন অব্ৰাহ্মণ আচাৰ্য্য।

## সত্ৰ আৰু আচাৰ্য্যসকল ঃ-

ব্ৰাহ্মণ আচাৰ্য্য - কেশৱ (কোৰ্চুং), গোপীনাথ (চেকেৰা তালী), বাসুদেৱ (চতমিয়াল), পৰমানন্দ (ৰতনপুৰ), পৰশুৰাম (পুনিয়া), ৰামকৃষ্ণ (গোমথা)।

অব্ৰাহ্মণ আচাৰ্য্য - বাপুকৃষ্ণ (এলেঙি) কমললোচন (ঠকৰিয়াল) মুকুন্দ (কাথপাৰ) কৃষ্ণচৰণ (চুপহা) হৰিচৰণ (সাওকুছি) মুৰাৰি (বেঙেনা আটি)।



# পৰিশিষ্ট

## মহাপুৰুষ শঙ্কৰদেৱ আৰু ভাৰতৰ অন্যান্য ধৰ্ম গুৰুসকলৰ

**বৈষ্ণৱধৰ্ম ঃ-**

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ আগতো ভাৰতৰ অন্যান্য প্ৰান্তত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ হৈছিল। ভাৰতৰ এই বৈষ্ণৱ ধৰ্মগুৰু সকলৰ মতবাদ কিছু নহয় কিছু পৃথক আছে বুলি পণ্ডিত সকলে প্ৰকাশ কৰিছে।

**এই ধৰ্মগুৰুসকল ঃ-**

শঙ্কৰাচাৰ্য্য, ৰামানুজ, ৰামানন্দ, নিম্বাৰ্কাচাৰ্য্য, মাধৱাচাৰ্য্য, বল্লভাচাৰ্য্য, তুলসী দাস, কবীৰ, ৰামদেৱ, তুকাৰাম, শ্ৰীচৈতন্য আদি। শ্ৰীচৈতন্য পঞ্চদশ শতিকাৰ ধৰ্মগুৰু।

নৱম শতিকাত দক্ষিণ ভাৰতত শঙ্কৰাচাৰ্য্যই বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। শঙ্কৰাচাৰ্য্যই (৭৮৮-৮২০খৃঃ অঃ) বেদান্ত সূত্ৰৰ 'শাৰীৰক ভাষ্য' লিখি পোন প্ৰথমে বেদান্ত সূত্ৰৰ বহুল প্ৰচাৰ কৰে। ড° নেওগৰ মতে "ভাৰতবৰ্ষৰ গুপ্ত ৰজা সকলৰ পিছত হৰ্ষবৰ্দ্ধনৰ দৰে অ ভাগৱত ৰজাৰ আমোলত বৈষ্ণৱ ধৰ্মৰ ক্ষীণ সোঁত এটা বৈ আছিল যদিও শঙ্কৰাচাৰ্য্যৰ নৱম শতিকাত ভাগৱত ধৰ্মৰ বল যথেষ্ট আছিল। কিন্তু পিছলৈ শঙ্কৰাচাৰ্য্যৰ বৈষ্ণৱ ধৰ্মই দক্ষিণ ভাৰতত গা কৰিব নোৱাৰিলে।"

দক্ষিণ ভাৰতত ৰামানুজে পোন প্ৰথমে ভক্তি ধৰ্ম প্ৰচাৰ কৰে। ভক্তি ধৰ্ম দক্ষিণ ভাৰতত জন্ম যদিও এই ভক্তি শৈৱ আৰু কালী পূজাৰ মাজত আছিল। কিন্তু অসমত বিষ্ণু ভক্তিৰহে বিকাশ ঘটিছিল। জাতিভেদ বিৰুধী ৰামানন্দই ব্ৰাহ্মণ্যবাদৰ হেঁচাত দক্ষিণ ভাৰতত স্থিতি লাভ কৰিব নোৱাৰি বেনাৰসত মঠ স্থাপন কৰি তেওঁৰ অনুগামীৰে সৈতে ধৰ্ম প্ৰচাৰ কৰিছিল। তেওঁৰ প্ৰধান শিষ্যৰ (ধৰ্মপ্ৰচাৰক) ভিতৰত এজন যৱন, এজন নাপিত, এজন চৰ্মকাৰ, এজন জাঠ সম্প্ৰদায়ৰ লোক। উত্তৰ ভাৰতত ৰামানন্দৰ ধৰ্ম প্ৰথমে বহুল প্ৰচাৰ হৈছিল যদিও পিছলৈ স্থবিৰ অৱস্থা প্ৰাপ্ত হয়। তেওঁ নাৰায়ণৰ ঠাইত ৰামৰ ভক্তিত প্ৰাধান্য দিছিল।

বঙ্গদেশত বৈষ্ণৱ ধৰ্ম প্ৰচাৰক শ্ৰীচৈতন্যৰ বৈষ্ণৱ ধৰ্ম প্ৰেম ভাবৰ- ৰাধা কৃষ্ণৰ যুগল মূৰ্ত্তি উপাস্য বিগ্ৰহ। ৰাধাকৃষ্ণৰ মূৰ্ত্তি পূজা সেৱাত বাধা নাই। তেওঁৰ ধৰ্মৰ বীজমন্ত্ৰ ষোল্ল নামৰ।

মহাৰাষ্ট্ৰত ৰামদেৱ তুকাৰাম, নামদেৱ আদিয়ে ভক্তিৰ গীত প্ৰচাৰ কৰে।

পঞ্জাৱত গুৰু নানকে (সম্বৎ ১৫২৬-১৫৯৬খৃঃ) শিখ সম্প্ৰদায় প্ৰতিষ্ঠা কৰে।

ৰামানন্দত আৰম্ভ কৰি উত্তৰ ভাৰতৰ বৈষ্ণৱ ধৰ্মৰ বিকাশত হিন্দু মুছলমানৰ মিলনৰ সুযোগ গঢ়লৈ উঠিছিল। কবীৰ আদি নিৰ্গুণ পন্থী সকলৰ ভিতৰেদি সগুণ-নিৰ্গুণবাদী ভক্তি মাৰ্গী শাখাত হিন্দু মুছলমান সহানুভূতিশীল সহজ সৰল ভাব বিনিময় হৈছিল।

চতুৰ্দশ শতিকাৰ শেষৰ ফালে মিথিলাৰ ৰাজ কবি বিদ্যাপতিয়ে ৰাধা কৃষ্ণৰ লীলা অৱলম্বণ কৰি মৈথিলী ভাষাত সুমধুৰ পদাৱলী লিখে।

আমাৰ অসমৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা প্ৰচাৰিত বৈষ্ণৱধৰ্ম ভাৰতৰ আন বৈষ্ণৱ ধৰ্মৰ লগত নিমিলে। অসমৰ বৈষ্ণৱ ধৰ্মৰ বীজ মন্ত্ৰ, উপাসনা পদ্ধতি, আচাৰ ব্যৱহাৰ ভাৰতৰ আন বৈষ্ণৱ ধৰ্মতকৈ বেলেগ। এই কাৰণেই বোধহয় এই ধৰ্মক মহাপুৰুষীয়া ধৰ্ম, একশৰণ নামধৰ্ম, কামৰূপীয়া বৈষ্ণৱ ধৰ্ম বা ভাগৱতী ধৰ্ম বোলে। মহাপুৰুষ শঙ্কৰদেৱে বাৰ বছৰ কাল ভাৰতৰ তীৰ্থ সমূহ পৰ্য্যটন কৰি, বিভিন্ন শাস্ত্ৰ অধ্যযন কৰি অসমৰ হাৱা পানী পৰিবেশৰ লগত খাপ খোৱাকৈ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল।

গুৰুজনাৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম দাস্য ভাবৰ-ভক্তিয়েই মূল। শাণ্ডিল্য সূত্ৰত কোৱা হৈছে- "সা পৰানুৰক্তিৰীশ্বৰে'। ভক্তি হ'ল ঈশ্বৰৰ প্ৰতি অনুৰক্তি। এক ঈশ্বৰ সেৱা ধৰ্ম। উপাস্য দেৱতা "কৃষ্ণ"। ভক্তি ধৰ্মৰ ঘাই আধাৰ নাম-কীৰ্ত্তন। সগুণ ঈশ্বৰ ধ্যানৰ মাজেৰে নিৰ্গুণ ব্ৰহ্মাৰ জ্ঞান দান। শঙ্কৰদেৱে ভক্তি ধৰ্মৰ যোগেৰে ব্যক্তি জীৱন মহীযান কৰাতকৈ সমাজ জীৱন মহীয়ান কৰাতহে অধিক গুৰুত্ব আৰোপ কৰিছিল।

গুৰুজনাৰ ধৰ্ম সাৰ্ব্বজনীন, সাম্য মৈত্ৰী ভাতৃত্ববোধ সমৃদ্ধ। তেৰাই সমগ্ৰ নৰসমাজ তথা সমগ্ৰ বিশ্ববাসীলৈ উদাত্ত কণ্ঠৰ বাণী দি গৈছে। ঈশ্বৰত আত্মসমৰ্পণৰ মাজেৰে ব্ৰহ্মা, পৰমব্ৰহ্মাৰ মিলন, এয়ে তেৰাৰ ভাগৱতী (বৈষ্ণৱ) ধৰ্মৰ ঘাই কথা। শত অৱতাৰৰ বীজ আৰু যাৰ নাভী কমলৰ পৰা ব্ৰহ্মায়ো জন্ম লাভ কৰিছে, সেই নিৰ্গুণ, সচ্চিদানন্দ, সৰ্ব্বঅৱতাৰৰ কাৰণ নাৰায়ণ, জগতৰ পৰম গুৰু, পৰমেশ্বৰ, পৰমপুৰুষ, পুৰুষোত্তমৰ নিৰ্ভেদ ৰূপেই ভজনীয়া পৰমেশ্বৰ বুলি গুৰুজনাই সিদ্ধান্ত দিছে।

# অসমৰ বৈষ্ণৱ ধৰ্মত ৰজা ঘৰীয়া প্ৰভাৱ ঃ-

মহাপুৰুষ শঙ্কৰদেৱে কৰ্মকাণ্ডী ব্ৰাহ্মণৰ উচটনিত আহোম ৰজা সকলৰ পৰা বৈষ্ণৱ ধৰ্ম প্ৰচাৰত যথেষ্ট বাধা পাইছিল। নিজৰ জীৱনৰ সংশয় হৈছিল, হৰি জোৱাইৰ শিৰচ্ছেদ হৈছিল আৰু আহোম ৰাজ্য ত্যাগ কৰি কোঁচ ৰাজ্যলৈ যাব লগা হৈছিল। শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্ম পালন কৰা সত্ৰ সমূহৰ উপৰিও অসমত অ-শঙ্কৰী গোসাই ৰাজ অনুগ্ৰহত বাহিৰৰ পৰা আহি অসমত থিতাপিলৈ সত্ৰ পাতে। কলাবাৰী, তামোলবাৰী, কহুবাআতি, মিছামৰা (নগাঁৱৰ), দিপৰা এই শ্ৰেণীৰ সত্ৰ। মণিপুৰৰ ৰজা গোলাপ সিংহই বাবাজী (পশ্চিমৰ) নামে এজন চৈতন্যপন্থী লোক আনি নিজ ৰাজ্যত বৈষ্ণৱ ধৰ্ম প্ৰতিষ্ঠা কৰে।

আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত বঙ্গদেশৰ নদিয়াৰ কৃষ্ণৰাম ন্যায় বাগীশ ভট্টাচাৰ্য্যক অসমলৈ আনি থিতাপি দিয়ে আৰু পিছত পৰ্ব্বতীয়া গোসাই নামে জনাজাত হয়। এই শাক্ত ধৰ্মী কৃষ্ণৰাম ভট্টাচাৰ্য্যত ৰজা শিৱসিংহই শৰণ লয়। শিৱসিংহই শৰণ লোৱাৰ পিছৰ পৰাই বৈষ্ণৱ ধৰ্মত অমিল অসূয়া আৰম্ভ হয়। কৃষ্ণৰামে বঙ্গদেশত প্ৰচলিত ৰক্ষণশীল গোড়া ব্ৰাহ্মণ্য ধৰ্ম-নীতি, তন্ত্ৰ-মন্ত্ৰ, ৰাজ শক্তিৰ সহায়ত প্ৰচাৰ কৰিছিল। ভক্তিবাদ দমন কৰি অসমত শক্তিবাদ প্ৰচলন কৰিছিল। লক্ষী সিংহৰ দিনত শাক্ত ৰামানন্দ আচাৰ্য্যই অসমত সত্ৰ পাতি পহুমৰীয়া গোসাই নামে অভিহিত হয়। পৰ্ব্বতীয়া গোহাইৰ লগত অহা নাতি গোসাইৰ পৰা পাণ্ডুনাথত এঘৰ গোসাই থিতাপি লয়। পৰ্বতীয়া গোসাই আৰু নাতি গোসাই আৰু পহুমৰীয়া গোসাই সকল ৰজাঘৰৰ গুৰু হয়। কালক্ৰমত ব্ৰাহ্মণ্য ধৰ্মই ৰাজকাৰেঙত থিতাপি ল'লে আৰু লগতে ডা-ডাঙৰীয়া সকলো পিচপৰি নাথাকিল। স্বৰ্গদেউ সকলে আগৰ নিজা ধৰ্ম ত্যাগ কৰি হিন্দু ধৰ্ম গ্ৰহণ কৰিলে আৰু আগৰ দেওধাই, মহন, বাইলুং সকল, ৰাজ-ৰাজোৱানৰ ঘৰত মঙল চোৱাৰ বাহিৰে আন স্থান নোহোৱাত পৰিল। কিন্তু স্বৰ্গদেউ জয়ধ্বজ সিংহই ১৫৭৫ শকত (১৬৫৩খৃঃ) নিৰঞ্জন পাঠকৰ পৰা বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি আউনিআতি সত্ৰ পাতি ভূমি বৃত্তি দান কৰিছিল। এই কথা আগত প্ৰকাশ কৰা হৈছে। এইজনা স্বৰ্গদেৱে বৈষ্ণৱ ধৰ্মৰ কল্যাণ মূলক কামত যথেষ্ট অৰিহণা যোগাই আহিছে। জয়ধ্বজ সিংহৰ দিনৰ পৰাই বৈষ্ণৱ গোসাই সকলে ৰজাঘৰীয়া সহায় প্ৰত্যক্ষ ভাৱে পাবলৈ ধৰিলে। বহুতো বৈষ্ণৱ গোসায়ে ৰজাঘৰীয়া সুবিধাৰ আশাত ৰাজচ'ৰাৰ চাৰিকাষে ঘূৰি ঘূৰি কিছুমান সুবিধাও ল'লে। জয়ধ্বজ সিংহই শঙ্কৰদেৱৰ নাতিৰ, জীয়াৰীৰ

সন্তানসকলক কামৰূপ, ভাটীৰ পৰা মতাই অনাই অনেক বৃত্তি দান কৰে।

বিভিন্ন সময়ত স্বৰ্গদেউ সকলে আউনিআতি, গড়মূৰ, দক্ষিণপাট, কুৰুৱাবাহী অসমৰ মূল এই চাৰি সত্ৰক বহুত মাটি বৃত্তি দান কৰে। এই চাৰি সত্ৰৰ সত্ৰাধিকাৰ সকলে ৰাজ চ'ৰাত প্ৰথম শাৰীত আসন পায়। বাকী আৰু কিছুমান সত্ৰৰ অধিকাৰ সকলক চাই চিটি তাৰ পিছে পিছে স্থান দিছিল। ৰজা আৰু ক্ষমতাশালী ডাঙৰীয়াসকলে নিজ নিজ গুৰুক আগশাৰীত বহুৱাবলৈ যত্ন কৰিছিল। ৰুদ্ৰসিংহৰ দিনত তেওঁ শৰণ লোৱা মহন্তক আগত স্থান দিছিল। ঘোৰ শাক্ত ৰুদ্ৰসিংহৰ দিনতে শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্মৰ ওপৰত বাহিৰৰ ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱ বেচিকৈ পৰিছিল; বাহিৰৰ পৰা অহা গোসাই সকলক বেচি সুবিধা দিছিল। চুখাংফা (ঘোৰা ৰজা) ৰ দিনত (১৪৭১-১৫৩৩ শঁক) শঙ্কৰ, মাধৱৰ মহাপুৰুষীয়া ধৰ্ম জনসাধাৰণৰ মাজত বৰকৈ বিয়পে যিদিও শাক্ত প্ৰভাৱ মুক্ত নহয়। চুচেংফা (প্ৰতাপ সিংহ)ৰ দিনত (১৫৩৩-১৫৭১শক) মহাপুৰুষীয়া ধৰ্ম দেশত বিশেষ ব্যাপ্ত হৈছিল বুলি কোনোৱে কয়। বুৰঞ্জীৰ মতে প্ৰতাপ সিংহৰ দিনত মুকুন্দ ৰাম গোসাইক বিধি এৰি নামত ধৰা বাবে বধ কৰা হয়। বংশীগোপাল প্ৰাণৰ ভয়ত হাবিয়ে বননীয়ে ঘূৰি ফুৰিব লগা হৈছিল। এইজনা ৰজাৰ দিনতে বৈষ্ণৱ পন্থী মায়ামৰা গোসাইৰ একনিষ্ঠ শিষ্য- কৃষ্ণানন্দ, লাকুবৰ পাত্ৰ, গুৰুমেলা বৰগোহাই, এজন নেওগ, ফুকন, এজন মৰাণ বিষয়াক শিৰচ্ছেদ কৰা হয়। মায়ামৰা সত্ৰৰ চতুৰ্থ গোসাই নিত্যানন্দ দেৱক চাওদাং লগাই ৰুদ্ৰসিংহই বধ কৰায়। নিত্যানন্দ মায়ামৰা সত্ৰৰ সত্ৰাধিকাৰ আছিল ১৫৬৬ পৰা ১৫৭২শকলৈকে (মনিৰাম দেৱানৰ মতে)। (চুতামফা) জয়ধ্বজ সিংহই (১৫৭৫-১৫৮৫শক) বংশীগোপালৰ শিষ্য বনমালিক বেহাৰৰ পৰা আনি ব্ৰহ্মপুত্ৰ দক্ষিণে ৰাঙলী বাহৰত দক্ষিণপাট সত্ৰ পাতি বহুৱায়। গদাধৰ সিংহ, ৰুদ্ৰসিংহ শাক্ত ধৰ্মৰ পৃষ্ঠপোষক। তেওঁলোকৰ দিনত অসমৰ বাহিৰৰ পৰা গুৰু অনাই শৰণ লোৱাৰ পিছৰ পৰা বৈষ্ণৱ ধৰ্মত বিভেদৰ সৃষ্টি হয়। ৰুদ্ৰসিংহৰ পুত্ৰ-শিৱসিংহ, প্ৰমত্ত সিংহ, ৰাজেশ্বৰ সিংহ, লক্ষ্মী সিংহ এজন এজনকৈ ৰাজপাটত উঠে। এওলোক ঘোৰ শাক্ত আছিল। শিৱসিংহই কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ উপদেশত সিংহাসন এৰি দি তেওঁৰ পত্নী ফুলেশ্বৰী কুঁৱৰীক (বৰ ৰজা) সিংহাসনত বহুৱাইছিল। ঘোৰ শাক্ত ফুলেশ্বৰী কুৱৰীয়ে একনিষ্ঠ বৈষ্ণৱ মোৱামৰীয়া মহন্তক জোৰ কৰি দেৱীক সেৱা কৰাই বলিৰ তেজৰ ফোঁট দিয়াৰ ফলত মোৱামৰীয়া বিদ্ৰোহৰ সূত্ৰপাত হয়।

শিৱসিংহই কৃষ্ণৰাম ভট্টাচাৰ্য্যত শৰণলৈ, মাটি বৃত্তি দান দি কামাখ্যা

নীলাচলত (কৃষ্ণৰামক) থাপনা কৰে আৰু পৰ্বৃতীয়া গোসাই নাম পায়। শিৱসিংহই বৰপেটা সত্ৰৰ বাপু সকলক বৃত্তি দান কৰে। শিৱসিংহৰ দিনত ব্ৰাহ্মণ্য ধৰ্ম সম্পূৰ্ণ ৰূপে ৰাজধৰ্ম হিচাবে নিগাজী হয়, তেতিয়াৰ পৰা বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ কমিব ধৰিলে। শিৱসিংহ, প্ৰমত্ত সিংহ, ৰাজেশ্বৰ সিংহই বঙ্গদেশৰ আগমী পন্থ লোৱাত ডা-ডাঙৰীয়াসকলেও ৰজাৰ গুৰুকে গুৰু মানিলে।

শাক্ত ধৰ্মী ৰজাৰ অত্যাচাৰত মোৱামৰীয়া মহন্তৰ শিষ্যসকলৰ অন্তৰত থকা জুই জ্বলি উঠিল। মোৱামৰীয়া শিষ্যসকলে ৰজাৰ বিৰুদ্ধে যুঁজি লক্ষ্মীসিংহক বন্দী কৰি মোহন মালা কোঁৱৰক সিংহাসনত বহুৱালে। পিছৰ যুঁজত ৰজাঘৰৰ জয় হোৱাত লক্ষ্মীসিংহক পুনৰ সিংহাসতন বহুৱায়।

জয়ধ্বজ সিংহৰ দিনত বৈষ্ণৱ ধৰ্মই কিছু ঠন ধৰি উঠিছিল যদিও অন্য ৰজাসকলৰ দিনত অৱনতি ঘটিছিল, বিশেষকৈ ৰূদ্ৰসিংহৰ দিনৰ পৰা অৱনতি আৰম্ভ হয়। ৰূদ্ৰসিংহৰ দিনতে অসমীয়া সংস্কৃতিৰো অৱনতি ঘটে। এই সময়ৰে পৰা ডা-ডাঙৰীয়া সকলৰ মাজত দুৰ্গোৎসৱ পালন প্ৰৱল হয়- বৈষ্ণৱ সত্ৰত শাক্ত প্ৰভাৱ পৰিল। বিশেষকৈ শাক্ত ৰজাৰ পৰা ভূমি-বৃত্তি পোৱা ৰাজানুগৃহীত বৈষ্ণৱ সত্ৰসমূহ শাক্ত প্ৰভাৱৰ পৰা হাত সাৰিছে বুলি কব নোৱাৰি।

## গুৰুজনাৰ প্ৰবৰ্ত্তিত বৈষ্ণৱ ধৰ্মত অসমৰ সত্ৰীয়া গোসাই মহন্তৰ ভূমিকা ঃ-

স্ৰষ্টাৰ সৃষ্ট এই বিশ্বব্ৰহ্মাণ্ড তেওঁৰ স্ৰজন, পালন, সংহাৰণ কাৰ্য্যৰ দ্বাৰা সত্য, ত্ৰেতা, দ্বাপৰ, কলি এই চাৰি যুগৰ মাজেদি কৌটি কৌটি কল্প উত্থান পতন ঘটাই আহিছে আৰু এই অনুক্ৰমেই চলি থাকিব। জীৱশ্ৰেষ্ঠ মানৱে সত্যযুগত কেৱল হৰি নাম লৈ সংসাৰৰ দুখ-শোক, পাপ-তাপৰ হাত সাৰি ইহকালত শান্তিত আৰু পৰকালত সজ গতি লাভ কৰিছিল। দেৱতা সকলে হৰি নাম গুপ্ত কৰি যাগ যজ্ঞ পূজা প্ৰচলন কৰি নিজ স্বাৰ্থ সিদ্ধি কৰিছিল।

মাধৱ পুৰুষে বস্তু প্ৰকাশত লিখিছে -

আদি সত্য যুগে শুদ্ধ ধৰ্ম আছিলেক মাত্ৰ হৰি নাম
দেৱসবে গুপ্ত কৰিলে কৰি কপট।
হেন হৰি নাম ব্যক্ত কৰি সমস্ত লোকক উদ্ধাৰিলা
শ্ৰীমন্ত শঙ্কৰে ভাঙ্গিলা সবাৰো পট।।

- - - - - - - - - - - - - - - - -

হৰি নাম প্ৰেম ৰস অমৃত নিধিক বান্ধি
গুপ্ত কৰি থৈলা দেৱগণে।
দয়ালু শঙ্কৰে পাই তুলি মুদ ভাঙ্গি দিলা
সুখে পান কৰা সৰ্বজনে।।

ঋষি মুনিসকলে তপস্যা কৰি থাকোতে কেতিয়াবা নিজৰ শৰীৰ উঁইয়ে খাইছিল; যাগ-যজ্ঞ কৰি হোমৰ ধোঁৱাৰে শৰীৰ এলেন্ধুৱা কৰিও ঈশ্বৰ প্ৰাপ্তি নহৈছিল। শাস্ত্ৰই কৈছে -

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰ কালত পূজা।
কলিত হৰিৰ কীৰ্ত্তন বিনাই
আউৰ নাহিকে দুজা।।

মহাপুৰুষ শঙ্কৰদেৱে বেদ বেদাঙ্গ উপনিষদ শ্ৰুতি স্মৃতি গীতা ভাগৱত ৰামায়ণ মহাভাৰত পুৰাণ আদি ধৰ্ম শাস্ত্ৰ মন্থন কৰি এই কলি যুগত তৰণৰ উপায় কেৱল হৰি নাম বিনে নাই, যাগ যজ্ঞ তপ জপ মিছা বুলি জানি মানৱ জীৱনৰ (জীৱৰ) ইহ পৰকালৰ তৰণৰ উপায়, গতিপথ 'একশৰণ হৰি নাম' ধৰ্ম প্ৰচাৰ কৰিছিল। অসমৰ ব্ৰাহ্মণ, গোসাই, কোঁচ, কলিতা, নগা, মিৰি, গাৰো, ভোট, যৱন কৈৱৰ্ত্ত, কছাৰী আদি সকলো সম্পদায়ৰ লোকক বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰি সকলোকে চেনেহ প্ৰীতিৰ এনাজৰীৰে বান্ধি বৃহৎ অসমীয়া জাতি গঠন কৰাৰ উপৰিও বিশ্বত সাম্য মৈত্ৰীৰ উদাহৰণ ডাঙি ধৰি বিশ্ব শান্তিৰ পথ প্ৰদৰ্শন কৰিছিল। গুৰুজনাৰ পৰবৰ্ত্তি কালৰ গুৰু সকলে শঙ্কৰদেৱৰ আদৰ্শকে শিৰোধাৰ্য্য কৰি কিছুকাল নাম ধৰ্ম প্ৰচাৰ কাৰ্য্য চলাই আছিল। মাধৱ পুৰুষৰ প্ৰয়াণৰ পিছৰ পৰা গুৰু সকলে শঙ্কৰদেৱৰ আদৰ্শ আওকাণ কৰি, ফালৰি কাটি নিজা মতবাদক গুৰু জনাৰ মতবাদ বুলি ধৰ্ম প্ৰচাৰ কাৰ্য্যত ব্ৰতী হল। একেজন শঙ্কৰ গুৰুতে শৰণলৈ একে দীক্ষা আদৰ্শ গ্ৰহণ কৰি তেওঁলোকৰ মাজত বিভেদৰ সৃষ্টি কৰিলে।

প্ৰথমে দামোদৰীয়া, ঠাকুৰীয়া, হৰিদেৱী পন্থ ওলিয়ালে।

দামোদৰদেৱৰ পৰা বড়া - দামোদৰীয়া

গোপালদেৱৰ পৰা বঢ়া - ঠাকুৰীয়া

হৰিদেৱৰ পৰা বঢ়া - হৰিদেৱী

গুৰু সকলে আকৌ বিভেদ কৰিলে- জাতি-সম্প্ৰদায়ৰ ইন্ধন যোগোৱা চাৰি সংহতিৰ। যেনে - কাল সংহতি, ব্ৰহ্ম সংহতি, পুৰুষ সংহতি, নিকা সংহতি। ড° নেওগৰ মতে সংহতি কৃত্ৰিম আৰু ভেদ ভাৱৰ পৰা হোৱা। মনিৰাম দেৱানৰ মতে বৈদিক আচাৰ কাৰ্য্য নাম ধৰ্ম দুটিতে বিশ্বাস কৰি ব্ৰহ্মাসংহতি হল-দামোদৰীয়া সকল। উজনি অসমৰ চাৰি সত্ৰীয়া সকল অলপ অচৰপ কৰ্মত প্ৰবৰ্ত্তি নামত কাষ্ঠা ৰাখি হল পুৰুষ সংহতি, পুৰুষোত্তম ঠাকুৰ, ঠাকুৰ আতা আদি। সৰ্বকৰ্ম পৰিত্যাগ কৰি গুৰুৰ চৰণ কাষ্ঠাৰে হল কাল সংহতি- গোপাল আতাৰ সম্প্ৰদায়। বৈষ্ণৱ প্ৰবৰ্ত্তনেৰে আচাৰ সৰ্বস্ব নিকা. নিকা সংহতি-মথুৰাদাস বুঢ়া আতা, বাদুলা পদ্ম আতা আদি। সংহতি সমূহৰ চমু বিবৰণ-গুৰুৰ কাষ্ঠাৰে কাল সংহতি। দেৱত কাষ্ঠাৰে ব্ৰহ্ম সংহতি। নামত কাষ্ঠাৰে পুৰুষ সংহতি। ভকতত কাষ্ঠাৰে নিকা সংহতি। (৭/৬/৮৬ দৈনিক জনমভূমি) মায়ামৰা, দিহিং সত্ৰ, কাল সংহতিৰ। এই সংহতিৰ সম্প্ৰদায়ৰ লোক কোনোৱে চৰম পন্থী, বিপ্লবী বুলি কয়। মন কৰিবলগীয়া- এই সংহতি সমূহ সত্ৰীয়া সকলৰহে, গুৰুজনাৰ নহয়। নিজৰ মতৰ বলত শঙ্কৰী ধৰ্মৰ নীতি চেৰাই অসমৰ গুৰুসকলে জাতিভেদক প্ৰাধান্য দি সংহতিৰ সৃষ্টি কৰিলে। কাল সংহতিৰ প্ৰতিষ্ঠাপক গোপালদেৱ বুলি পণ্ডিতসকলে কয়। দামোদৰ, হৰিদেৱ একে পন্থৰ হৈয়ো পিছৰ যুগত দামোদৰীয়া, হৰিদেৱী দুটা পন্থৰ সৃষ্টি কৰে।

মাধৱদেৱে নিজৰ ভাগিন ৰামচৰণ ঠাকুৰক সুন্দৰীদিয়াত অধিকাৰ পাতে। ভৱানীপুৰীয়া গোপাল আতাক কমলবাৰী সত্ৰৰ আধিকাৰ পাতিথৈ যায়। ভৱানীপুৰীয়া গোপালে ছখনত ব্ৰাহ্মণ আৰু ছখনত অব্ৰাহ্মণ অধিকাৰ পাতি দিয়ে। বাঁহবাৰী, গজলা, মায়ামৰা, হালধীআতি, নগৰীয়া, দিহিং অব্ৰাহ্মণ সত্ৰ। বংশীগোপাল কৰুৱাবাহী, নিৰঞ্জন পাঠকৰ আউনি আতি; লক্ষ্মীকান্তৰ গড়মূৰ; বাদুলা পদ্ম আতাৰ কমলাবাৰী, বনমালীদেৱে দক্ষিণপাট, সত্ৰ পাতে। কাল সংহতিৰ মায়ামৰা আৰু দিহিং এই দুখন সত্ৰই সাম্যবাদী গুৰুৰ আদৰ্শ ৰক্ষা কৰিছিল। এই সত্ৰ দুখনৰ ব্ৰাহ্মণ কলিতাৰ পৰা মৰাণ কৈৱৰ্ত্তলৈ শিষ্য আছিল। শঙ্কৰদেৱৰ বৈকুণ্ঠীৰ পিছত হৰিদেৱ, দামোদৰদেৱ, গোপালদেৱৰ শিষ্য সকলৰ একোটা সুকীয়া সম্প্ৰদায় হৈ দামোদৰীয়া, ঠাকুৰীয়া আদি উপাধি লয় বুলি আগত প্ৰকাশ কৰা হৈছে। উপাধি যিমানেই বেলেগ হব ধৰিলে ভেদাভেদো সিমানেই বঢ়াবলৈ কিছুমানে যত্ন কৰিলে।

এই দৰেই গুৰুচৰিতবোৰতো নানা ভাবে নানা কথা সোমাল।

আই কনকলতাৰ যত্নত গুৰুজনাৰ নাতি জীয়ৰী বংশই অসমত থিতাপি লোৱাৰে পৰাই অসমত সংহতি শ্ৰেণী ওলাইছে বুলি পণ্ডিতসকলে কয়। সাম্য মৈত্ৰীৰ এনাজৰীৰে বান্ধিব খোজা গুৰুজনাৰ ধৰ্মৰ মাজত সত্ৰীয়া সকলৰ মাজৰ পৰা আকৌ উচ্চাৰণ হ'ল দামোদৰীয়া আৰু মহাপুৰুষীয়া সম্প্ৰদাযৰ। পিছৰ যুগত দামোদৰ আৰু হৰিদেৱৰ শিষ্যসকলে হৰিদেৱী আৰু দামোদৰীয়া দুটা পৃথক পন্থ ৰূপে দেখুৱালে। হৰিদেৱে মানেৰিত সত্ৰ পাতে আৰু তেওঁৰ পৰাই হৰিদেৱী পন্থৰ- বৈনাকুছি, জাগৰা, চামেৰি, পৰেণা সত্ৰৰ উৎপত্তি হয়। গুৰুজনাৰ স্থাপিত পাটবাউসী সত্ৰৰ নাতি দূৰত দামোদৰদেৱে এখন পাটবাউসী নামৰ সত্ৰ পাতি বৈকুণ্ঠ নাথ ভট্টদেৱক সেই পাটবাউসীত থাপি থয়। পাটবাউসীৰ অৰ্দ্ধেক শিষ্য দামোদৰী পন্থী হয়। গুৰুজনাৰ নাতি পুৰুষোত্তম, চতুৰ্ভুজৰ পৰা বঢা সকল শঙ্কৰদেৱৰ আদি থান বৰদোৱাত প্ৰতিষ্ঠিত হৈ তাতে পন্থৰ সৃষ্টি কৰিলে।

আচৰিত কথা কায়স্থ শঙ্কৰদেৱৰ নাতি পৰিনাতিৰ পৰা বঢ়াসকলে কালক্ৰমত গোস্বামী, মহন্ত উপাধিলৈ নিজে উচ্চ বৰ্ণৰ ব্ৰাহ্মণ্য ভাৱৰ মেৰত সোমাই তেওঁলোকৰে উপৰিপুৰুষ, আদিগুৰু মহাপুৰুষ শঙ্কৰদেৱৰ জাতি ভেদ বৰ্জ্জিত বৈষ্ণৱ ধৰ্মত জাতি ভেদ মাতি আনিলে। মহাপুৰুষ শঙ্কৰদেৱৰ কোঁচ, কলিতা, ব্ৰাহ্মণ, কৈবৰ্ত্ত, নগা, মিৰি, গাৰো, ডফলা, কছাৰী, লালুং, সুত, বড়ো, খাছী, যৱন, চমাৰ, কুমাৰ, মৰাণ, মটক, আহোম, চুতীয়া আদি অসমৰ থলুৱা জাতিসমূহ একাকাৰ কৰা বৈষ্ণৱ ধৰ্মত জাতিভেদ আহি উপস্থিত হ'ল; আমাৰ অসমীয়া ভাই ভনীক ঠাই ঠাই কৰিলে।

ড° হীৰেণ গোহায়ে লিখিছে "বংশগত ভাৱে শঙ্কৰ মাধৱ দুয়ো শাক্ত। মহাপুৰুষ শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ পটভূমিত অসমৰ বৈষ্ণৱ আন্দোলনৰ যি জোৱাৰ উঠিছিল, সেয়া কোনো গোষ্ঠীৰ নিজা প্ৰভুত্ব বিস্তাৰৰ উপায় নাছিল। বৈকুণ্ঠ প্ৰয়াণৰ সময়ত তেৰাই নিজ ঔৰষজাত পুত্ৰৰ হাতত পৰমাৰ্থ বস্তু দি থৈ যোৱা নাছিল আৰু ধৰ্মৰ সীমাও বৰ্ণ হিন্দুৰ মাজত বান্ধি থৈ যোৱা নাছিল। সেই যুগৰ পৰিবেশ তেৰাৰ উদাৰ বহল মনোভাৱৰ জোখাৰে নাছিল, তাৰ লগত সামন্ত ব্ৰাহ্মণ্যবাদৰ হেঁচাত বৈষ্ণৱ আন্দোলনৰ ঢৌৱে জাতিভেদ সংকীৰ্ণ মনোভাৱ ধুই পেলাব নোৱাৰিলে জাতিভেদ ঢাপৰ মাজত বৈ গ'ল।" আজি অসমৰ এচাম উচ্চ বৰ্ণৰ লোকে তেওঁলোকৰ অভ্যস্ত জীৱন যাত্ৰা ৰীতি নীতি ধৰ্ম কলা কৃষ্টি সকলো

অসমীয়াৰে বাঞ্ছিত কাংক্ষিত ৰূপ বুলি জাপি দিবলৈ বিচাৰিছে। অসমৰ সমূহীয়া অস্তিত্বতকৈ তেওঁলোকৰ গোষ্ঠীগত স্বাৰ্থ ৰক্ষাতহে গুৰুত্ব দিয়া দেখা গৈছে। অসম আৰু অসমীয়াক সবল কৰি ৰাখিবলৈ আমাৰ মনত প্ৰবাহিত হ'ব লাগিব সাম্য, গণতন্ত্ৰ, উদাৰতা, সহিষ্ণুতাৰ মনোভাব। শঙ্কৰদেৱৰ ওপৰত বামুণৰ অত্যাচাৰৰ কথা পঢ়িলে আজিৰ ব্ৰাহ্মণে বিব্ৰত অনুভৱ নকৰাকৈ নেথাকে। ব্ৰাহ্মণৰ চক্ৰান্তই শঙ্কৰদেৱক বিপদত পেলাইছিল।

তথাপিয়ো বৰ্ণ বিদ্বেষ, উচ্চাভিমান, জাতি ভেদাভেদ ভাব বাদদি জাতি গঠন আৰু জাতীয় সংহতিত ব্ৰাহ্মণ সকলৰ গুৰুত্বপূৰ্ণ অৱদান আছেঁ। আমাক লাগিব সাম্প্ৰদায়িকতা ঠেকগণ্ডী পৰিহাৰ কৰি বিভিন্ন সম্প্ৰদায়ক একে ডাল সূতাৰে বান্ধিব পৰা চিন্তাধাৰা।" (অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা গ্ৰন্থ, ড° হীৰেণ গোহাই)

গুৰুজনাৰ বৈকুণ্ঠীৰ পিছত মহাপুৰুষ মাধৱদেৱে গুৰুৰ আদৰ্শ শিৰোধাৰ্য্য কৰি গুৰু ধৰ্ম প্ৰচাৰ কৰিছিল আৰু সত্ৰ পৰিচালনাত গুৰুৰ দায়িত্ব ভাৰ অৰ্পণ কৰোতে বহুদিশ চালি জাৰি চাই একো জনক সত্ৰ পৰিচালনাৰ ভাৰ দিছিল। গণতান্ত্ৰিক পদ্ধতিৰে নাৰায়ণ ঠাকুৰ আতা, ৰামৰায়, মাধৱ ভাগিন ৰামচৰণ আদি বাৰজন ধৰ্মাচাৰ্য্যৰ লগত আলোচনাৰ মাধ্যমেৰে ধৰ্মপ্ৰচাৰ কাৰ্য্য চলাইছিল। গুৰু নিৰ্ব্বাচনত কেনে গুণগত লোক গুৰু হোৱা উচিত মাধৱ পুৰুষৰ খুলমূল বাণী আগত প্ৰকাশ কৰা হৈছে। কিন্তু পিছৰ গুৰুসকলৰ নিৰ্ব্বাচন বংশগত হোৱা দেখা যায় আৰু এই বংশগত পদ্ধতি পৰম্পৰাত পৰিণত হল। এনেকৈ গুৰু নিৰ্ব্বাচন হওতে পূৰ্বৰ গুৰু শঙ্কৰদেৱৰ আদৰ্শ কিমান ৰক্ষিত হৈছে তাতো চিন্তা কৰিব লগা নোহোৱা নহয়। এনেকৈ নিৰ্বাচন কৰা গুৰুসকলৰ সকলোৱেই গুণগত বুলি কব নোৱাৰি। এইখিনিতে উল্লেখ কৰিব পাৰি -

বৰ্ত্তমান অসমত "শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ'ই জাতি ভেদ ৰহিত কৰি গণতান্ত্ৰিক পদ্ধতিৰে গুৰু নিৰ্বাচন কৰি, গুৰুজনাৰ আদৰ্শেৰে 'এক শৰণ হৰিনাম ধৰ্ম' প্ৰচাৰৰ কাম হাতত লৈ বৃহৎ অৰাজনৈতিক অনুষ্ঠান গঢ়ি তুলি উচ্চ-নীচ, ধনী-দুখীয়া, জাতি বৰ্ণ ভেদাভেদ দূৰ কৰি অসম, ভাৰত তথা বিশ্বৰ সাম্য, মৈত্ৰী, শান্তিৰ প্ৰশংসনীয় পদক্ষেপ লৈছে।

দুখৰ বিষয় অসমৰ সত্ৰীয়া গোসাই মহন্তসকলে অতীতত সংহতি সম্প্ৰদায় ভাগ কৰা, নিজক উচ্চবৰ্ণৰ লোক বুলি প্ৰতিষ্ঠিত কৰা, বৰ্ণৰ উচ্চ-নীচ ভাগ কৰা

মনোভাৱ পোষণ কৰি থাকিল। বিশ্বত বিৰল- বহুমূখীগুণ সম্পন্ন মহাপুৰুষ শঙ্কৰদেৱক বিশ্ব দৰবাৰত স্থান দিব পৰা দূৰৰে কথা আনকি ভাৰততে শঙ্কৰদেৱৰ নামটো জনাজাত কৰিব নোৱাৰিলে। আমাৰ বঙ্গালী ভাই সকলে কম দিনৰ ভিতৰতে তেওঁলোকৰ ঐকান্তিক চেষ্টাৰ ফলত, শঙ্কৰদেৱৰ পিছৰ ৰামকৃষ্ণ পৰমহংসৰ নাম বিশ্বত জনাজাত কৰিব পাৰিলে।

তথাপি স্মৰণ কৰিব লাগিব অসমৰ সত্ৰীয়া গোসাই-মহন্তসকলে মহাপুৰুষ শঙ্কৰদেৱৰ গীত-মাত, সুৰ-সঞ্চাৰ, বাজানা, নৃত্য, সাঁচিপতীয়া পুথি, সাহিত্য-সংস্কৃতি আদি জীয়াই ৰখাত যত্নৰ ত্ৰুটী কৰা নাই। সত্ৰীয়া সকলৰ কোনো জনে আকৌ সাঁচিপতীয়া পুথি প্ৰক্ষিপ্ত কৰাও দেখা যায়। তাৰ প্ৰমাণ নগাঁৱৰ ক'ৰচোং সত্ৰৰ সাঁচিপতীয়া গুৰুচৰিত পুথি (ৰামচৰণ ঠাকুৰৰ) প্ৰক্ষিপ্ত হোৱা কাৰ্য্য।

গুৰুজনাৰ সংস্কৃতি জীয়াই ৰখা কোনো সত্ৰই, গুৰুজনাৰ সংস্কৃতিক 'শঙ্কৰী সংস্কৃতি' বুলি নকৈ সত্ৰীয়া সংস্কৃতি বুলি কোৱাও শুনা যায়।

এইখিনিতে গড়মূৰ সত্ৰাধিকাৰ স্বনামধন্য পূজনীয় শ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ বাণী প্ৰণিধানযোগ্য —

**শ্ৰীমন্ত শঙ্কৰদেৱৰ পঞ্চশত জন্মোৎসৱৰ (বৰপেটা) সভাপতিৰ অভিভাষণৰ কিছু অংশ। (সভাপতি-শ্ৰীপীতাম্বৰ দেৱগোস্বামী) ৫০০শঙ্কৰাব্দ (১৮৭০শক ২৩আহিন)**

## শ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ বাণী ঃ-

"মহাপুৰুষীয়া ভাগৱতী ধৰ্ম পুনঃ সংস্কাৰৰ একান্ত প্ৰয়োজন। ধৰ্ম পুৰণি হ'লে মুখে মুখে লৰচৰহৈ ধৰ্ম আৰু জ্ঞান বিকৃত হয় বুলি কৃষ্ণই অৰ্জ্জুনক কোৱা কথা গীতাত লিপিবদ্ধ হৈ আছে। বুদ্ধদেৱৰ তিৰোভাৱৰ পিছত জ্ঞানী ভিক্ষুসকলে একত্ৰ হৈ ধৰ্ম সংস্কাৰ কৰিব লগা হৈছিল। কালৰ প্ৰভাৱত শঙ্কৰদেৱৰ তিৰোভাৱৰ পিছত মহাপুৰুষীয়া ধৰ্ম বিকৃত হ'ল। গতিকে যেয়ে অসমীয়া সমাজ, জাতিৰ কল্যাণৰ কামনা কৰে সেই সকলে মহাপুৰুষীয়া ধৰ্ম সংস্কাৰ নকৰাকৈ থাকিব নোৱাৰে। অসমীয়া জাতিৰ এটা কলুষিত স্বভাৱ আছে পৰৰ উৎকৰ্ষ সহ্য কৰিব নোৱাৰে। মহাপুৰুষ শঙ্কৰদেৱ অলৌকিক প্ৰতিভাবান মহাপুৰুষ হোৱা দেখি হীন নিকৃষ্ট মনোবৃত্তিৰ মানুহে শঙ্কৰদেৱক কেৱল কবি সাহিত্যিক বুলিহে কব খোজে। কোনোৱে আকৌ তাতোকৈ নিকৃষ্ট মনোবৃত্তিৰে কব খোজে শঙ্কৰদেৱে হেনো সেই জন্মত

মুক্তি নেপালে, তাৰ পিছত ভেখেতৰ শিষ্য প্ৰশিষ্যৰ শিষ্য হৈহে হেনো মুক্তি পালে। শঙ্কৰদেৱক হীন নিকৃষ্ট বুলি ভবাৰ চেষ্টা কৰা কথা অসমৰ কোনোবা কাণীৰ, চক্ষুহীনৰ, মস্তিষ্কৰ পৰাহে ওলায়।

অসমত মহাপুৰুষীয়া দামোদৰীয়া দুটা মতবাদ থকা কথাটো যিসকলে কৈছে একেবাৰে মিছা কথা। দামোদৰদেৱে চৈতন্যৰ পৰা উপদেশ পাইছিল সিও মিছা। কাৰণ চৈতন্যৰ শৰণ নাই; দামোদৰৰ শৰণ আছে। এই যুক্তি মানি সকলো অসমীয়াই দামোদৰীয়া, মহাপুৰুষীয়া মিছা কল্পনা পৰিহাৰ কৰি এক গোট হব লাগে। বঙ্গ দেশৰ কোনোবা পুথিত সংহতি ভেদৰ কথা আছে, গুৰুৰ তিৰোভাৱৰ পিছত মহাপুৰুষীয়া ধৰ্মত সংহতি অলাগতিয়াল কথা সুমুৱাই আমাৰ পবিত্ৰ ধৰ্ম বিশৃঙ্খল কৰি পেলালে। গড়মূৰীয়া সত্ৰাধিকাৰে কৈছে - মই ঘোষণা কৰিছো- মহাপুৰুষীয়া ধৰ্মৰ মাজত মিছাকৈ টানি অনা সংহতি ভেদ উঠাই লোৱা হওঁক। গীতা ভাগৱতে নিৰ্দ্দেশ দিয়া ধৰ্মহে তেৰাই প্ৰচাৰ কৰিছিল। কোনোবাই বিচাৰ কৰি চাব খুজিলে গীতা ভাগৱতৰ যুক্তিৰে বিচাৰ কৰি চাব পাৰে। ঋষি সকলে কৈছে "যুক্তিহীন বিচাৰেণ ধৰ্ম্ম হানিঃ প্ৰজায়তে।"

মহাপুৰুষীয়া ধৰ্মধাৰী অসমৰ গুৰুসকলে গীতা ভাগৱতৰ পৰা শঙ্কৰে প্ৰবৰ্ত্তোৱা বিশুদ্ধ ধৰ্মমত অমান্য কৰি নিজৰ মনৰ অলীক ধৰ্মকে সত্য ধৰ্ম বুলি গোটেই অসমীয়া জাতিৰ মহা অনিষ্ট সাধিলে। শঙ্কৰে জাতিভেদৰ ভেদা ভেদ দূৰ কৰি ব্ৰাহ্মণ শূদ্ৰ উভয়কে মিলাই সঙ্গী সুহৃদ পাতি সম শ্ৰেণীৰ মহন্ত পাতি থৈ গৈছিল। কিন্তু যিসকল ধৰ্মাচাৰ্য্যই মহাপুৰুষ শঙ্কৰদেৱক ঈশ্বৰ অৱতাৰ বুলি মন্তব্য, সেৱা-নমস্কাৰ কৰে সেই ধৰ্মাচাৰ্য্য সকলৰ উত্তৰাধিকাৰী সকলে শঙ্কৰদেৱৰ মতবাদক অৱজ্ঞা কৰি সমাজখন শতধা প্ৰকাৰে চিন্ন ভিন্ন কৰিলে। যি ভাগৱতী একশৰণ ধৰ্মৰ মাজত অস্পৃশ্যতা নাছিল, সেই অস্পৃশ্যতাবাদেই ধৰ্মৰ নীতি বুলি পৰিগণিত হল। অসমৰ ধৰ্মগুৰুসকলে সেই দুৰ্নীতিকে সুনীতি বুলি লৈ শঙ্কৰদেৱৰ বিৰোধিতা কৰি অসমত অস্পৃশ্যতা পাপ পুনঃ প্ৰতিষ্ঠা কৰিলে। এই ধৰ্মাচাৰ্য্য সকলৰ দোষতে শঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত ভাগৱতী ধৰ্ম বিকৃত হৈ পৰিল। মহাপুৰুষৰ আদৰ্শ মানি মাধৱদেৱ, দামোদৰদেৱ, বংশীগোপালদেৱ এই সকলে নিৰপেক্ষ ভাবে যোগ্যবান লোকক উত্তৰাধিকাৰী পাতি দি গ'ল। কিন্তু তাৰ পিছৰ সকলো গুৰুৱেই নিজৰ বংশৰ আৰু নিজ পো, ভাই, ভতিজা আদিক ধৰ্মৰ উত্তৰাধিকাৰী পাতি যোগ্যবান লোককো সেই দায়িত্ব নিদি আযোগ্য আত্মীয় স্বজনক ধৰ্মাধিকাৰ পতাৰ নিয়ম

লগাই ললে। ব্ৰাহ্মণ আৰু গুৰু সকলোৱেই নিজৰ ক্ষুদ্ৰ ক্ষুদ্ৰ স্বাৰ্থৰ খাতিৰত ধৰ্মৰ নিয়ম বহুত পৰিবৰ্ত্তন কৰিলে। গুৰসকলে মহাপুৰুষীয়া ধৰ্মৰ বিকৃত অৰ্থ কৰিবলৈ শিকিলে। গুৰু আদৰ্শ ভ্ৰষ্ট হোৱা দেখি শিক্ষিত আৰু শিক্ষাভিমানী লোকসকল ধৰ্মস্থানৰ পৰা ক্ৰমে আঁতৰ হৈ যাবলৈ ধৰিলে। অসমৰ গুৰুসকলে মহাপুৰুষ শঙ্কৰদেৱৰ আদৰ্শেৰে নিজৰ কৰ্ত্তব্য পালন কৰা হলে অসমৰ লক্ষ্য লক্ষ্য পাহাৰী ভাই সকল খৃষ্টান হ'বলৈ নেপালেহেঁতেন। এনে অনস্থাতো অসমৰ এই গুৰুসকলৰ অন্তঃকৰণত নিজৰ কৰ্ত্তব্য বুদ্ধি উন্মোষিত নহ'ল।

সমাজত সাৰ্বজনীয় ভাৱে ধৰ্ম শিক্ষা দিব নোৱাৰিলে কোনো স্বাধীন ৰাষ্ট্ৰৰ চৰকাৰে সকলো বিধৰ কঠোৰ আইন প্ৰৱৰ্ত্তন কৰিলেও দুৰ্নীতি দূৰ কৰিব নোৱাৰে। এতিয়া আমাৰ ধৰ্ম, সমাজৰ কল্যাণ সাধিবলৈ হ'লে, অৱনতি দূৰ কৰিবলৈ মহাপুৰুষৰ প্ৰৱৰ্ত্তিত ভাগৱতী ধৰ্ম সংস্কাৰৰ আৱশ্যক হৈছে। ধৰ্মৰ মাজৰ বিশৃঙ্খল দূৰ কৰাৰ উদ্দেশ্যে শঙ্কৰদেৱৰ পবিত্ৰ নামেৰে সংঘ প্ৰতিষ্ঠা কৰিছোহঁক। মোৰ জ্ঞান বুদ্ধি ধৰ্ম বিশ্বাসেৰে যি ভাবিছো তলৰ সিদ্ধান্ত ঘোষণা কৰিছোঁ -(গড়মূৰীয়া সত্ৰাধিকাৰ)

গড়মুৰীয়া সত্ৰাধিকাৰ সিদ্ধান্ত ঃ-

(১) সমগ্ৰ অসমৰ গুৰু সকল একত্ৰিত হৈ শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত একশৰণ ভাগৱতী ধৰ্ম সংস্কাৰ কৰি প্ৰৱৰ্ত্তন কৰিব লাগে।

(২) মহাপুৰুষীয়া ধৰ্ম গ্ৰহণকাৰী গুৰু সকলে একে প্ৰণালীৰে শৰণ প্ৰথা প্ৰৱৰ্ত্তাব লাগে।

(৩) যুক্তিহীন মিছা চাৰি সংহতি পৰিত্যাগ কৰিব লাগে।

(৪) ধৰ্মাধিকাৰ সকলে নিজৰ পো, ভাই, আদিক উত্তৰাধিকাৰী ধৰ্মাধিকাৰ পতা নীতি ৰহিত কৰি ধৰ্মজ্ঞান থকা উপযুক্ত লোকক ধৰ্মাধিকাৰ পতা নিয়ম কৰিব লাগে।

(৫) হিন্দু জাতিৰ সমাজত জাতি ভেদ প্ৰথা ৰহিত কৰি কৰ্মগত (চোৰ, ডকাইত, মদপী আদি) জাতি ভেদ মানি ল'ব লাগে। হিংসুক নিষ্ঠুৰ এই সম্পৰ্কে ভাগৱতৰ ৭ম স্কন্ধৰ ১১শ অধ্যায়ত থকা আৰু গীতাত কৃষ্ণই কোৱা বাণীও সাৱোগত কৰি লোৱা হওক।

(৬) ব্ৰাহ্মণ সন্তানে মাছ, মাংস কানি মদ ভাং বিক্ৰী কৰিলে পতিত হব। তেওঁলোকৰ পুত্ৰ কন্যা সৎ স্বভাবি হলে ব্ৰাহ্মণ বুলি গণ্য হব। সকলো

ব্ৰাহ্মণে হাল বাব পাৰিব কিন্তু নাম কীৰ্ত্তন কৰিব লাগিব।

(৭) চাৰিও বৰ্ণৰ মাজত পুত্ৰ কন্যাৰ বিবাহ হ'ব পাৰিব।

(৮) মহাপুৰুষীয়া দামোদৰীয়া মিছা ভেদাভেদ তুলি দি এক হ'ব লাগে।

(৯) গোটেই দেশতে উপাসনা পদ্ধতি একে হ'ব লাগে।

(১০) মহাপুৰুষ শঙ্কৰদেৱৰ জীৱন চৰিত ইংৰাজী, হিন্দী, অসমীয়াত লেখাই জগত বিখ্যাত জ্ঞানী আৰু স্বাধীন দেশ সমূহৰ ৰাজকীয় পুথিভঁড়াললৈ পঠোৱা হওক। হিন্দীত ছপাই ভাৰতৰ বিভিন্ন ৰাজ্যৰ পুথিভড়াললৈ পঠোৱা হওক। অসমীয়াত ছপাই আমাৰ পাহাৰী ভাই সকলৰ মাজত কম মূল্যত বিতৰণ কৰা হওঁক।" (শ্ৰীপীতাম্বৰ দেৱগোস্বামী-সত্ৰাধিকাৰ গড়মূৰ সত্ৰ)

এই খিনিতে তেজপুৰ নিকামুল সত্ৰাধিকাৰ স্বনামধন্য °গহন চন্দ্ৰ গোস্বামীদেৱৰ কেই আষাৰ মান কথা ব্যক্ত কৰা হল-

সাম্য মৈত্ৰী, জাতিভেদ দূৰীকৰণৰ উদ্দেশ্যে স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীদেৱে অঁকা, ডফলা, মিৰি আদি বহু হাজাৰ জনজাতি লোকক শৰণ দিছিল আৰু হৰিজন সকলৰ লগত ৰাজহুৱা ভাৱে নাম কীৰ্ত্তন কৰি একেলগে বহি প্ৰসাদ গ্ৰহণ কৰিছিল। °গহন চন্দ্ৰ গোস্বামীয়ে কৈছিল - গোসাই সকলত শৰণ লোৱা প্ৰথা উঠি যাব লাগে। গোসাই মহন্ত সকলে আচল ধৰ্ম প্ৰচাৰ কৰিব পৰা নাই। গতিকে সেই সকলক বাদ দি শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ পৰা নতুনকৈ প্ৰচাৰক, শৰণাচাৰ্য্য সজাই শৰণ দিয়াৰ ব্যৱস্থা কৰিব লাগে। °গহন চন্দ্ৰ গোস্বামীয়ে খৃষ্টান এজনক শৰণ দি হিন্দু কৰি হিন্দু সমাজত স্থান দিছিল।(শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীৰ জীৱনী গ্ৰন্থ ৫৮পৃঃ)

প্ৰবীন সত্ৰীয়া শিল্পী লেটুগ্ৰাম সত্ৰাধিকাৰ স্বনামধন্য °দেৱকান্ত গোস্বামীয়ে কৈছিল "গুৰুজনাই সত্ৰ পাতিছিল শিষ্য ভকতক আগত স্থান দি। কিন্তু আজি আমি সত্ৰ পাতিছো শিষ্য ভকতক দূৰত ৰাখি। এনে ধৰ্মই দহৰ হিত সাধন কৰিব নোৱাৰে।" (আজিৰ অসম ৩ আগষ্ট/৯৫)

অসমীয়া জাতি ধ্বংসৰ সন্ধিক্ষণত নিজকে ৰক্ষাৰ বাবে গুৰুজনাৰ আদৰ্শেৰে জাতি ভেদ পৰিহাৰ কৰি সাম্য মৈত্ৰীৰ ভাবেৰে কাম কৰি গ'লেহে জাতি ৰক্ষা হ'ব। বৰ্ত্তমান অসমৰ গুৰুসকলে জাতিভেদ অস্পৃশ্যতা পৰিহাৰ নকৰিলে তেখেত সকলেই জাতিধ্বংস মাতি আনিব। জাতি নেথাকিলে ধৰ্ম কাক দিব, ধৰ্ম প্ৰচাৰ ক'ত কৰিব, গুৰুজনাৰ সংস্কৃতি তথা জাতীয় সংস্কৃতি কেনেকৈ ৰক্ষা হব? গুৰুসকলে

অস্পৃশ্যতা মহাপাপ দূৰীকৰণত অৰিহণা যোগাই, গুৰুজনাৰ আদৰ্শেৰে পদক্ষেপ আগবঢ়াই, মহাপুৰুষ শঙ্কৰদেৱৰ 'জগত গুৰু' নাম প্ৰতিপন্ন কৰিব লাগে।

নগাঁও কিশলয় গোষ্ঠীৰ দ্বাৰা প্ৰকাশিত "জগত গুৰু শঙ্কৰদেৱ" গ্ৰন্থৰ পৰা উদ্ধৃত (পৃষ্ঠা ২৫)

"লাজৰ কথা যে, বিশ্বত হিন্দু ধৰ্ম সংস্কৃতি প্ৰচাৰৰ গৌৰৱেৰে গৌৰৱান্বিত স্বামী বিবেকানন্দই হিন্দু ধৰ্ম সংস্কৃতিৰ আঁৰ কাপোৰৰ তলেদি বঙালী ধৰ্ম গুৰু ৰামকৃষ্ণ পৰমহংসৰ কথা প্ৰচাৰ কৰিবলৈ গৈ বঙালীৰ গুণগ্ৰাহী হৈ শঙ্কৰদেৱৰ বিৰুদ্ধে থকা ঈৰ্ষা দগ্ধ অন্তৰেৰে দেশে বিদেশে বক্তব্য প্ৰকাশ কৰি ফুৰিছিল। এইজনা ঈৰ্ষা পৰায়ণ মানুহ স্বামী বিবেকান্দই ৰামকৃষ্ণ পৰমহংসক অপ্ৰতিদ্বন্দী ৰূপে থিয় কৰাবলৈ গৈ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক 'হংকৰ' দেৱলৈ বিকৃত কৰি আক্ৰমনাত্মক কটু সমালোচনা নিৰ্মম ব্যংগ মানহানিকৰ বাক্য প্ৰকাশ কৰিছিল। এসময়ত ঢাকাৰ পৰা অসমত সোমাই গোৱালপাৰা গুৱাহাটী শ্বিলং আদিত অনুষ্ঠিত ধৰ্ম সভাত ভাষণ প্ৰসঙ্গত বিবেকানন্দই কৈছিল -

"ভগবানেৰ অৱতাৰ যখন তখন যেখানে হয় না। এক ঢাকাতেই শুনলাম তিনি চাৰটি অৱতাৰ বেৰিয়েচেন।" কামাখ্যা তন্ত্ৰ মন্ত্ৰৰ প্ৰাধান্য উল্লেখ কৰি কৈছে -"এক হংকৰ দেৱৰ শুনলাম তিনিও অঞ্চলে অৱতাৰ বলে পূজিতে হয়। শুনলুম তাৰ সম্প্ৰদায় খুব বিস্তৃত। ঐ হংকৰদেৱ আৰ শংকৰাচাৰ্য্য একই লোক কি বুঝতে পাৰলুম না। তবে লোগগোলিকে দেখে দেখে বোধহয় ত্যাগী সম্ভৱতঃ তান্ত্ৰিক সন্ন্যাসী কিংবা শংকৰাচাৰ্যই সম্প্ৰদায় বিশেষ।"

শঙ্কৰদেৱৰ দৰ্শনিক মৌলিকত্ব বিহীন কৰিবলৈ চলোৱা প্ৰচেষ্টাৰ উদাহৰণ পোৱা যায়। নগেন বসুৰ সম্পাদনাত প্ৰকাশ পোৱা বঙ্গদেশৰ 'বিশ্বকোষ'ত শঙ্কৰদেৱক চৈতন্যৰ শিষ্য কৰি প্ৰকাশ কৰিছে। বৰ্ত্তমানো বিশ্ববৰেণ্য মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱক বিকৃত ৰূপত প্ৰকাশ কৰা লোকৰ অভাৱ হোৱা নাই।

কেই বছৰমানৰ আগতে গুৱাহাটীত অধ্যক্ষ তীৰ্থনাথ শৰ্মাৰ সভাপতিত্বত বহা বিশ্ব হিন্দু পৰিষদৰ মুকলি সভাত হাজাৰ হাজাৰ অসমীয়া অনা অসমীয়া মানুহৰ উপস্থিতিত শ্ৰীমন্ত শঙ্কৰদেৱক চৈতন্য দেৱৰ শিষ্য বুলি প্ৰচাৰ কৰা হয়। উক্ত সভাত বৈষ্ণৱ পণ্ডিত শ্ৰীসোনাৰাম চুতিয়াই প্ৰতিবাদ কৰিবলৈ থিয় হওতে সভাপতিকে আদি কৰি বিশ্ব হিন্দু পৰিষদৰ কৰ্মকৰ্ত্তা সকলে বাধা প্ৰদান কৰে।

" যোৱা ৩।৫।৭৬ (২০ বহাগ) সোমবাৰে বৰহোলা হাইস্কুলত হোৱা ধৰ্ম সভাত কুৰুৱাবাহীৰ বয়োবৃদ্ধ অধিকাৰে কৈছিল- "দশম কীৰ্ত্তনোযে শঙ্কৰদেৱে লিখিছিল তাৰ কিবা প্ৰমাণ আছেনে? খোল তালযে শঙ্কৰদেৱৰ সৃষ্টি তাৰ কি প্ৰমাণ আছে?"

এনে ধৰণৰ বক্তব্যই বাৰু কি সূচায়? এইখিনিতে প্ৰশ্ন উঠে দশম, কীৰ্ত্তন, খোল তালৰ সৃষ্টি কৰ্ত্তা তেন্তে কোন? শঙ্কৰদেৱৰ বাহিৰে আনক দেখুৱাব পৰা উপায় নিশ্চয় নাই। এই কথা সকলোৱে স্বীকাৰ কৰিব লাগিবযে পঞ্চদশ শতিকাত হোৱা বিশ্ব জাগৰণৰ সকলো মনীষীতকৈ শঙ্কৰদেৱৰ আসন উচ্চ।"

( সম্পাদক পৰাণ কুমাৰ বৰুৱা)

## শঙ্কৰদেৱৰ ধৰ্মীয় দৰ্শনৰ আভাস ঃ-

আমি পাই আহিছো - বিশ্বত যেতিয়া ধৰ্মৰ গ্লানি আৰু অধৰ্মৰ প্ৰাদুৰ্ভাব হয় তেতিয়া একোজন ক্ষণজন্মা পুৰুষৰ আবিৰ্ভাৱ হৈ দুষ্টক দমন আৰু শিষ্টক পালন কৰি ধৰ্ম পুনৰ সংস্থাপন কৰি আহিছে। অসমত যেতিয়া ধৰ্মৰ নামত ছাগ, হংস কাটি বলি দিছিল আনকি ধৰ্মৰ নামত নৰ বলিৰ নিচিনা যেতিয়া ব্যভিচাৰ চলিছিল অসম তিমিৰাচ্ছন্ন হৈছিল। তেতিয়া পঞ্চদশ শতিকাৰ মাজভাগত মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱ হৈ ধৰ্মৰ অনাচাৰবোৰ দূৰ কৰি অসমত নৱবৈষ্ণৱ ধৰ্মৰ সূচনা কৰিছিল আৰু সাহিত্য কলা-সংস্কৃতি প্ৰদান কৰি মৃতপায় অসমীয়া জাতিক সঞ্জীৱনী শক্তি প্ৰদান কৰিছিল।

মহাপুৰুষ মাধৱদেৱে লিখিছে ঃ-

"ত্ৰিভুৱন বন্দন, দৈৱকী নন্দন, যোহৰি মাৰল কংস।
জগজন তাৰণ, দেৱ নাৰায়ণ, শঙ্কৰ তাকেৰি অংশ।।

(গুৰু ভটিমা)

ৰামচৰণ ঠাকুৰে লিখিছে ঃ-

"জয় জয় অনাদি ঈশ্বৰ দেৱহৰি।
শঙ্কৰ স্বৰূপে পৃথিৱীত অৱতৰি।।
অংশ কলা বিভূতিৰ যত শক্তি চয়।
স্বৰূপে এথাক আনিলা কৃপাময়।।

শঙ্কৰ স্বৰূপে হৰি হুয়া অৱতাৰ।
আপোনাৰ যশধৰ্ম কৰিলা প্ৰচাৰ।।

(গুৰুচৰিত)

গুৰুজনাৰ সুগভীৰ ধৰ্মৰ তত্ত্ব আমাৰ নিচিনা অকিঞ্চনে সীমিত জ্ঞানেৰে লিখি প্ৰকাশ কৰা একেবাৰে অসম্ভৱ।

গুৰুজনাৰ ভাষাতে আমি কবলৈ বাধ্য হৈছো
"হস্তীৰ দেখিয়া লাদ, শশা যেন ফাৰে মাৰ্গ, মোৰ ভৈল তেহ্নয় অৱস্থা।" তথাপিও গুৰুজনাৰ চৰণলৈ শতকোটি নমস্কাৰ জনাই আভাস মাত্ৰ দুআষাৰ লিখিবলৈ সাহস কৰিছো।

পৃথিৱীত যি সকল ক্ষণজন্মা অৱতাৰী পুৰুষে জনকল্যাণৰ কাৰণে নিজৰ ধৰ্মমত প্ৰচাৰ কৰি গ'ল সেইসকলৰ ভিতৰত মহাপুৰুষ শঙ্কৰদেৱ অন্যতম্। সেইসকলৰ ধৰ্ম মতৰ উদ্দেশ্য এটাই- পৰম পুৰুষ প্ৰাপ্তি। তথাপিয়ো এই মহাপুৰুষ সকলৰ ধৰ্ম মতৰ পথ-সুগম আৰু দুৰ্গম বিশেষণেৰে বিভিন্ন ভাৱধাৰা পৰিলক্ষিত হয়। প্ৰতি গৰাকী ধৰ্মাচাৰ্য্যৰ মতবাদত মতদ্বৈধ আছে। যেনে - শঙ্কৰাচাৰ্য্যৰ লগত ৰামানুজৰ; চৈতন্যদেৱৰ লগত শঙ্কৰদেৱৰ, বুদ্ধদেৱৰ লগতো শঙ্কৰদেৱৰ মতভেদ আছে। বিশ্বৰ তথা ভাৰতৰ সমূহ ধৰ্মাৱতাৰ মহাপুৰুষৰ চিন্তাধাৰাৰ লগত আমাৰ অসমৰ অৱতাৰী মহাপুৰুষ শঙ্কৰদেৱৰ চিন্তাধাৰাৰ এটা বিষয়ত সম্পূৰ্ণৰূপে পৃথক। সেইটো হ'ল- মায়া-প্ৰকৃতি (জড়) ব্যতিৰেকে একমাত্ৰ চৈতন্যময় পৰম পুৰুষৰ উপাসনা। শ্ৰীমন্তশঙ্কৰদেৱৰ বাহিৰে ভাৰতৰ অনেক ভক্তি সাধকে মায়া বা প্ৰকৃতিক ঈশ্বৰৰ শক্তিৰূপে দেৱ-দেৱীত আৰোপ কৰি পূজা উপাসনা কৰা দেখা যায়।

শঙ্কৰদেৱৰ মতে প্ৰকৃতি পুৰুষকো যি জনা মাধৱে নিয়ন্ত্ৰণ কৰিছে, যি জন সমস্ত প্ৰাণীৰ আত্মাস্বৰূপ হৰি, সেই জনেই পৰম বান্ধৱ উপাস্য দেৱতা। মহাপুৰুষ মাধৱদেৱে লিখিছে -

প্ৰকৃতি পুৰুষ দুয়োৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা ৰাম পৰম বান্ধৱ।।

(নামঘোষা)

মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম- বেদ উপনিষদ, গীতা, ভাগৱত,

অন্যান্য পুৰাণ, ৰামায়ণ মহাভাৰত আদি নানা শাস্ত্ৰৰ আধাৰত প্ৰতিষ্ঠিত। গুৰুজনাই নানা শাস্ত্ৰ মন্থন কৰি তাৰ সাৰমৰ্ম উদ্ধাৰ কৰি ধৰ্ম প্ৰতিষ্ঠা কৰিছে। শাস্ত্ৰ সমূহৰ ভিতৰৰ গীতাৰ একশৰণ, ভাগৱতৰ ভজন সৎসঙ্গ, সহস্ৰনাম খণ্ড পদ্মপুৰাণৰ পৰা নাম ধৰ্মলৈ ভক্তিবাদ বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰে। এই ধৰ্মৰ প্ৰতিপাদ্য- বিষ্ণু বা দৈৱকী নন্দন কৃষ্ণ। কৃষ্ণ নাম ৰাম নামৰ সমাৰ্থক। গীতাত অৰ্জ্জুনক কৈছে-

"সৰ্ব্ব ধৰ্ম পৰিতজ্য মামেকং শৰণং ব্ৰজঃ।

অহং ত্বাং সৰ্ব্বপাপেভ্যোমোক্ষয়িষামি মাশুচঃ।।"

"হে অৰ্জ্জুন। তুমি সকলো ধৰ্মত্যাগ কৰি মোতে মাত্ৰ শৰণ লোৱা। মই তোমাক সকলো পাপ তাপৰ পৰা উদ্ধাৰ কৰিম।"

গুৰু জনাই ভাঙনি দিছে -

"সৰ্ব্বধৰ্ম এৰি এক শৰণ সাক্ষাৎ।

সুদৃঢ় বিশ্বাসে সখি লৈয়োক আমাক।।

নকৰিবা ভয় সখি কৰো অঙ্গীকাৰ।

সমস্ত পাপত-মই কৰিবো নিস্তাৰ।।" (ভাগৱত)

বৈষ্ণৱ ধৰ্মৰ আৰাধ্য দেৱতা দৈৱকী নন্দন কৃষ্ণ, ভাগৱতৰ স্বয়ং ভগবান। "কৃষ্ণস্তু ভগৱান স্বয়ং।" কৃষ্ণয়েই বিষ্ণু।

পদ্ম পুৰাণত কৈছে -

আৰাধনানাং সৰ্ব্বেষাং বিষ্ণু আৰাধনাং পৰম।

তস্মাৎ পৰতৰং দেৱ তদীয়ানাং সমৰ্চনম্ ।। (পদ্মপুৰাণ)

মাধৱদেৱে লিখিছে -

মুক্তিতো নিস্পৃহ যিটো সেহি ভকতক নমো

ৰসময় মাগোহো ভকতি।

সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য

ভজো হেন দেৱ যদুপতি।।

গুৰুজনাই কৈছে - " একং এব্ দ্বিতীয়ং নাস্তি।"- এক দেৱ এক সেৱ। এক বিনে নাই কেৱ।।"

বিষ্ণুৰ পূৰ্ণ অৱতাৰ দৈৱকী নন্দন কৃষ্ণকে শঙ্কৰদেৱে ইষ্ট গুৰু বুলিছে।

## গুৰুজনাৰ একেশ্বৰ বাদ ঃ-

একেশ্বৰ বাদ বোলোতে এজন ঈশ্বৰকে বুজায়। পৰম ব্ৰহ্ম নিৰ্গুণ নিৰাকাৰ। বৃহদাৰণ্যকোপনিষদত যাজ্ঞবল্ক ঋষিয়ে এই সত্যৰ বৰ্ণনা কৰিছে। জাৰ্মান পণ্ডিত মেক্সমুলাৰে বেদৰ বহু দেৱতাৰ মাজত পাৰ্থক্য আছে বুলিছে। বেদৰ বহু দেৱতাক বেদীত থাপনা কৰাৰ পিছত সেই পৰম ব্ৰহ্ম শক্তিক আৰোপিত কৰি পূজা কৰা হয়- তাক মেক্সমূলাৰে প্ৰতিপন্ন কৰিছে। বেদৰ এই বহুদেৱতাক এক ৰূপে ধ্যান কৰাৰ পৰাই একেশ্বৰবাদৰ জন্ম হয়। ঋক সংহিতাৰ বিখ্যাত পুৰুষ সুক্তত সেই মহান সত্বাৰ উল্লেখ আছে।

"পাদোহস্য বিশ্বাভূতানি" অৰ্থাৎ পৰম শক্তিৰ এটি পাদেই বিশ্ব ব্ৰহ্মাণ্ড। ইয়াতেই একেশ্বৰ বাদৰ প্ৰকাশ। মহাপুৰুষ শঙ্কৰদেৱে একেশ্বৰবাদ (অদ্বৈতবাদ) বৈষ্ণৱ ধৰ্মত ইয়াকে প্ৰতিপন্ন কৰিছে। গুৰুজনাই কৈছে- গছৰ গুৰিত পানী দিলে যেনেকৈ সকলো ডাল, পাত, পুষ্পই পাই সেইদৰে এক কৃষ্ণ অংশ সকলো দেৱ দেৱীক পৃথকে পৃথকে পূজা নকৰি কৃষ্ণক পূজিলেই সকলো দেৱ দেৱীক পূজা কৰা হয়।

## বৈষ্ণৱ ধৰ্মত প্ৰতিমা পূজা নিষিদ্ধ ঃ-

গুৰুজনাৰ ধৰ্মত প্ৰতিমাৰ স্থান নাই। তেৰাৰ সমস্ত লিখনিত উপদেশ ৰাজিত একেশ্বৰ উপাসনা ভিন্ন অন্য দেৱ দেৱীৰ সেৱা পূজা নিষিদ্ধ।

গুৰুজনাই লিখিছে -

অন্য দেৱী দেৱ নকৰিবা সেৱ, মূৰ্ত্তিকো নাচাইবা তাৰ।
মণ্ডপো নজাইবা, প্ৰসাদো নাখাইবা, ধৰ্ম হ'ব ব্যভিচাৰ।।
এক কৃষ্ণ দেৱ, কৰিয়োক সেৱ, ধৰিও তাহান নাম।
কৃষ্ণ দাস হৈয়া, প্ৰসাদ ভূঞ্জিয়া, হস্তে কৰা তান কাম।।

পুনঃ ঃ- গীতাত কৃষ্ণই অৰ্জুনক কৈছে -

অনাচাৰ কৰি অপৰাধী মোৰ নুহি।
আন দেৱ পূজে যিটো সেহি মোৰ দ্ৰোহী।।
অৰ্জুনক গীতাত কহিলা হৰি সাঁচ।
অপদেৱতাক পূজি হৈবে পিশাচ।।

প্ৰেতৰ লগত ফুৰিবেক পূজা খাই।

আউৰ শত জনমতো তাৰ গতি নাই।। (ভাগৱত)

এদিন উদ্ধৱই কৃষ্ণদেৱক সুধিছিল - হে জনাৰ্দ্দন! একে বেদতে ঋষি সকলে ভিন্ন ভিন্ন ব্যাখ্যা কৰে কিয়?

কৃষ্ণই ক'লে -

এতেকে উদ্ধৱ তুমি এৰা বেদ পন্থ।

যিবা জানা শুনামানে এৰা হেন গ্ৰন্থ।।

বেদে যেন কৰে তাক শুনা প্ৰাণ সখি।

মায়াময় বেদধৰ্ম সবাকো উপেক্ষি।।

মই বিনে বেদে কিছু আন নবখানে।

চাৰিও বেদৰ তত্ত্ব অৰ্থ এহিমানে।।

কতো মন্দমতি শাস্ত্ৰ নকৰে বিচাৰ।

কৰে ধৰ্ম কৰ্ম পূৰ্ব্ব পুৰুষ আচাৰ।।

মইসে ঈশ্বৰ মোক নকৰিব সেৱ।

হংস ছাগ কাটি পূজিবেক আনদেৱ।।

জানিবাহা সিসিজন ৰাক্ষস অসুৰ।

হিয়াত থাকন্তে মই তাহাৰ বিদূৰ।।

নগাৱে নকৰে মোৰ নাম গুণ যশ।

জানিবা উদ্ধৱ সেহি মনুষ্য ৰাক্ষস।।

নৰকৰ পৰা তাক নেদো উঠিবাক।

মই কাল ৰূপে জানা মেৰাই ধৰো তাক।।

(ভাগৱত একাদশ স্কন্ধ)

মাধৱ দেৱে লিখিছে -

একা খানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকী নন্দনে কৈলা যাক

দেৱ একমাত্ৰ দৈৱকী দেৱীৰ সুত।

দৈৱকী পুত্ৰৰ পদসেৱা    কৰ্ম এক এহিমানে মাত্ৰ
মন্ত্ৰো একমাত্ৰ তান নাম অদভুত।। (ঘোষা নং ৬৬৬)

মায়া আদি কৰি যত, সমস্ত জগত জড়, কৃষ্ণসে চৈতন্য আত্মা শুদ্ধ।
চৈতন্য কৃষ্ণক এৰি, জড়ক ভজিয়া মৰে, কিনো লোক অধম মূগুধ।।
(নামঘোষা)

তীৰ্থবুলি কৰে জলত শুদ্ধি। প্ৰতিমাত কৰে দেৱতা বুদ্ধি।।
বৈষ্ণৱত নাই ইসব মতি। গুৰুতো অধম কৃষ্ণ বদতি।।    (ভাগৱত)

ঈশ্বৰক কৃষ্ণক অন্য দেৱতাৰ লগত তুলনা কৰা পাপীৰ উপায় নাই।

ঈশ্বৰ কৃষ্ণক যিটো, আনদেৱতাৰ সম, বোলয় অধম মূঢ় মতি।
চৌৰাশী নৰক ভুঞ্জি, পাপীৰ যোনিত সিটো, অৱশ্যে হৈবেক উতপতি।
(নামঘোষা)

যিজনে কপট ভাৱে কৃষ্ণক শৰণ লৈ পুত্ৰ, ভাৰ্য্যা, ধন, ঐশ্বৰ্য্য, বিভূতিৰ অৰ্থে গোপনে অন্য দেৱতাক পূজা কৰে তেওঁৰ একো সিদ্ধি নহয়।

বচনে কেৱলে মাত্ৰ, হৰিত শৰণ লয়, চিত্তে আন দেৱক ভজয়।
জানিবাহা কদাচিতো, সিদ্ধি সিটো নলভয়, হৰি তাৰ সন্তোষ নহয়।।
(নামঘোষা)

শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্মই আন দেৱ দেৱীৰ অস্তিত্ব স্বীকাৰ কৰে যদিও ইবোৰৰ উপাসনাৰ ঘোৰ বিৰোধিতা কৰে। গুৰু জনাই অনাদি পাতন শাস্ত্ৰত প্ৰকাশ কৰিছে দেৱতা সকল ইন্দ্ৰিয় সমূহত ভিন্ন ভিন্ন আছে। আখিত- আদিত্য; নাকে- অশ্বিনী কুমাৰ; জিভাত-বৰুণ; বাক্যে-অগ্নি সঞ্চাৰ; চৰ্মে- বায়ু, ইন্দ্ৰ; কৰ্ণে- দশদিগ পাল; পদে-বিষ্ণু; লিঙ্গে-প্ৰজাপতি; গুহ্যে - মিত্ৰ; চিত্তে- বাসুদেৱ; অহঙ্কাৰ, ক্ৰোধে-ৰুদ্ৰ; মনত-চন্দ্ৰ; বুদ্ধিত-ব্ৰহ্মা,।

এই ইন্দ্ৰিয় সমূহক বশ কৰি হৰি ভক্তিত ধাবিত হ'লে, এই ইন্দ্ৰিয় সমূহৰ অধিষ্ঠাতা সকলো দেৱতা হৰি ভক্তি পৰায়ণ হয়। ইন্দ্ৰিয়ৰ বশবৰ্ত্তী হ'লে দেৱতা পূজা হয়। গুৰু জনাই কৈছে -

কৃষ্ণক পূজিলে পূজা সমস্তৰে হয়।
পৃথকে পূজিলে পূজা কেহো নলভয়।।

মাধৱৰ পূজা যেন বৃক্ষ মূলে জল।
হৰি তুষ্ট ভৈলে তুষ্ট দেৱতা সকল।।

(ভাগৱত চতুৰ্থ স্কন্ধ)

চাৰিবেদ চৌধ শাস্ত্ৰে কৃষ্ণক কহয়।
কৃষ্ণৰেসে অংশ সবে যত দেৱচয়।।
হেন কৃষ্ণ সেৱা এৰি যিটো মন্দ মতি।
অন্যদেৱ সেৱি যিটো যাইবে অধোগতি।।

(ভাগৱতৰ দ্বিতীয় স্কন্ধ)

সনক, সনাতন আদি চাৰি সিদ্ধই বৈকুণ্ঠত জয় বিজয়ক সাপ দিয়াৰ পিছত কৃষ্ণক কৈছে -

তুমি ইষ্ট দেৱ এৰি যি সব ব্ৰাহ্মণ।
আন দেৱ দেৱীক কৰয় আৰাধন।।
সি সব পামৰ ভাগ্যহীন দুৰাচাৰ।
কোটি কল্প নৰকত ভুঞ্জিবে নিকাৰ।।

(ভাগৱত তৃতীয় স্কন্ধ)

## ব্ৰহ্ম বিচাৰ ঃ-

ব্ৰহ্ম কি, ব্ৰহ্ম কাক বোলে এই সম্পৰ্কে কোনো স্থিৰ সিদ্ধান্ত হোৱা নাই। ব্ৰহ্ম সম্পৰ্কে বিভিন্ন মনীষীৰ বিভিন্ন মত। উপনিষদ সমূহ এই ব্ৰহ্ম ব্যাখ্যাতে পৰিব্যাপ্ত যদিও শেষ নাই।" মহাপুৰুষ শঙ্কৰদেৱে এক কথাত সুন্দৰভাৱে সহজ সৰল ভাষাৰে প্ৰকাশ কৰিছে-"শব্দ ব্ৰহ্ম পাৰ ভৈল যিটো, কৃষ্ণত ভকতি নাই।" শব্দই ব্ৰহ্ম আৰু ব্ৰহ্মাই ঈশ্বৰ। ব্ৰহ্ম শব্দৰ এক অৰ্থত বেদ আৰু অন্য অৰ্থত পৰম পুৰুষ- যি সৃষ্টি, স্থিতি, প্ৰলয়ৰ কৰ্ত্তা; যি সকলোৰে ওপৰত, যাক বিশেষ মনন জ্ঞানৰ দ্বাৰা উপলব্ধি কৰা হয়। মাধৱদেৱে লিখিছে-

"ব্ৰহ্মপদে শুদ্ধ জীৱক বোলয়, ঈশ্বৰ পৰম ব্ৰহ্ম।" (নামঘোষা)

"স্বয়ং খল্বিদং ব্ৰহ্ম" - জগতৰ সকলো বস্তুতে ব্ৰহ্ম বিদ্যমান।

জগতৰ সকলো বস্তুৰেই ব্ৰহ্ম আৰু ব্ৰহ্মাই সকলো বস্তু। ব্ৰহ্মৰ বাহিৰে জগতত

অন্য কিবা বস্তু আছে বুলি যদি কোৱা হয় তেন্তে সি নিশ্চয় মৰীচিকাৰ দৰে ভ্ৰম মাত্ৰ। ব্ৰহ্মাৰ বিষয়ে সাংখ্যদৰ্শন আৰু ব্ৰহ্ম সূত্ৰত বৰ্ণিত আছে যে যি লাভ কৰিলে আৰু লাভ কৰিবলৈ বাকী নেথাকে, যি জ্ঞান লাভ কৰিলে আৰু কোনো জ্ঞান বাকী নেথাকে, যি বুদ্ধিৰ বাহিৰে আৰু অন্য কোনো বুদ্ধি নাই, যি দেখিলে আৰু দেখিবলৈ বাকী নাথাকে, যি শুনিলে আৰু একো শুনিবলৈ প্ৰয়োজন নহয়, যি অৱস্থাত উপনিত হ'লে জীৱৰ পুনৰ জন্ম নহয়- সেয়ে ব্ৰহ্ম। এই ব্ৰহ্মাই সকলোৰে আদি, মধ্য আৰু শেষ। ব্ৰহ্মাৰ প্ৰকাশেই সকলোৰে প্ৰকাশ আৰু তেওঁৰ দীপ্তিতেই বিশ্বব্ৰহ্মাণ্ড দীপ্তিমান। তেওঁ অমৃতময়, জ্যোতিৰ্ময় আৰু আনন্দময়।

পৰম ভক্তিযুক্ত জ্ঞান আৰু যোগৰ দ্বাৰা ব্ৰহ্ম সাক্ষাৎকাৰ সম্ভৱ হ'ব পাৰে বুলি মনীষী সকলে কয়। গীতা শাস্ত্ৰৰ সুবোধিনী টীকাত আচাৰ্য্য শ্ৰীধৰ স্বামীয়ে লিখিছে-

"ভগৱন্ত ভক্তি যুক্তস্য তৎ সুখং।
বন্ধবিমুক্তিঃ স্যাদিতি গীতাৰ্থসংগ্ৰহঃ।।"

মহাপুৰুষ মাধৱদেৱে তেৰাৰ নামঘোষাত ভাণিছে-

"ভগৱন্ত ভক্তিযুক্ত পুৰুষ আত্মবোধ
মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত জানা গুচয় সংসাৰ ভয়।
এহিমানে গীতাৰ নিৰ্ণয়।"

সুত মুনিয়ে কৈছে -

"বদন্তি তৎ তত্ত্ববিদস্তত্ত্বঃ যজ্জ্ঞানম দ্বয়ম্।
ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি।।"

অৰ্থাৎ তত্ত্বজ্ঞ সকলে অদ্বিতীয় সচ্চিদানন্দ পদাৰ্থক তত্ত্ব বুলি অভিহিত কৰিছে। আকৌ সেই তত্ত্ব সমূহকে জ্ঞানী সকলে ব্ৰহ্ম, পৰমাত্মা আৰু ভক্ত সকলে ভগৱান বুলি ঠাৱৰ কৰিছে।

উপনিষদত ব্ৰহ্মাৰ দুটা লক্ষণ প্ৰকাশ পাইছে। স্বৰূপ লক্ষণ আৰু তটস্থ লক্ষণ। জীৱশ্ৰেষ্ঠ মানৱত এই দুটা লক্ষণ দেখা যায়। মানুহে চিন্তিব পাৰে আৰু বাক্যৰে প্ৰকাশ কৰিব পাৰে-ই স্বৰূপ লক্ষণ। সোৱাদ বস্তুৰ আস্বাদ লৈ ভাল পোৱা, সুন্দৰ দৃশ্য চাই ভাল পোৱা, শুৱলা গীত শুনি ভাল পোৱা এয়া তটস্থ লক্ষণ। এই

লক্ষণ প্ৰকাশ কৰিবলৈ যেনেকৈ চকু-মুখ কৰ্ণৰ প্ৰয়োজন, তেনেকৈ ব্ৰহ্মাকো অনন্তকোটি ব্ৰহ্মাণ্ড প্ৰকাশ কৰিবলৈ তটস্থ বস্তুৰ দৰকাৰ। দৃশ্যমান বস্তুৰ দ্বাৰাই ব্ৰহ্ম প্ৰকাশ পায়।

বিষ্ণুপুৰাণত ব্ৰহ্মাৰ এই তটস্থ বস্তুক হ্লাদিনী শক্তি বুলিছে। এই শক্তিয়েই মায়া। এই মায়াক আশ্ৰয় কৰি এই বিশ্ব ব্ৰহ্মাণ্ড প্ৰকাশ পাইছে। মায়া স্বতন্ত্ৰ নহয়- ব্ৰহ্ম শক্তিৰ সংযোগতহে মায়া বা প্ৰকৃতি প্ৰকাশ মান চৈতন্য হয়। এদিন ভগৱানে মায়াক কৈছিল-

"আমি ভিন্ন তুমি থাকা নিৰ্জীব মত।

তুমি ভিন্ন আমি থাকো অদৃশ্য সতত।।" (ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণ)

আত্মা পৰমাত্মা, প্ৰকৃতিৰ সংস্পৰ্শলৈ অহা ৰূপ ধাৰণ কৰা অৱস্থাই হ'ল ব্ৰহ্ম বা পুৰুষোত্তমৰ পুৰুষ ৰূপ আৰু লগতে প্ৰকৃতি ৰূপো। ব্ৰহ্মাই প্ৰকৃতিৰ দ্বাৰেদি মহতত্ত্বকে আদি কৰি চৌবিশ তত্ত্ব সৃষ্টি কৰিলে।

উপনিষদে ব্ৰহ্মাণ্ডৰ সৃষ্টি কৰ্ত্তাৰ স্বৰূপ পৰমাত্মাৰ অনুসন্ধান নিৰ্গুণ নিৰাকাৰ সৰ্ব্বব্যাপ্ত ব্ৰহ্মক বিভিন্ন আখ্যান আৰু কথোপকথনৰ মাজেদি একেটা সত্যকে প্ৰতিপন্ন কৰিছে। উপনিষদৰ মূল কথা ব্ৰহ্মক লাভ কৰাটোৱেই। ব্ৰহ্ম সত্য জগত মিথ্যা, প্ৰহেলিকা ময়। "সত্যমেৱ জয়তে" সত্যৰ যোগেদি পৰমাত্মাক লাভ কৰিব পাৰি। মনীষী সকলে সত্যকেই ব্ৰহ্ম বুলিছে। পবিত্ৰ অন্তৰ, আত্মনিয়ন্ত্ৰণ, লোভ শূন্য, অহংকাৰ ত্যাগ, সুগভীৰ অনুভূতিৰ দ্বাৰাহে ব্ৰহ্মক অনুভৱ কৰিব পাৰি। যুক্তি, তৰ্ক বা শব্দৰ যোগেদি বৰ্ণাব নোৱাৰি। ব্যক্তিৰ বাহ্যিক প্ৰকৃতি, চিন্তা-ভাৱনা, ইন্দ্ৰিয় বাসনা পৰম ব্ৰহ্মৰ স্বৰূপ মাথোন। উপনিষদৰ তত্ত্বত ব্ৰহ্ম আৰু আত্মা এক হৈ পৰিছে। (তৎ ত্বম্ অসি) এটা দেহৰ পৰা আন এটা দেহলৈ আত্মাই গতি কৰাটো উপনিষদে বিশ্বাস কৰে। উপনিষদে ব্ৰহ্মৰ স্বৰূপ সম্বন্ধে কৈছে -

"আনন্দাদ্ধ্যেৱ খল্বিমানি ভূতানি জায়ন্তে,

আনন্দেন জাতানি জীৱন্তি,

আনন্দং সম্প্ৰয়ন্ত্যভিসংবি শন্তি।"

অৰ্থাৎ আনন্দৰ পৰাই এই সমস্তভূত জীৱৰ সৃষ্টি হৈছে, আনন্দৰ কাৰণেহে জীৱবিলাক জীয়াই আছে, আৰু আনন্দকে লক্ষ্য কৰিয়েই সকলো জীৱই গতি কৰিছে আৰু কোৱা হৈছে - পৰমেশ্বৰ সচ্চিদানন্দময়। সৎ,চিত আৰু আনন্দ এই তিনিটা ঈশ্বৰৰ

বিশিষ্ট গুণ বা উপাধি। ভক্তৰ কাৰণে আনন্দময় ৰূপে নিৰাকাৰ নিৰ্গুণ ব্ৰহ্ম, সাকাৰ আৰু সগুণ।

"পৰম পুৰুষ পৰম আনন্দ
পৰম গুৰু মুৰাৰি
অনাদি অনন্ত অচ্যুত গোবিন্দ
ভকতৰ ভয়হাৰী।" (নামঘোষা)

ভকতৰ কাৰণে পৰম পুৰুষ পৰম আনন্দ স্বৰূপ অনাদি অনন্ত অচ্যুত পৰম গুৰু মুৰাৰি। গোবিন্দ শ্ৰীকৃষ্ণই সেই সাকাৰ সগুণ ব্ৰহ্ম। কৃষ্ণত একান্ত শৰণীয়া হৈ তেওঁকে মাত্ৰ ভক্তি কৰাই মহাপুৰুষীয়া ধৰ্ম্মৰ মূল কথা। যদুনন্দন যাদৱ কৃষ্ণই মাধৱ মধুৰিপুনাশী নিত্য নিৰঞ্জন নাৰায়ণ। পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণ নিজেই পৰমানন্দ স্বৰূপ। সেই বাবে কৃষ্ণৰ গুণনাম শ্ৰৱণ কীৰ্ত্তনেই মহাপুৰুষীয়া ধৰ্মৰ মূল বস্তু।

গুৰুজনাৰ এক শৰণ নামধৰ্মৰ উপাস্য দেৱতা যদুনন্দন যাদৱকৃষ্ণ। গুৰুজনাই কীৰ্ত্তন ঘোষাত ( প্ৰহ্লাদ চৰিত) লিখিছে -

"হে পৰমানন্দ কৰা কৃপা ভৃত্যক সম্প্ৰতি।
তুমি বিনে নাই আন গতি।"

(যদুনন্দন কৃষ্ণদেৱক পৰমানন্দ বুলি স্তুতি কৰিছে। গুৰুজনাই সাকাৰ সগুণ ব্ৰহ্মাৰ সেৱা পূজাক শ্ৰেষ্ঠত্ব দিছে যদিও নিৰ্গুণ ব্ৰহ্মাৰ কথাও প্ৰকাশ কৰিছে। কালিয় দমনত নাগ পত্নী সকলে কৃষ্ণক স্তুতি কৰোঁতে ব্ৰহ্ম উপলব্ধি কৰিছে নিৰ্গুণ স্বৰূপে-

"নমো নমো অচিন্ত শকতি নাৰায়ণ।
কাৰণৰো কাৰণ তুমিসে অকাৰণ।।
নাহি আদি অন্ত মধ্য পৰিচ্ছন যাৰ।
পূৰ্ণনন্দ প্ৰভূ হেৰা কৰো নমস্কাৰ।।
নমো নমো অতৰ্ক্য মহিমা দেৱ হৰি।
জগতকে ব্যাপিয়া আপুনি আছা ধৰি।।
তুমি সৰ্বসাক্ষী ৰাখি আছা প্ৰাণীচয়।
তোমাতেসে হন্তে হোৱে উৎপত্তি প্ৰলয়।।"

(ভাগৱত দশম স্কন্ধ)

আকৌ হৰমোহনত ব্ৰহ্মাৰ স্বৰূপ প্ৰকাশ পাইছে সাকাৰ সগুণ ব্ৰহ্ম হিচাবে -

"তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডল যেন নাহিকে অন্তৰ।।
তুমি পশু পক্ষী সুৰা সুৰ তৰু তৃণ।
অজ্ঞানত মূঢ় জনে দেখে ভিন্ন ভিন্ন।। (কীৰ্ত্তন)

'কীৰ্ত্তন' ৰ আদিতে চতুৰ্বিংশতি অৱতাৰত গুৰু জনাই - "প্ৰথমে প্ৰণামো ব্ৰহ্ম ৰূপী সনাতন" বুলি আৰম্ভ কৰিছে।

সমস্ত প্ৰাণীক কৰিয়োক সতকাৰ।
তেবেসে কৃষ্ণত ৰতি হৈবেক সবাৰ।।
সমস্ত ভূতত দেখিয়োক নাৰায়ণ।
আত পৰে আন ধৰ্ম সবে বিড়ম্বন।। (কীৰ্ত্তন)

মাধৱদেৱে লিখিছে -

"যত জীৱ জঙ্গম, কীট পতঙ্গম, অগ নগ জগতেৰি কায়া।" (বৰগীত) গুৰু জনাই আহ্লাদ দায়িনী, আনন্দ ব্ৰহ্মাক, 'কীৰ্ত্তন' ত প্ৰকাশ কৰিছে -

"আনন্দ ব্ৰহ্মাক যিটো ভজিলন্ত স্বামী।
কি কহিবো তাহাৰ মহিমাক আমি।।"

ব্ৰহ্ম - হৰ্ষ - বিষাদ, শোক - তাপ, বুদ্ধি -জ্ঞান, বাক্যৰ অগোচৰ। তেওঁ সৰ্ব্বশক্তি, সৰ্ব্বগতি, সৰ্ব্বব্যাপি আৰু সকলোৰে অতীত, বৰ্ত্তমান আৰু ভৱিষ্যৎ। তেওঁৰ ভৰি নাই অথচ গমনশীল, হাত নাই অথচ সকলো ধৰি ৰাখে, কাণ নাই অথচ সকলো শুনে, চকু নাই অথচ সকলো দেখে, মুখ নাই অথচ কথা ক'ব পাৰে, নাক নাই অথচ সকলো ঘ্ৰাণ পায়। এনে যি বস্তু সেয়েই ব্ৰহ্ম। জগতৰ সকলো বস্তুৱেই সেই ব্ৰহ্মাৰ প্ৰতিৰূপ।

গুৰুজনাই জীৱ মাত্ৰেই ব্ৰহ্মজ্ঞান কৰিছে। পুৰুষ প্ৰকৃতি সকলোৱেই ব্ৰহ্ম, সেই পৰম পুৰুষৰ অংশ বিশেষ। ব্ৰহ্ম হিচাবে সকলো সেৱাৰ যোগ্য। শঙ্কৰাচাৰ্যই ব্ৰহ্মাতত্বত কৈছে -

"পুৰুষাৎ ন পৰং কিঞ্চিত সাকাষ্ঠা সাপৰা গতি ঃ"

কঠ উপনিষদৰ মতে ব্ৰহ্ম শুদ্ধ বুদ্ধ স্বভাৱ। কপিলৰ মতে আদি বিদ্যান সিদ্ধ।

পতঞ্জলীৰ মতে -অনুগ্ৰাহক। শৈৱ ধৰ্মৰ মতে- শিৱ। শাক্ত ধৰ্মৰ মতে - মহামায়া। জৈন ধৰ্মৰ মতে- নিৰাবৰণ। যাজ্ঞিঃ সকলৰ মতে - দিব্য যজ্ঞ। বৌধ ধৰ্মৰ মতে- সৰ্বজ্ঞ। বৈষ্ণৱ ধৰ্মৰ মতে - পুৰুষোত্তম। মহাপুৰুষ শঙ্কৰদেৱে এই জীৱনীয় সত্য ব্ৰহ্মাকে স্থাৱৰ জঙ্গম ৰূপে দুই ভাগে বিভক্ত কৰিছে।

যথা - "মায়াশ্ৰিতো যঃ সগুণঃ মায়াতীতশ্চ নিৰ্গুণঃ।"

স্বেচ্ছাসয়ঞ্চ ভগৱানিচ্ছয়ো বিকৰোতি চ ।।

ইচ্ছা শক্তি শ্চ প্ৰকৃতিঃ সৰ্ব্বশক্তি প্ৰসূঃ সদা।"

অৰ্থাৎ -এই যে মায়াত আশ্ৰয় কৰি যি ব্ৰহ্ম মূৰ্ত্তমান বা প্ৰকাশমান হৈ আছে সেয়েই সগুণ ব্ৰহ্ম আৰু মায়াশ্ৰিত। অৰ্থাৎ মায়াত আশ্ৰয় নলৈ নিৰ্গুণ আৰু নিৰাঁকাৰ ভাবে যি সকলোতে ব্যাপ্ত হৈ আছে সেয়েই নিৰ্গুণ ব্ৰহ্ম।

ইচ্ছাময় ভগৱন্তই নিজ ইচ্ছাৰে প্ৰয়োজন অনুসৰি ৰূপ ধাৰণ কৰে। এই ইচ্ছা শক্তিয়েই সৰ্বশক্তি প্ৰসবিনী প্ৰকৃতি। কোনো কোনো শাস্ত্ৰকাৰৰ মতে ব্ৰহ্ম প্ৰকৃতি পুৰুষ ভেদে দুই প্ৰকাৰ। স্বৰূপতে একমাত্ৰ সনাতন জ্যোতিয়েই ব্ৰহ্ম। এই সনাতন জ্যোতি ব্ৰহ্মকেই শঙ্কৰদেৱে কীৰ্ত্তনত সৰ্বপ্ৰথমে প্ৰণাম জনাইছে -

"প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।

সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ।।"

মাধৱদেৱে লিখিছে -

প্ৰকৃতি পুৰুষ, দুইটো কৰি পৰ, অক্ষৰ শবদে ব্ৰহ্ম।

দুইটো কৰি হৰি, উত্তম নিমিত্তে, প্ৰখ্যাত পুৰুষোত্তম।।

------ ------------

প্ৰকৃতি পুৰুষ দুয়ো নিয়ন্তা মাধৱ।

সমস্তৰে আত্মা ৰাম পৰমবান্ধৱ।।

প্ৰকৃতি আৰু পুৰুষ এই দুয়োৰো নিয়ন্তা তেৰেই পৰম পুৰুষ পুৰুষোত্তম। এই পৰম ব্ৰহ্ময়েই যোগী সকলৰ মতে - জ্যোতিৰূপ সনাতন, ভক্ত সকলৰ মতে - নিত্যানন্দ, বেদৰ মতে - সত্যব্ৰহ্ম, দেৱতা সকলৰ মতে - স্বেচ্ছাময় প্ৰভু, সিদ্ধ মুনি সকলৰ বাবে সৰ্বৰূপ, তাপস সকলৰ মতে - তেজ, বাসুকিৰ মতে অনন্ত। এই ব্ৰহ্মাই সৎ, ৰজ, তম্, ( ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ) ৰূপে তিনি মূৰ্ত্তি বা তিনি ৰূপত বিৰাজমান।

মহাপুৰুষ শঙ্কৰদেৱে একমাত্ৰ এটা শব্দৰ দ্বাৰা কেৱল একতে প্ৰতিপাদন কৰিছে। এনে প্ৰকাশ ভঙ্গী আৰু ব্ৰহ্মাৰ বিচাৰ পদ্ধতি জগতত বিৰল। ব্ৰহ্ম বস্তু উপলব্ধি কৰা সহজ সাধ্য নহয়। চাৰি বেদ চৌধ শাস্ত্ৰ ওৰৈ পুৰাণো যাৰ আদি অন্ত বিচাৰতে ব্যাপ্ত।

শৰীৰৰ ৰিপু সমূহ, ইন্দ্ৰিয় সমূহ দমন কৰি সত্য শৌচ দয়া ক্ষমা গুণৰ অধিকাৰী হৈ গুৰু, দেৱ, নাম, ভকতত চিত ৰাখি সাধনা কৰিলে ব্ৰহ্ম জ্ঞান আহৰণ আৰু ব্ৰহ্ম উপলব্ধিৰ পথত উপনিত হ'ব পাৰে বুলি ধাৰণা হয়।

ব্ৰহ্মজ্ঞান ব্ৰহ্মোপলিব্ধিৰ চৰম পন্থ। সৃষ্টি সম্বন্ধে এটা ৰূপত অব্যক্ত ভাৱে মূৰ্ত্তমান ব্ৰহ্মা। অদৃশ্যমান হৈ ব্ৰহ্মাই ব্যাপক ৰূপত সৃষ্টি, বিষ্ণুৰূপে জগত প্ৰতিপালন আৰু ৰুদ্ৰ ৰূপে ৰুদ্ৰমূৰ্ত্তিত ঘোৰ তমসাক আশ্ৰয় কৰি অগ্নিস্বৰূপে জগত সংহাৰ কৰিছে।

ব্ৰহ্মৰ জন্মও নাই মৃত্যুও নাই । জগতৰ কল্যাণৰ বাবেহে জন্ম ধাৰণ কৰে।

"নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা,
সেহিজন্মে জীৱৰ জনম দূৰ কৰা।।" (বৰগীত)

দৈৱকীৰ গৰ্ভত কৃষ্ণই জন্ম লৈ দুষ্টক দমন, শিষ্টক পালন কৰি জগতত শান্তি প্ৰতিষ্ঠা কৰিলে আৰু সেই কৃষ্ণ নাম লৈ কৃষ্ণক ভক্তি কৰি পৰম ভক্ত সকলে পুনৰ জন্ম ল'ব লগা নহয়, তেওঁতে লীন যায়। ভগবান শ্ৰীকৃষ্ণই অৰ্জ্জুনক বিশ্বৰূপ দৰ্শন কৰাই কৰ্ত্তব্যৰ সন্ধান দিছিল। লগতে বিশ্ববাসীক কৰ্ম্মমুখী হ'বলৈ ইংগিত দিছিল। কৰ্মহীনৰ কল্যাণ নাই বুলি কৃষ্ণই অৰ্জ্জুনক কৈছে। আমাৰ দুজনা গুৰুৱে নিৰাকাৰ ব্ৰহ্মক সাকাৰত দেখুৱাই, নিৰ্গুণ কৃষ্ণক সগুণত দেখুৱাই চৈতন্যময় জীৱতে ব্ৰহ্মৰূপ প্ৰদৰ্শন কৰি, মানৱ সেৱাই প্ৰকৃত ধৰ্মৰ সন্ধান দি হৰিনাম ধৰ্মৰ মাজেদি সংসাৰ সমুদ্ৰ পাৰ হ'ব পৰা পথ দেখুৱাই দিছে। কলি যুগত সেই পথেৰে গমন কৰিলেহে চৌৰাশী লক্ষ্য যোনিত জন্মৰ অন্তত পোৱা মনুষ্য জন্ম সাৰ্থক কৰি বৈকুণ্ঠ প্ৰাপ্তি মোক্ষ লাভৰ উপায় গুৰুজনাই দিছে। বিশ্বৰ মহাপুৰুষ সকলে কৰ্মই ধৰ্ম বুলিছে। মানৱ সেৱাই প্ৰকৃত ধৰ্ম বুলি বিশ্বৰ সকলো ধৰ্মই স্বীকাৰ কৰিছে। কেৱল উপাসনাৰে পালন কৰা ধৰ্মই কোনো উপকাৰ সাধন নকৰে আৰু নিজৰো কল্যাণ নহয়। উপাসনাকে আধাৰ মূল বুলি লোৱা ধৰ্মই নৰৰূপী নাৰায়ণৰ কল্যাণ সাধন কৰিব নোৱাৰে, সমাজ তথা জগতৰো কল্যাণ নকৰে। গুৰুজনাই জীৱকে নাৰায়ণ জ্ঞান কৰিবলৈ কৈছে। গুৰুজনাই লিখিছে —

কুকুৰ শৃগাল গদৰ্ভৰো আত্মাৰাম।

জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।

- - - - - - - - - - - - - - - - - -

কৃষ্ণৰ চৰণ চিন্তিয়োক হৃদয়ত।

আছন্ত ঈশ্বৰ হৰি সমস্ত ভূতত।।

হেন জানি প্ৰাণীক কৰিব শতকাৰ।

তেবেসে কৃষ্ণক ৰতি হৈবেক সবাৰ।।

সমস্ত ভূতত দেখিয়োক নাৰায়ণ।

আত পৰে আন ধৰ্ম সবে বিড়ম্বন।।

ভক্তি ৰত্নাকৰত শঙ্কৰদেৱে কৃষ্ণকেই ভজনীয় পৰম দেৱতা পৰমেশ্বৰ, পৰম পুৰুষ বুলি সিদ্ধান্ত দিছে। কৃষ্ণকে বিশ্ব ব্ৰহ্মাণ্ডৰ অধিকাৰী সত্য আত্মা পুৰুষোত্তম বুলি নিৰ্দিষ্ট কৰিছে। "শুদ্ধ সত্য সাকাৰ ৰূপৰ কথা নাজানিহে মূঢ় যত প্ৰাণী বোলে নিৰাকাৰ। যতেক প্ৰাকৃত আকাৰ বৰ্জিত" দেখিহে তেওঁক ঘোষাত নিৰাকাৰ বুলিছে।

সগুণ আৰু নিৰ্গুণ ব্ৰহ্মৰ উপাসনাৰ কথা অৰ্জ্জুনে প্ৰশ্ন কৰাত কৃষ্ণই সগুণ উপাসনাহে শ্ৰেষ্ঠ বুলিছে।

"ময্যাবেশ্য মনোযেগাং নিত্যযুক্তা উপাসতে।

শ্ৰদ্ধয়া পৰমোপেতাস্তে যে যুক্ততমা মতাঃ।।"

হে অৰ্জ্জুন! যি সকলে মোৰ সগুণ ঈশ্বৰ ৰূপত চিত্ত নিবিষ্ট কৰি শ্ৰদ্ধাসহকাৰে উপাসনা কৰে সেই সকলেই শ্ৰেষ্ঠ যোগী বুলি বিবেচিত হয়।

মহাপুৰুষ মাধৱদেৱে সাকাৰ ব্ৰহ্মৰ ওপৰত গুৰুত্ব দিছে -

যিটো নিগমৰ গুপ্ত বিত্ত।

সোহি হৰি গকুলে বিদিত।। (বৰগীত)

- - - - - - - - - - - - - - - -

তিনি গুণময় বেদপন্থ পৰিহৰা।

গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা।।

বেদৰ গুপুত বিত্ত নাৰায়ণ এ, দৈৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত।

জীৱৰ তাৰণ-হেতু নাৰায়ণ এ, প্ৰকাশিলা নিজ যশ ধৰ্ম বিপৰীত।। (নামঘোষা)

মহাপুৰুষ শঙ্কৰদেৱৰ ৰচিত গ্ৰন্থ সমূহৰ ঘাই লক্ষ্য হ'ল কাব্য আনন্দৰ যোগেদি আধ্যাত্মিক শিক্ষা দান কৰা। যি বোধ তত্ত্বৰ ব্যাখ্যাৰে মানুহৰ হৃদয়লৈ সঞ্চাৰ কৰিব নোৱাৰি তেনে বোধ তত্ত্ব কাব্য শিল্পৰ মাজেৰে মানুহৰ অন্তৰত সঞ্চাৰ কৰিছে। গুৰুজনাই নিৰ্গুণ ব্ৰহ্ম, সগুণ ঈশ্বৰ আৰু জগতৰ স্বৰূপ, ৰচনা ৰাজিৰ মাজেদি প্ৰকাশ কৰিছে।

নৱ বৈষ্ণৱ আন্দোলনৰ ভেটিত অসমৰ সামাজিক সাংস্কৃতিক, আধ্যাত্মিক জীৱনৰ সোণালী স্তম্ভ নিৰ্মাণ কৰোঁতা অসমীয়া জাতিৰ পিতা, অসমীয়া জাতিৰ প্ৰাণ দাতা মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনাৱলীয়ে স্পষ্ট ধাৰণা ডাঙি ধৰিছে। গুৰুজনাৰ নেতৃত্বতে পঞ্চদশ শতিকাৰ শেষাৰ্দ্ধত অসমত যি নৱ বৈষ্ণৱ আন্দোলনৰ জোৱাৰ উঠিছিল তাত গুৰুজনাৰ অনুগামী কবি সাহিত্যিক সকলে অক্লান্ত সেনানীৰ ভূমিকা গ্ৰহণ কৰিছিল। ধৰ্ম সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এই যুগটো অসমীয়া সাহিত্য সংস্কৃতিৰ স্বৰ্ণযুগ হৈ জিলিকি থাকিব।

## ধৰ্ম ঃ-

বিশ্বত বিভিন্ন ধৰ্মৰ ধৰ্ম গুৰু আছে। সেই গুৰু সকলৰ উপদেশত নিজ ধৰ্মৰ পথেদি আগুৱাই ভক্ত সকলে ঈশ্বৰৰ সান্নিধ্য লাভ কৰে। যাৰ ধৰ্ম নাই তেওঁ নাস্তিক।

ধৰ্ম - "ধ্ৰীয়তে ধৰ্মঃ" যাক ধাৰণ ( দৃঢ়, বিশ্বাস) কৰা যায় তাকে ধৰ্ম বোলা হয়। ধৃ ধাতুৰ পৰা ধৰ্ম শব্দৰ উৎপত্তি। দৃঢ়, ধাৰণ বিশ্বাসৰ আধাৰত ধৰ্ম প্ৰতিষ্ঠিত। ধৰ্ম অন্ধবিশ্বাসৰ উৰ্দ্ধত। কোনোৰ মতে ধৰ্মৰ সংজ্ঞা - নিজে সৎ হ'বলৈ, পৰম পুৰুষৰ সান্নিধ্য পাবলৈ কৰা আচৰণক ধৰ্ম বোলা হয়।

আন এটা সংজ্ঞা - আনৰ যি আচৰণে নিজক আঘাত হানে, তেনে আচৰণ আনক নকৰা, দহৰ কল্যাণ, সহিষ্ণু, সৰ্বভূতৰ হিত সাধন পৰম পুৰুষৰ পদলাভ, এই ভাবে নিজক প্ৰস্তুত কৰাই ধৰ্ম। স্বামী বিবেকানন্দৰ মতে - মানুহৰ অন্তৰত নিহিত হৈ থকা দৈৱিক্ শক্তিৰ উৎকৰ্ষ সাধন কৰাই ধৰ্ম।

ধৰ্ম - চতুৰ্বৰ্গ সাধন ( ধৰ্ম, অৰ্থ, কাম, মোক্ষ) মাৰ্গ।

অৰ্থ - সৎ পথত থাকি বেদ বিহিত সৎ উপায় অৱলম্বন কৰি জীৱন ধাৰণৰ, জন কল্যাণৰ কাৰণে আৱশ্যকীয় অৰ্থ (ধন) সম্পদ আহৰণ কৰাক অৰ্থ বোলা হয়।

জীৱন ধাৰণত অৰ্থৰ অতিব প্ৰয়োজন। গীতাত কৃষ্ণই অৰ্জ্জুনক কৈছে - " জানা ধনঞ্জয় ধন নহ'লে কাৰ্য্য নিসিজয়।" ধনহীন জন পৰৰ মুখা পেখী হয়। ধনহীন গৃহাশ্ৰমী জনে সুস্থিৰ মনে ঈশ্বৰ সেৱাত মনোনিবেশ কৰিব নোৱাৰে। জনকল্যাণ পৰোপকাৰ কাৰ্য্যৰ গতি মন্থৰ হয়। চতুঃবৰ্গ সাধনৰ গতিয়ো মন্থৰ হয়। আকৌ কেতিয়াবা অৰ্থ, বিপদৰ কাৰণো হয়। সত্যক সাৰথি কৰি বেদ বিহিত পন্থাৰে উপাৰ্জ্জন কৰা অৰ্থ চতুঃবৰ্গ সাধনৰ সহায়ক হয়।

কাম - চমু অৰ্থত কামনা। সত্যক সাৰথি কৰি সত্য পথত থাকি শাস্ত্ৰ সন্মত নীতি অৱলম্বন কৰি গুৰুদেৱ নাম ভকতত চিত ৰাখি কামনা পুৰণৰ বাবে কৰা প্ৰচেষ্টাক কাম বোলা হয়। ঠেক অৰ্থত কাম, শাৰীৰিক মিলনৰ প্ৰবৃতি বুলি ধৰা হয়। আৰু বহল অৰ্থত - ধৰ্ম অৰ্থ কাম মোক্ষৰ লগত ধৰি লোৱা হয়।

কাম প্ৰেম ভাৱনাৰ লগত ধৰ্মৰ সম্বন্ধ আছে। যদি কাম ধৰ্মাশ্ৰিত হয় তেন্তে ইয়াৰ দ্বাৰা মোক্ষ সাধনাৰো সম্ভৱ হব পাৰে। ফ্ৰয়েডৰ মতে - যৌন প্ৰেমৰ পৰিষ্কৃত ৰূপেই হৈছে ঈশ্বৰ প্ৰেম বা ঈশ্বৰৰ প্ৰতি আসক্তি। প্ৰেম মাৰ্জ্জিত নহ'লে মানুহৰ অভিসাপৰ সমলো হব পাৰে।

কামপ্ৰেম- ব্ৰহ্মাৰ দৰে স্ৰজক, বিষ্ণুৰ দৰে পালক, ৰুদ্ৰৰ দৰে সংহাৰক। সেই বাবেই প্ৰেমক সত্য, শিৱ, সুন্দৰৰ প্ৰতীক বোলা হয়।

"যোমাং প্ৰযততে হৈতুং মোক্ষমাস্থাং চ পণ্ডিতঃ

তস্য মোক্ষৰতিস্থস্য নৃত্যামিচহসামিচ।

(মহাভাৰতৰ - অশ্বমেধ পৰ্ব্ব-১৩)

ভৰত মুনিয়ে কৈছে- সংসাৰত যিকোনো শুভ, পৱিত্ৰ, উজ্জ্বল আৰু দৰ্শনীয় এই আটাইবোৰ শৃঙ্গাৰ ৰসৰ পৰা প্ৰেৰিত। দাম্পত্য ভাৱৰ আধ্যাত্মিক স্বৰূপেই মধুৰ ভক্তি ৰসৰ উৎস। সেই বাবেই বিবাহ গৃহস্থাশ্ৰমৰ স্বীকৃতি দিয়া হৈছে। ভক্তি, সাহিত্যৰ পৰা কাম ভাৱনা বাদ দিলে এই বিশ্বৰ সাহিত্য নিৰস হৈ পৰে। ধৰ্মীয় সাহিত্যৰ মাজত শকুন্তলা - দুষ্মন্ত, নল- দময়ন্তী, সাবিত্ৰী- সত্যবান, শিৱ-পাৰ্বতীৰ কাহিনীও

আছে।

মোক্ষ - চমু অৰ্থত পৰম ব্ৰহ্মাত লীন হোৱা। মৰুময় সংসাৰত জীৱই নানা দুখ কষ্ট শোক তাপত জীৱন অতিবাহিত কৰিব লগা হয়। তাতে আকৌ জন্ম

মৃত্যুৰো অধীন। পৰম ব্ৰহ্মত লীন হ'ব পাৰিলে জীৱই এই নিকাৰ সমূহৰ পৰা হাত সাৰিব পাৰে। এই নিকাৰ সমূহৰ পৰা হাত সাৰিবলৈ ব্ৰহ্মত লীন যাবলৈ কৰা প্ৰচেষ্টা সাধন আৰু লীন যোৱায়েই মোক্ষ।

চমুকৈ - ধৰ্ম - পূণ্য ; অৰ্থ- ঐশ্বৰ্য্য ; কাম- কামনা; মোক্ষ - ঈশ্বৰত লীন হোৱা। হৰি নামত - শ্ৰৱণ কীৰ্ত্তনত চতুৰ্বগ সাধন হয়। ধৰ্মৰ দুটা দিশ - আধ্যাত্মিক আৰু নৈতিক। আধ্যাত্ম জ্ঞান পুষ্ট নহ'লে মানৱ শৰীৰ পূৰ্ণ প্ৰাপ্ত নহয়। গুৰুৰ উপদেশ শাস্ত্ৰ অধ্যয়ন আৰু অন্তৰদৃষ্টিৰ গভীৰতম্ বিশ্বাসেৰেহে আধ্যাত্ম জ্ঞান লাভ কৰিব পাৰি। জীৱৰ কল্যাণ সাধন মানৱ সেৱাই নৈতিক দিশ। নৈতিক দিশ, বাদ দিলে ধৰ্ম অৰ্থ শূন্য হৈ পৰে। পৰমেশ্বৰৰ প্ৰতি কৰা ভক্তিত নৈতিকতা নিহিত আছে। আমাৰ দুজনা গুৰুৱে আধ্যাত্মিক আৰু নৈতিক দুয়োটা দিশতে গুৰুত্ব আৰোপ কৰিছে যদিও নৈতিক দিশত প্ৰাধান্য দিছে।

গুৰুৰ বাণী - "সমস্ত ভূতত দেকিয়োক নাৰায়ণ।
আত পৰে আন ধৰ্ম সবে বিড়ম্বন।।"

এয়া মানৱ তথা সৰ্বভূততে নাৰায়ণ আৰোপ কৰি জীৱৰ কল্যাণজনক কৰ্মৰ ইঙ্গিত দিছে। বৈষ্ণৱ ধৰ্মৰ উপাস্য দেৱতা শ্ৰীকৃষ্ণৰ সেৱা পূজাই ধৰ্মৰ মূল। আকৌ ভগৱানৰ সেৱাতকৈ ভক্তৰ সেৱা শ্ৰেষ্ঠ বুলিছে। কৃষ্ণক সমস্ত জীৱ তথা মানৱৰ ওপৰত আৰোপ কৰি মানৱ সেৱা, জীৱ সেৱা কৰিলেই কৃষ্ণ পূজা হয় বুলিছে।

"কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আচন্ত ঈশ্বৰ হৰি সমস্ত ভূতত।।
হেন জানি প্ৰাণীক কৰিব সতকাৰ।
তেবেসে কৃষ্ণত ৰতি হৈবেক সবাৰ।। (ভাগৱত)

গীতাত কৃষ্ণই অৰ্জ্জুনক কৈছে - "সখি! মই কৰিব লগা কোনো কৰ্ম নাই যদিও মই কৰ্ম কৰো মানৱ জাতিক কৰ্মমুখী কৰিবৰ কাৰণেহে। মই কৰ্ম নকৰিলে- "দৈৱকী নন্দন কৃষ্ণে কেন নকৰয়" বুলি মোকে দেখি মানৱ জাতি কৰ্ম বিমুখ হ'ব। তেতিয়া সৰ্বদোষৰ ময়ে ভাগী হ'ম।" কৃষ্ণই অৰ্জ্জুনক বিশ্বৰূপ দৰ্শন কৰাই কৰ্মমুখী কৰি মহাযুদ্ধৰ নিচিনা কৰ্মত লিপ্ত কৰাইছিল। ইয়ো জগতক কৰ্মমুখী কৰাৰ নিদৰ্শন।

আমাৰ দুজনা গুৰুৱে উপাসনাৰ মাজতো অক্লান্ত শ্ৰম-কৰি বিভিন্ন শাস্ত্ৰৰূপী সমুদ্ৰ মন্থন কৰি অমৃতময় কাব্য- গ্ৰন্থৰাজি ৰচনা কৰি সমূহ জগত বাসীক দি মানৱ

সেৱাৰ নিদৰ্শন দাঙি ধৰিছে। দুজনা গুৰুৰ অমূল্য গ্ৰন্থৰাজি আধ্যাত্মিক আৰু নৈতিকতা পূৰ্ণ। পৃথিৱীৰ ক্ষণ জন্মা মহাপুৰুষ, ঋষি মুনি, পয়গম্বৰ সকলে ধৰ্মৰ জৰিয়তে আধ্যাত্মিক জ্ঞান লাভ কৰি বাস্তৱতাত ৰূপায়ণ কৰিবলৈহে জন গণক পথ দি গৈছে। আধ্যাত্মিক জ্ঞান নথকা লোকৰ অন্তৰত নৈতিকতাবোধ নজন্মে।

শ্ৰীধৰ টীকাত কৈছে -

"অত্ৰে সদাচাৰং প্ৰমাণয়তি প্ৰায়েনেতি।

বিধিযেধতঃ বিধিনিযেধাভ্যাং নিৰ্গুণে ব্ৰহ্মনিস্থিতা অপি।

হৰেৰ্গুনান কথনে কীৰ্ত্তনেন্তে স্ম প্ৰসিদ্ধম।"

এই শ্লোকৰ অনুবাদ গুৰুজনাৰ কাপৰ পৰা প্ৰকাশ পাইছে। ধৰ্ম গ্ৰন্থ সমূহত স্বধৰ্ম আৰু বিধিনিষেধ এই শব্দ দুটাৰ কথা নিহিত আছে। স্বধৰ্মৰ পৰিযৰ বৰ বিস্তৃত পোনপটীয়াকৈ ইয়াৰ সংজ্ঞা দিয়া সহজ সাধ্য নহয়। কৰ্ত্তব্য জ্ঞান স্বধৰ্মৰ ভিতৰুৱা। বিশ্বৰ সাম্য মৈত্ৰী ভাতৃত্ববোধ সমৃদ্ধ গুৰুজনাৰ ধৰ্ম্মোপলব্ধি, নৈতিক জ্ঞান, গভীৰ চিন্তাৰে স্বধৰ্মৰ পথ গ্ৰহণ কৰা সম্ভৱ হ'ব পাৰে। স্বধৰ্ম সকলোৰে পালনীয়। ইয়াত দুই ধৰণৰ কথা আছে।

বৰ্ণাশ্ৰম ধৰ্মৰ অন্তৰ্গত নিজ নিজ ধৰ্ম সমূহ পালনৰ কাৰণে যি নিৰ্দ্দেশ দিয়া আছে সেয়ে স্বধৰ্ম। বৰ্ণাশ্ৰমৰ এই স্বধৰ্ম পালনত যাৰ বাবে যি বিধান দিয়া আছে সেই মতে পালন কৰাটোহে নিয়ম। কিন্তু সকলোৰে স্বধৰ্ম হ'ল ঈশ্বৰৰ নাম- শ্ৰৱণ কীৰ্ত্তন। কিয়নো হৰিভক্ত সকলৰ আশ্ৰমৰ কোনো জাতি-ধৰ্ম নেথাকে। তেওঁলোকে বৰ্ণাশ্ৰম ধৰ্ম পালন কৰা নিষ্প্ৰয়োজন। মাধৱদেৱে লিখিছে -

"নোহো জানা আমি চাৰি জাতি - চাৰিও আশ্ৰমী নোহো আতি।" (নামঘোষা)

নোহো ধমশীল দান ব্ৰত তীৰ্থ গামী।

কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ-

গোপীভৰ্ত্তা পদ কমলৰ দাসৰো দাসৰ তান দাস ভৈলো আমি।।

স্বধৰ্ম ত্যাগ বোলোতে বুজিব লাগিব বৰ্ণাশ্ৰমৰ অন্তৰ্গত ধৰ্মত্যাগ আৰু স্বধৰ্ম গ্ৰহণ বোলোতে - 'হৰি নাম শ্ৰৱণ কীৰ্ত্তন' ইয়াকে বুজিব লাগিব। ন বিধ ভক্তিৰ ভিতৰত শ্ৰৱণ কীৰ্ত্তনক ভাগৱতে শ্ৰেষ্ঠ স্থান দিছে। গুৰুজনাৰ একশৰণ হৰিনাম ধৰ্মত বাদে আন সকলো ধৰ্মই বিধিৰ কিংকৰ। শঙ্কৰদেৱৰ ধৰ্মক- একশৰণ নাম ধৰ্ম, বৈষ্ণৱ ধৰ্ম, ভাগৱতী ধৰ্ম, মহাপুৰুষীয়া ধৰ্ম বোলা হয়। মহাপুৰুষ শঙ্কৰদেৱে

প্ৰচাৰ কৰা বাবে এই ধৰ্মক মহাপুৰুষীয়া ধৰ্ম বোলে। এক কৃষ্ণ দেৱতাতে মাত্ৰ শৰণ আৰু গুণকীৰ্ত্তন হেতু একশৰণ নাম ধৰ্ম ; দেৱৰ নিৰ্গুণ ব্ৰহ্ম, বিষ্ণু প্ৰতিপাদ্য কৰা হেতু বৈষ্ণৱ ধৰ্ম; ভাগৱতৰ তত্ত্বানুযায়ী ভক্তি ধৰ্ম আচৰণ কৰা হেতু ভাগৱতী ধৰ্ম। এই ধৰ্মক সনাতন ভাগৱতী ধৰ্মও বোলা হয়।

সনাতন - যাৰ জন্ম নাই ক্ষয় নাই।

পৰাস্তুমাতু ভাবোহন্যোহব্যক্তোহব্যাক্তাৎ সনাতন।

যঃ সৰ্ব্বেষু পশ্যাযু ন বিনশতি।।"

অৰ্থাৎ - যি অব্যক্তৰ পৰা চৰাচৰ ব্ৰহ্মাণ্ড সহ প্ৰাণী সমূহ ব্যক্ত হয়,

অব্যক্ততকৈ অতিশয় অব্যক্ত এটি ভাব আছে - যাৰ নাম সনাতন।

সকলো ব্ৰহ্মাণ্ড, প্ৰাণী সমূহ বিনাশ হলেও সনাতন বিনাস নহয়।

অব্যক্তো অক্ষৰ ইত্যোক্ত স্তাহ পৰম গতিম্

সংপ্ৰাপ্য ন নিবৰ্ত্তন্তে তদ্ধাম্ পৰমং মম।"

ভগবানে পদ্ম কল্পত ব্ৰহ্মাক কৈছে —

"মই মাত্ৰ অৱশেষে থাকোহো অন্তত।

কুণ্ডল ভাঙিলে যেন সোণা স্বৰূপত।।"

শঙ্কৰদেৱে জন সাধাৰণৰ কল্যাণৰ কাৰণে বেদ উপনিষদ পুৰাণ আদি ধৰ্ম শাস্ত্ৰৰ তত্ত্ববোৰ অসমীয়া ভাষাত ৰচনা কৰি প্ৰচাৰ কৰিছে। দুৰ্বোধ্য শাস্ত্ৰবোৰ অসমীয়া ভাষাত ৰচনা কৰি জনসাধাৰণৰ কল্যাণ সাধিলে। মহাপুৰুষৰ আটাইবোৰ তত্ত্ব, শাস্ত্ৰ সমূহত সন্নিবিষ্ট হৈ আছে। শঙ্কৰদেৱৰ কীৰ্ত্তন দশম, মাধৱদেৱৰ নামঘোষা-ৰত্নাৱলী এই চাৰি শাস্ত্ৰক মহাপুৰুষীয়া ধৰ্মৰ চাৰি খুটি বা চাৰি বেদ বুলি ধৰা হয়। প্ৰকৃততে এই চাৰিখন শাস্ত্ৰতেই গুৰু ধৰ্মৰ মূল তত্ত্ববোৰৰ পূৰ্ণসমাবেশ ঘটিছে। কীৰ্ত্তন আৰু নামঘোষা শাস্ত্ৰ দুখনক একেলগে মহাপুৰুষীয়া ধৰ্মৰ বিশ্বকোষ আখ্যা দিব পাৰি।

বৈষ্ণৱ ধৰ্মৰ চাৰি চৰণ বা চাৰি খুটি- সত্য, শৌচ, দয়া, ক্ষমা। এক শৰণ নাম ধৰ্মৰ চাৰি বস্তু - গুৰু, দেৱ, নাম, ভকত।

## সত্য ঃ-

সত্য - সত্য কাক বোলে সকলোৱে উপলব্ধি কৰে কিন্তু সংজ্ঞা দিয়াহে টান। তথাপিয়ো - যি অক্ষয় অব্যয়, যাক ঢাকি ৰাখিব -নোৱাৰে, অগ্নিয়ে দহিব নোৱাৰে, জলত নুডুবে যাক অস্ত্ৰ শস্ত্ৰই ভেদ কৰিব নোৱাৰে আৰু বিশ্বব্ৰহ্মাণ্ড ক্ষয় প্ৰাপ্ত হোৱাৰ পিছতো বিনষ্ট নহয় তাকে সত্য বোলা হয়। চমুকৈ ক'বলৈ হ'লে - ব্ৰহ্মাই সত্য বস্তু।

গুৰুজনাই হৰ স্তুতিত প্ৰকাশ কৰিছে —

"তুমিসে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানী গণে কৰে হৃদয়তে ধ্যান।।" (কীৰ্ত্তন)

মাধৱদেৱে লিখিছে —

তিনি গুণময় বেদশাস্ত্ৰ যত যত।
তাহাৰ বিহিত মানে অসত্য সমস্ত।।
তাক তেজি যেবে দেহ অৰ্পিলে কৃষ্ণত।
তাকেসে কেৱল সত্য মানাহা মনত।। (ৰত্নাৱলী)

সত্য, ধৰ্মৰ চাৰি চৰণৰ প্ৰথম চৰণ।

## শৌচ ঃ-

সাধাৰণ অৰ্থত শুচি বোলা হয়। শাৰীৰিক মল দূৰ কৰি পৰিষ্কাৰ পৰিচ্ছন্ন হৈ অন্তৰৰ হিংসা, কপট, লোভ, মোহ, কাম, ক্ৰোধ, অহঙ্কাৰ আদি দূৰ কৰি কৃষ্ণ নামেৰে মন প্ৰক্ষ্যালন কৰাকে শৌচ বোলা হয়। বাহিৰে ভিতৰে শৰীৰ শুচি কৰি যি জনে জগতখনক ব্ৰহ্মময় দেখে তেওঁ বাক্য সিদ্ধ হয় আৰু কৃষ্ণ নামত আপ্লুতহৈ ব্ৰহ্মাত লীন যায়।

## ক্ষমা ঃ-

বলশালী হৈয়ো - লোকে অত্যাচাৰ কৰিলে, অপমান কৰিলে, প্ৰহাৰ কৰিলে সৰ্ব্বস্ব লুটি নিলেও তাৰ প্ৰতিশোধ নলয়, বৰং অভয় দানহে কৰে তাকে ক্ষমা বোলা হয়। ক্ষমাশীল জন ঈশ্বৰ শক্তিৰ অংশ। ভৃগুমুনিৰ কঠোৰ চৰণৰ প্ৰহাৰত ভগবান কৃষ্ণই ভৃগুমুনিয়ে কোমল চৰণত দুখ পাইছে বুলি স্তুতি কৰিছিল।

## দয়া ঃ-

যি পৰৰ দুখ কষ্ট নিজৰ শৰীৰত অনুভৱ কৰে, দুখীয়াৰ দুখ, শোক দূৰ কৰে, ভোকাতুৰক আহাৰ দিয়া, ধনীয়ে নিৰ্ধনীক ধন দান কৰা, ৰোগীক ঔষধ দিয়া, শোকাতুৰক শান্তনা দিয়া, জীৱৰ যন্ত্ৰণা দেখি তাৰ পৰা পৰিত্ৰাণ কৰা, অজ্ঞানীক জ্ঞান দিয়া আদি কাৰ্য্যক দয়া বোলা হয়। এই পৰোপকাৰী কাৰ্য্যই আনক শান্তি দিয়াৰ লগতে নিজৰো শান্তি পথ তৈয়াৰ কৰে।

কলিৰ লোকৰ উদ্ধাৰৰ বাবে দয়ালু শঙ্কৰে নাম ধৰ্ম দান দি গ'ল। অগাধ শাস্ত্ৰ ৰচনা কৰি কলিৰ লোকক দি গ'ল। কলিৰ লোক উদ্ধাৰৰ হেতু কৃপাকৰি পৱিত্ৰ হৰি ভক্তি দান দি গ'ল। গুৰুজনাৰ এয়া পৰম দয়া।

"পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰ লোকক কৰিয়া দয়া।
হৰিৰ নিৰ্মল ভকতি প্ৰকাশ কৰিলা শাস্ত্ৰক চায়া।।

## পৰমাৰ্থ তত্ত্ব ঃ-

আধ্যাত্মিক তত্ত্ব জ্ঞানে পৰমাৰ্থতত্ত্ব উপলব্ধিত সহায় কৰে। পৰমাৰ্থ শব্দৰ ব্যাকৰণিক অৰ্থ হয় - পৰম + অৰ্থ = পৰমাৰ্থ। অৰ্থাৎ যি অৰ্থৰ ওপৰত আৰু অৰ্থ নাই বা যি তত্ত্বৰ ওপৰত আৰু তত্ত্ব নাই - সেয়ে পৰমাৰ্থ তত্ত্ব।

সৃষ্টি আৰু স্ৰষ্টা, প্ৰকৃতিং আৰু পুৰুষ, জীৱ আৰু আত্মা, সগুণ আৰু নিৰ্গুণ, সাকাৰ আৰু নিৰাকাৰ, সকাম আৰু নিষ্কাম, জড় আৰু চৈতন্য, সত্য আৰু অসত্য, দৃশ্যমান জগত আৰু ঈশ্বৰ, সপ্ত ধাতুৰ দেহ, পঞ্চ ভৌতিক দেহ,(ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম) চৌবিশ তত্ত্ব ধৰ্মৰ চাৰি বস্তু (গুৰু, দেৱ, নাম, ভকত) চাৰি অগ্ৰগতি (জ্ঞান, বিজ্ঞান, তদং, ৰহস্য) চাৰিমুঠি জীৱ (উৰণ, বুৰণ, গজন, ভ্ৰমণ) নৰদেহ ধাৰণ ( চৌৰাশী লক্ষ যোনিৰ জন্মগ্ৰহণৰ পিছত) নৰদেহ ধাৰী জীৱৰ কৰ্ত্তব্য, লক্ষ্য আদি পৰমাৰ্থ তত্ত্বৰ ব্যাখ্যাই, জ্ঞান আহৰণে মনুষ্য জন্মৰ সাৰ্থকতাত সহায় কৰে, গন্তব্য পথ প্ৰদৰ্শন কৰে।

সেয়েহে আৰ্য্য ঋষি মুনি সকলে এই সম্পৰ্কে জানিবলৈ সাধনা কৰে। জ্ঞান পিপাসু মানৱে নতুন জ্ঞান আহৰণ কৰিবলৈ জানিবলৈ সদায় ব্যগ্ৰ। এই তত্ত্ববোৰ জানিব পাৰিলে শৰীৰৰ ৰিপুবোৰ দমন হয়, মনক বান্ধিব পাৰে আৰু জগতত শান্তি বিৰাজ কৰে। আধ্যাত্মিক জ্ঞান চৰিত্ৰ গঠনৰ উপাদান। সৎচৰিত্ৰবান লোকে শান্তি

লাভ কৰে আৰু আনকো শান্তিৰ পথ দেখুৱাব পাৰে ; জগতৰ শান্তিত অৰিহনা যোগায়।

ভগৱান শ্ৰীকৃষ্ণই সকলো তত্ত্ব উদ্ধৱক ভাঙি পাতি কৈছিল। আৰু জীৱৰ উদ্ধাৰৰ বাবে আনকো ক'বলৈ কৈছিল। আকৌ সকলোকে কবলৈ বাধাও দিছিল। গুৰুজনাই ভাগৱতত প্ৰকাশ কৰিছে –

"স্ত্ৰী শূদ্ৰে কৰে যদি আমাত ভকতি।
তাহাকো কহিবা ইটো তত্ত্ব মহামতি।।
দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱ জনত।।"

পৰমাৰ্থ তত্ত্ব ব্যাখ্যাত এই কথালৈকো লক্ষ্য ৰাখিব লাগিব। শাপগ্ৰস্ত ধাৰ্মিক ৰজা পৰীক্ষিতে গুৰু শুকক ভগৱানৰ গুণ চৰিত্ৰ তথা ভাগৱত শ্ৰৱণ কৰাবলৈ অনুৰোধ কৰোতে শুকে কৈছিল "হে নৃপতি! তোমাৰ আগত নিৰ্গুণ ভগৱন্তৰ গুণ বখানিবলৈ পাই, ভাগৱত শ্ৰৱণ কৰাবলৈ পাই মোৰ পৰম ভাগ্য উদয় হৈছে।" গতিকে ভগৱানৰ গুণ চৰিত্ৰ ব্যাখ্যাত শ্ৰোতা, বক্তা উভয়ে পুণ্য লাভ কৰে।

আমি অনেক ঠাইত এই পৰমাৰ্থ তত্ত্ব সম্পৰ্কে নানা অনৰ্থক ব্যাখ্যা শুনিবলৈ পাই আচৰিত হও। উদাহৰণ স্বৰূপে - কোনো ভকতে দেহাতে সকলো আছে বুলি কৈ থয়। আনকি জাম্বৱন্তৰ গাতটোও দেহাতে বিচাৰি পোৱাটোও পৰমাৰ্থ তত্ত্ব বুলি ব্যাখ্যা কৰা দেখা যায়। কোনো কেনোৱে শৰাই ঢকা কলাপাত খনৰ ফুটা কেইটা, কলাপাত কেনেকৈ পৰা, তামোল পান ক'ৰ পৰা আহিল, কেনেকৈ দিয়া, বহা ঢাৰিখন, তৌ, হেঁতা, উধান খুটি কোন, পানী কোন, আদিৰ পৰমাৰ্থ তত্ত্ব বিচাৰি কাৰো লগত কাৰো তত্ত্ব নিমিলা খেলি মেলিৰহে সৃষ্টি কৰা দেখা যায়। ফল স্বৰূপে উঠি অহা উত্তৰ পুৰুষ সকলে এনেবোৰ ধৰ্মীয় পৰমাৰ্থ দুৰ্বোধ্য বুলি ভাবি ধৰ্মৰ প্ৰতি উদাসীন হোৱাও দেখা যায়। এনে দুৰ্বোধ্য তত্ত্ববোৰ চিন্তা কৰা নিষ্প্ৰয়োজন। এই কথাবোৰ মহাপুৰুষ দুজনা গুৰুৰ কোনো শাস্ত্ৰত উল্লেখ নাই। এনে পৰমাৰ্থ বোৰে ভকতৰ বাবে অনৰ্থ আনি প্ৰকৃত পৰমাৰ্থ লাভত বাধাৰ সৃষ্টি কৰে বুলিহে আমি ভাবো। কৱ নোপোৱা, বিচাৰিলে নোপোৱা কোনো শাস্ত্ৰত নথকা, পৰমাৰ্থ তত্ত্ব, ভকত সকলে বিচাৰি ল'বলৈ গুৰুৱে এৰি যোৱা নাই। তেৰা সমস্তই সকলো দিশ পূৰ্ণ কৰি থৈ গৈছে। দেহতত্ত্ব ছয় চক্ৰ চিন্তন আদি দুৰ্বোধ্য

তত্ত্বোৰতো, ভকতে গুৰুত্ব দিয়াতকৈ লোভ, মোহ, কাম, ক্ৰোধ, অহঙ্কাৰ আদি শৰীৰৰ ৰিপুবোৰ দমন কৰাৰ চেষ্টাত গুৰুত্ব দিয়াহে বাঞ্ছনীয়। ধৰ্মৰ মাজত চলি থকা বিজ্ঞান সন্মত পৰম্প ৰা ৰক্ষাকৰি অন্ধবিশ্বাস পৰম্পৰা ত্যাগ কৰা উচিত।

আমাৰ ক্ষুদ্ৰ জ্ঞানেৰে যিখিনি কথা প্ৰকাশ কৰিছো তাৰ মাজত ভু ল থকাটো স্বাভাৱিক। কিবা ভু ল থাকিলে আঙুলিয়াই দিলে সুখী হ'ম।

প্ৰত্যক্ষ জ্ঞান অনুমানৰ দ্বাৰা যি পৰামৰ্শ জ্ঞান উপলব্ধি কৰিব নোৱাৰি, তেনে পৰমাৰ্থিক জ্ঞানেই বেদৰ বেদত্ব। এই তত্ত্ব উপলব্ধি কৰিবলৈ হ'লে আসন প্ৰাণায়াম ধ্যান ধাৰণাৰে কাম ক্ৰোধ লোভ আদি ইন্দ্ৰিয়বোৰ দমন কৰি হৃদয়ত নিৰ্গুণ ৰূপে পৰম ব্ৰহ্মৰ চিন্তা কৰিব লাগে। তথাপিয়ো এই পৰমাৰ্থ তত্ত্ব বস্তু উপলব্ধি কৰা সহজ নহয়।

শাস্ত্ৰত কৈছে -

কাম ক্ৰোধ লোভ মোহ সবাকে তেজিয়া।
নিবিড় আসনে মনে সমাধি ধৰিয়া।।
শৌনক সুনন্দ আদি মহাযোগী যত।
তাৰা সবো নেদেখয় হৃদয়ত।।

সকলো উপনিষদৰ বা বেদান্তৰ সাৰ উদ্ধাৰ কৰি উপনিষদৰ মূল গীতাত অৱতাৰী দৈৱকী নন্দন কৃষ্ণকে বেদৰ গুপ্ত বিত্ত বুলিছে।

"বেদৰ গুপুত বিত্ত নাৰাযণ এ, দৈৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত (নামঘোষা)

আমাক দুজনা গুৰুৱে সহজ কৰি পৰমাৰ্থ তত্ত্ব দি গ'ল। ভকততে কৃষ্ণ মূৰ্ত্তি দৰ্শন কৰিব লাগে।

বিষ্ণু বুদ্ধি কৰি শিৰে নমে সমস্তক।
কৃষ্ণৰ মূৰ্ত্তিক দেখে চক্ষুৰে ভকতক।।

কৃষ্ণদেৱে অৰ্জ্জুনক কৈছে —

মাধৱে কহন্ত অৰ্জ্জুনত শুনা ইটো পৰমাৰ্থ তত্ত্ব
ভকতে মোহোৰ মহিমা জানে নিশেষ।
তত্ত্বৰূপে সখি জানা মোক তৰিবা দুৰ্ঘোৰ দুখ শোক
অন্তকালে গৈয়া আমাত হোৱা প্ৰৱেশ।।

কৃষ্ণনিগতি সব্যসাচী পৰমাৰ্থ তত্ত্ব লৈযো বাছি
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।
মোতে মাত্ৰ সদা দিয়া চিত গায়ো মোৰ নাম গুণ গীত
সকলো শাস্ত্ৰৰ কহিলো সাৰ সাক্ষাত।।

(নামঘোষা)

## নাম মাহাত্ম্য ঃ-

নাম বৈকুণ্ঠৰ বস্তু। নাম স্বয়ং ঈস্বৰ। নামৰ মহিমা ভগৱানত কৈয়ো চাৰ। নিজৰ নামৰ মহিমাৰ কথা স্বয়ং ভগৱানেও নেজানে। এদিন বৈকুণ্ঠত নাৰদে তেওঁৰ নামৰ মাহিমাৰ কথা সুধিছিল। ভগৱানে ক'লে - মই মোৰ নামৰ. মহিমাৰ কথা নেজানো ভকতেহে জানে।" যি নামৰ মহিমা চাৰিমুখে ব্ৰহ্মাযো কৈ শেষ কৰিব নোৱাৰিলে তেনে হৰি নামৰ মহিমা প্ৰকাশ কৰিবলৈ যোৱাটো সূৰ্য্যত হাত দিবলৈ যোৱাৰ নিচিনা কথা। নাম জ্বলন্ত অগ্নি, নামত সকলো পাপ তাপ ভষ্ম হয়। আমি এটি ক্ষুদ্ৰ ধূলিকণাই নামৰ মহিমা বা নামৰ মাহাত্ম্য প্ৰকাশ কৰা শকতি নাই। থুল মূলকৈ দুআষাৰ আলোচনাহে কৰিব বিচাৰিছো।

মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্মৰ চাৰি বস্তুৰ ভিতৰত নামেই মূল। নাম মুল হোৱা বাবেই গুৰুজনাৰ ধৰ্মক একশৰণ নাম ধৰ্ম বোলা হয। গুৰুজনাৰ ধৰ্মৰ চাৰিবস্তুৰ ভিতৰত কোনো পণ্ডিতৰ মতে শঙ্কৰদেৱে নাম, দেৱ, ভকত এই তিনি বস্তুহে প্ৰকাশ কৰে। শঙ্কৰদেৱ গুৰু হৈ গুৰু বস্তুক ভকত বস্তুৰ পৰা পৃথক কৰি নেদেখুৱাইছিল। মাধৱদেৱে শঙ্কৰদেৱৰ তিনি বস্তুৰ লগত গুৰুক যোগদি গুৰুক ভকতৰ পৰা সুকীযা কৰি অসমৰ বৈষ্ণৱ ধৰ্মৰ চাৰিবস্তু পূৰ কৰে। মাদৱদেৱ এই চাৰি সংহতিৰ গুৰু। শঙ্কৰদেৱ মাধৱদেৱৰ গুৰু বাবে শঙ্কৰদেৱ 'জগত গুৰু।'

বৈষ্ণৱ ধৰ্মৰ এই চাৰি বস্তুৰ ভিতৰত নামৰ মহিমা অসীম। দুজনা গুৰুৰ সকলো শাস্ত্ৰতে নামধৰ্মৰ কথাকে কৈছে। আদিতে পৃথিৱীত নাম ধৰ্ম প্ৰচাৰ কৰিছিল নাৰদে।

শাস্ত্ৰত কৈছে - চিন্তাকৰি নাৰদ মুনি বৈকুণ্ঠক গৈলা।
হৰি নাম আনি পাছে পৃথিৱীত থৈলা।।

ভাগৱতৰ উপদেশত প্ৰকাশ পাইছে -

স্বাদত অমৃতময      কেৱলে আনন্দৰস
পূৰ্ব্বতে আছিল বৈকুণ্ঠত।
কৃষ্ণৰ কৃপাত পাছে    অৰ্দ্ধেক বয়স গৈলে।
পাইলা ব্ৰহ্মা পদ্ম কলপত।।
ব্ৰহ্মা দিলা নাৰদক    ইটো ফল ৰহস্যক।
নাৰদে ব্যাসক আনি দিলা।
তিলেকো নগৈল ভাগি      ইডালে সিডালে লাগি
শুকমুখে ভূমিত নামিলা।।

সত্য যুগৰ আদিতে নাম ধৰ্মই আছিল। দেৱতা সকলে এই নাম গুপ্ত কৰিছিল। শঙ্কৰদেৱে আকৌ প্ৰকাশ কৰিলে।

মাদৱদেৱে লিখিছে —

আদিসত্য যুগে শুদ্ধ ধৰ্ম,      আছিলেক মাত্ৰ হৰি নাম
দেৱসবে গুপ্ত কৰিলে কৰি কপট।
হেন হৰি নাম ব্যক্ত কৰি      সমস্ত লোকক উদ্ধাৰিলা
শ্ৰীমন্ত শঙ্কৰে ভাঙিলা সবাৰো পট।।

(নামঘোষা)

কলিযুগত যি লোকে - জাগি থকা অৱস্থাত, স্বপ্নাৱস্থাত বা ভ্ৰমণ কৰি থকা অৱস্থাত নিতৌ কৃষ্ণ নাম উচ্চাৰণ কৰে তেওঁ কৃষ্ণৰূপী হয়। এই মঙ্গলময় নাম উচ্চাৰণ হোৱাৰ লগে লগে তেওঁৰ কোটি পাপ ভস্মীভূত হয। মহাপাপী অজামিল, দৃস্যু ৰত্নাকৰ (বাল্মীকি) দাসীপুত্ৰ নাৰদ নাম লৈ তৰিল। ভক্ত হনুমান ৰাম নামৰ বলত সমুদ্ৰ জপিয়াই পাৰ হ'ল আৰু অব্যৰ্থ মহাবীৰ নামত পৰিগণিত হ'ল।

আতিমহা পাতকী ব্ৰাহ্মণ অজামিল।
নামৰ আভাসে মাত্ৰ সংসাৰ তৰিল।।
ঘোৰ ব্যাধ বাল্মীকি নাৰদ দাসী সুত।
নামৰ প্ৰসাদে হল জীৱন্তে মুকুত।।
কোনে কহিবেক পাৰে নামৰ মহিম্ম।
চাৰিমুখে ব্ৰহ্মায়ো নপাল্ত যাৰ সীমা।। (ভাগৱত)

গুৰুজনাই লিখিছে –

নামে সাতকাৰ্য্য সোধিবে দেখা। প্ৰতি প্ৰতি লোৱা নামৰ লেখা।।
প্ৰথমে দহিবে পাতক চয়। কৰিব মহাপুণ্য অভ্যুদয়।।
মিলাইবে বিষয়ত বিৰকতি। কৃষ্ণত বঢ়াইব দৃঢ় ভকতি।।
ওপজাইবে আতি বৈষ্ণৱ জ্ঞান। মায়াকো কৰিব দহি নিৰ্য্যাণ।।
চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি। থৈৱন্ত তেন্তে এবে এক কৰি।। (কীৰ্ত্তন)

**শুনিয়োক সৰ্ব্বজনে, কৃষ্ণকথা পিয়া মনে, মুখ কিয় থাকে অৱজৰে।**
**কলিযুগে ৰাম নাম, নলৈ কৰে আন কাম, নাহি আৰ দুখ আত পৰে।।**
**নজানে শাস্ত্ৰৰ মৰ্ম, কলিত কীৰ্ত্তন ধৰ্ম, এৰি আন কৰ্মসে বখানে।**
**নামত নকৰে ইচ্ছা, পণ্ডিত বোলাবে মিছা, জানাসিটো একোৱে নাজানে।।**
**চাৰিবেদ ৰামায়ণ, পুৰাণ ভাৰত যত, সবাহাতে কহয়ে হৰিক।**
**ইহাক নজানি আন, অৰ্থকৰে ব্যাখ্যান, জানা সিটো মূৰ্খতো অধিক।।**

**(ভাগৱত দশম স্কন্ধ)**

পুনঃ -

শুনাসৰ্বজনে শিশুলীলা মাধৱৰ। মনুষ্যৰ শ্ৰেষ্ঠ ধৰ্ম নাহি আত পৰ।
সমস্ত ধৰ্মৰ হৰি নামেসে ঈশ্বৰ। আশ্চাৰ্য্য মহিমা শুনা কৃষ্ণৰ নামৰ।।
যায় মহাজন মাধৱৰ নাম গাই। পৰম আনন্দে যিটো তাকে থাকে চাই।।
**সমস্ত পাতক আৰ হোৱয় দূৰিত। পৰম আনন্দে বঞ্চে বিষ্ণুৰ পুৰীত।।**

**(ভাগৱত)**

মাধৱদেৱে লিখিছে –

**মাধৱে বোলন্ত মোক, কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি, সদায়ে সুমৰে যিটো জনে।**
**জল হন্তে যেন পদ্ম, নৰকৰ পৰাতাক, আপুনি উদ্ধাৰো ৰঙ্গ মনে।।**

**(নামঘোষা)**

**ভগৱানতকৈয়ো নামহে শ্ৰেষ্ঠ বুলিছে -**

**হে প্ৰাণ বন্ধু ৰঘুপতি, ৰাম ৰাম ৰাম ৰাম, তোমাত কৰিয়া তযু গুণনাম চাৰ।**

বিনা সেতুবন্ধ কৰি নৰে, ৰাম ৰাম ৰাম ৰাম ৰাম, অপাৰ সংসাৰ সমুদ্ৰৰ হোৱে পাৰ।।

ব্যাস নিগদতি লুব্ধ মতি-শুনিয়ো আনন্দে কৰ্ণ পাতি দেও উপদেশ উদ্ধবাহু উচ্চ কৰি।

এহিমানে মাত্ৰ মহামন্ত্ৰ সংসাৰ দুৰ্ঘোৰ বিষহাৰী নমো নাৰায়ণ বুলিয়োক মুখ ভৰি।।

(নামঘোষা)

নাম শব্দ ব্ৰহ্ম শ্ৰৱণ কৰিলেও পাতক খণ্ডন হয়।

কৰ্ণপথে ভকতৰ, হিয়াত প্ৰৱেশি হৰি, দুৰ্বসনা হৰে সমস্তয়।

গীতাত কৈছে - নাহং তিষ্ঠামি বৈকুণ্ঠে যোগীনাং হৃদয়ে নচ।

মদ্ভক্তা যত্ৰগায়ন্তি তত্ৰ তিষ্ঠামি নাৰদঃ।।

গুৰুজনাই প্ৰকাশ কৰিছে —

নামেসে কৰিব সব মনোৰথ সিদ্ধি।

জানিবাহা হৰিৰ নামেসে নৱনিধি।।

ইহপৰকালে নাম বিনে গতি নাই।

চাৰিও বেদৰ ইসে মুখ্য অভিপ্ৰায়।। (ভাগৱত)

যিটো নাম নেৰে মুখে  পাইলে মোক্ষ মহাসুখে

জানা কৃষ্ণ তুষ্ট ভৈলা তাৰ।

গুৰু ভৈলা জগতৰে  কৰিলেক সিটো নৰে

কোটি কোটি পুৰুষ উদ্ধাৰ।।

পাতক শুকান বন  হৰিনাম হুতাশন

খনেকতে দহি কৰে ছন্ন।

হেন নাম প্ৰচাৰিলা  পাতকীক নিস্তাৰিলা

পৰম কৃপালু নাৰায়ণ।।

কৃষ্ণৰ কিঙ্কৰে কহে  হৰি নামে পাপ হৰে

ৰাম নাম সবাতো অধিক।

যিটো জনে নাম স্মৰে  সকলো পাতকে তৰে

আনায়াসে পাৱে মুকুতিক।।

(-তাৎপৰ্য্য-কীৰ্ত্তন)

নামৰ মহিমাৰ কথা কৃষ্ণই অৰ্জ্জুনক কৈছে — ·

চাৰিয়ো বেদৰ মাজে, হৰিৰ নামত বাজে, গতি দাতা নাই সংসাৰত।

আপুনি ঈশ্বৰ হৰি, অৰ্জুনত নিষ্ঠ কৰি, কহিলন্ত কৰি পঞ্চসত্য।।

মহাপাতকী দুৰ্ভগীয়া জনৰ মুখত হৰিনাম নাহে -

কোটি কোটি জনমৰ, আছে পাতেকৰ বল, তাতেসে নামত নাই মতি।

দেখিয়ো নেদেখে অন্ধ, প্ৰবন্ধে আনক ভজি, জানা সিটো গৈল অধোগতি।।

তাৰ সঙ্গ পৰিহৰা, সিটো জীৱন্ততে মৰা, জানি সবে এৰা আন কাম।

কৃষ্ণৰ কিংকৰ কবি, ৰচিলা শঙ্কৰে ছবি, নিৰন্তৰে বোলা ৰাম ৰাম।

(ভাগৱতৰ উপদেশ)

পুনঃ-

মনুষ্যৰ শ্ৰেষ্ঠ ধৰ্ম এহিমানে মাত্ৰ।

দেখিয়ো বিচাৰি মহা ভাগৱত শাস্ত্ৰ।।

কলিত নাহিকে গতি বিনে হৰি নাম।

জানিয়া আলস্য তেজি বোলা ৰাম ৰাম।।

- - - - - - - - - - - - - - - - - - - -

শতবাৰ জলত পখালে যদি গাত্ৰ।

অপবিত্ৰ তথাপি সুৰাৰ যেন পাত্ৰ।।

দুষ্ট চিত্তো যদি হৰিক সুমৰে।

হোৱেশুদ্ধ সমস্ত পাতেক তাৰ হৰে।।

অনিচ্ছাতো চুইলে যেন দহয়ে অগনি।

হৰিৰ স্মৰণে হেন ধৰ্ম শিৰোমনি।।

(ভাগৱতৰ উপদেশ)

শঙ্কৰদেৱে কৃষ্ণ নামকে চাৰিয়ো বেদৰ পৰমাৰ্থ তত্ত্ব বুলিছে —

কলিৰ ভয়ত ত্ৰাস হুয়া ধৰ্ম যত।

একস্থান হৈয়া ৰৈল হৰিৰ নামত।।

জানি একচিত্তে ফুৰা ৰাম নাম গায়।
সমস্ত ধৰ্মক লাগ পাইবা এক ঠাই।।
ইসে পৰমাৰ্থতত্ত্ব চাৰিও বেদৰ।
সমস্ত দেৱৰ ৰাজা কৃষ্ণসে ঈশ্বৰ।।
সমস্ত ধৰ্মৰ ৰাজা মাধৱৰ নাম।
জানি নিৰন্তৰে নৰে বোলা ৰাম ৰাম।।

(ভাগৱত দশম স্কন্ধ)

শুকে পৰীক্ষিতক উপদেশ দিছে –

হৰি নাম বিনে, জপ যজ্ঞ দানে, সাধিবে নপাৰে গতি।
নামৰ সমান, নাহি পুণ্য আন, জানিবা তুমি নৃপতি।।
নাম কীৰ্ত্তনত, পৰে মনুষ্যৰ, নাহি কৰ্ম বন্ধ ছেদ।
সমস্তজগত, নামেসে উদ্ধাৰে, কহিলো পৰম ভেদ।।

(ভাগৱত ষষ্ঠ স্কন্ধ)

অযুত যজ্ঞ কৰি সুবৰ্ণ দান কৰিলেও গোবিন্দৰ নামৰ ৰেণুসমো নহয়।

অযুতেক যজ্ঞ, কৰে মেৰু সম, সুবৰ্ণক কৰে দান।
তথাপিটো ইটো, গোবিন্দ মানৰ, ৰেণুকো নুহি সমান।। (ভাগৱত)

গুৰুজনাই প্ৰকাশ কৰিছে -

সূৰ্য্য জুই আঙনিৰ যতেক অন্তৰ। নামৰ কৰ্মৰে সখি সেহি পটন্তৰ।।

(ভক্তি প্ৰদীপ)

কোটি কোটি ৰাজ, সূয় অশ্বমেধ, যজ্ঞ আক নুহি সৰি।
হেন হৰি নাম, নলৈয়া হেলাত, মৰৈ আত্মঘাট কৰি।। (কীৰ্ত্তন)
ম্লেছ জাতি হৈয়ো, যদি হৰি নাম, লয় তেওঁ পবিত্ৰ হয়।।

- - - - - - - - - - - - - - - - - - - - - - - - - - - - - - - - -

কুকুৰকো খাই, হেন ম্লেছ সবো, হৰি নাম লবে মাত্ৰ।
এতেকে তেখনে, সিসবো হোৱস, যজ্ঞ কৰিবাৰ পাত্ৰ।।

(ভাগৱতৰ দশম স্কন্ধ)

যিটো মহা ম্লেচ জাতি　　সিয়ো শুদ্ধ হোৱে আতি
মুখে মাত্ৰ হৰি নাম লয়।
কলিয়ো ভয়ত গৈয়া　　নামত শৰণ লৈয়া
ৰহিলা সমস্তে ধৰ্মচয়।
নাহি কাল দেশ, নিয়ম ইহাত, অশৌচত নাহি দোষ।
শয়নে ভোজনে, সদাহৰি বোলা, এৰিয়া আন আক্ৰোশ।।

(নামঘোষা)

জ্ঞানে বা অজ্ঞানে, মাধৱৰ নাম, যি ফুৰে সদা সুমৰি।
তাক মোৰ বুলি, হাতে চক্ৰ ধৰি, ৰাখিয়া ফুৰন্ত হৰি।।

- - - - - - - - - - - - - - - - - - - - - - - - - - - - - -

একখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ,- দৈৱকী নন্দনে কৈলাযাক,- দেৱো এক মাত্ৰ দৈৱকী দেৱীৰ সুত।।
দৈৱকী পুত্ৰৰ পদ সেৱা,-কৰ্ম এক এহি মানে মাত্ৰ,-মন্ত্ৰো একমাত্ৰ আন নাম অদভুত।।
হে প্ৰাণ বন্ধু ৰঘুপতি, ৰাম ৰাম ৰাম ৰাম ৰাম, তোমাত কৰিয়া তযু গুণ নাম চাৰ দুৰ্ঘোৰ সংসাৰ সমুদ্ৰতে হোৱে পাৰ।।

(নামঘোষা)

এদিন পাৰ্ব্বতীয়ে শিৱক সুধিছিল -

"হে প্ৰভু! তুমি চৰাচৰ জগতৰ গৰাকী হৈ কাক আৰাধনা কৰি থাকা!
শিৱই কলে - জগতৰ এজন গৰাকী আছে -

শুনিয়ো পাৰ্ব্বতী তুমি এবে　　ৰাম ৰাম ৰাম বোলা যেবে
তোমাৰ বদন হৈবেক শ্ৰেষ্ঠ অমূল্য।
ৰাম ৰাম ৰাম ৰাম বুলি　　ৰামত ৰমোঁহো সৰ্ব্বক্ষণে
জানা ৰাম নাম সহস্ৰ নামৰ তুল্য।।

(নামঘোষা)

অম্ৰাৱতী পুৰত এদিন ইন্দ্ৰই নাৰদক এপাহ পাৰিজাত ফুল দি সম্ভাষণ জনালে। নাৰদে কৃষ্ণক দিলে, কৃষ্ণই ৰুক্মিণীক দিলে। নাৰদে এই কথা সত্যভামাক জনালে। কৃষ্ণই ৰুক্মিণীক বেচি ভাল পাই ভাবি সত্যভামা কান্দি ব্যাকুল হল।

কৃষ্ণই সত্যভামাৰ অৱস্থা দেখি আউলি বাউলি চুলি সজাই, চকুপানী মচি, সোলকা কাপোৰ ভালকৈ পিন্ধাই দিলে আৰু সান্ত্বনা দিলে- সত্যভামাৰ মন্দিৰৰ মুখত পাৰিজাত ফুলৰ গছকে ৰুই দিব। কথামতে কাম হল।

কিছুদিনৰ মূৰত নাৰদ আহি সত্যভামাক কলে "প্ৰভু কৃষ্ণই তোমাৰ কাপোৰ পৰ্য্যন্ত পিন্ধাই দি যি পৰিচৰ্য্যা কৰিলে, তোমাৰ দোষ হৈছে। গতিকে নিষ্কৃতি পাবৰ বাবে তুমি পয়োব্ৰত কৰি এভাগ যজ্ঞেৰে স্বামীদান কৰিব লাগে। ব্ৰত কৰি সত্যভামাই যজ্ঞ আৰম্ভ কৰিলে. নাৰদ যজ্ঞৰ পুৰোহিত হল। যজ্ঞৰ অন্তত স্বামীদান কৰিব লগা হোৱাত সত্যভামাই কান্দিবলৈ ধৰিলে। নাৰদে পৰামৰ্শ দিলে স্বামীৰ সলনি তেওঁৰ ওজনৰ সোণ দিলেও হব। তুলাদণ্ডত এফালে কৃষ্ণক তুলি অন্যফালে সত্যভামাই নিজৰ সকলো অলঙ্কাৰ সোণবান তুলিলে কিন্তু একোৱেই নহল। ৰুক্মিণীক কোৱাত ৰুক্মিণীয়েও দিলে তথাপি কৃষ্ণৰ সমান নহল। উপায় বিহীন হৈ আকৌ সত্যভামাই চকুপানী টুকিব ধৰিলে। ওচৰতে উদ্ধৱ আছিল। উদ্ধৱে দুটা তুলসী পাতত কৃষ্ণ নাম লিখি, ধনসোণ নমাই থৈ কৃষ্ণনাম লিখা তুলসী পাত দুটা তুলি দিবলৈ কলে। ধনসোণ নমাই তুলসী পাত দুটা তুলি দিয়াত কৃষ্ণৰ ওজনতকৈ বেচি হল। তাৰ এটা পাত নমাই অনাত ওজন কৃষ্ণৰ সমানত কৈ অলপ বেচি হৈ হল।

হিন্দী সাহিত্যৰ কবি চূড়ামণি সুৰদাসে অক্ষয় অব্যয় নাম মহিমাৰ কথা লিখিছে "হমাৰে নিৰ্ধন কে ৰামধন, চোৰ ন লেট, ঘটত নহী কবহু আৰত গাঢ় কাম। জল নহী বুৰত অগনি ন দাহত, হ্যেই কেসী ৰাম নাম।"

সন্ত কবীৰ হিন্দু মুছলমানৰ সমন্বয় সাধক। তেওঁ নিৰ্গুণ নিৰাকাৰ ব্ৰহ্মৰ উপাসক আছিল। সন্ত কবীৰৰ এটি অতি সাৰগৰ্ভ বাণী আছে "সবৈ ৰাসায়ন হ্যেই কিযা, নহী নাম সম কোই। তিল এক ঘটমে সঞ্চৰৈ তো সব তন কঞ্চন হোই। (সংসাৰত মই সকলো ধৰ্ম তত্ত্ব উপলব্ধি কৰি দেখিলো, যে হৰিনামৰ সমান একো নহয়।

এই নামৰ ৰস কিঞ্চিত মাত্ৰও যদি শৰীৰত ব্যাপ্ত হয়, তেন্তে সমস্ত শৰীৰ কাচৰ দৰে শুদ্ধ হৈ পৰে।) কবীৰে প্ৰচলিত সকলো ধৰ্মৰ তত্ত্বলোৰ উপলব্ধি কৰি বিচাৰ কৰি এটা বাস্তৱ সত্য প্ৰচাৰ কৰিলে। তেওঁ যাগ যজ্ঞ পাপ পাতল, ঈশ্বৰ-আল্লা, মন্দিৰ-মছজিদ, সাকাৰ-নিৰাকাৰ, বেদ-কোৰাণ আদিৰ ভুল ব্যাখ্যাই সমাজক জটিল কৰাৰ কথাও বুজি পালে। সেয়েহে ভাৰত বিখ্যাত সন্ত পুৰুষজনে শেষত নামত গুৰুত্ব আৰোপ কৰিলে। তেওঁ কৈছে "ৰামনাম নাম তত্সাৰ হোই। এক নাম

হ্যেই ৰাম। ৰাম নামকা সংসাৰমে সাৰ হ্যেই। ৰাম ৰাম হ্যেই অমৃত বাণী।" এইজনা সন্তৰ কথা গুৰুজনাই কীৰ্ত্তনত উল্লেখ কৰিছে।

"উৰেখা বাৰানসী ঠাৱে ঠাৱে। কবীৰৰ গীত সন্ত সবে গাৱে।"

ভাৰতৰ আন এজন কবি তুলসী দাসেও ৰামতহে গুৰুত্ব দিছে। তেওঁৰ বিখ্যাত গ্ৰন্থ "বিনয় পত্ৰিকা" আৰু ৰাম চৰিত মানস" ত নাম মহাত্মাই মুখ্য স্থান পাইছে। বিনয় পত্ৰিকাৰ বিষয় হৈছে নাম মহিমা। কলি যুগত সমস্ত পাপৰ পৰা মুক্ত হবৰ একমাত্ৰ উপায় ৰাম নাম।

বিনয় পত্ৰিকাত আৰু বৰ্ণনা দিছে -

"হে জীৱ, সদ্য প্ৰেমেৰে ৰাম নাম লোৱা। এই কলিকালত ৰাম নামৰ বাহিৰে বৈৰাগ্য, যাগ-যজ্ঞ পূজা আদি একোৱেই সাধন সফল হব নোৱাৰে।

মাধৱদেৱে কৈছে -"একান্ত ভক্তৰ সঙ্গত নাম লওতে নাম লওতাৰ বাবে বৈকুণ্ঠও তুচ্ছ হয়।

অপাৰ আনন্দ ৰাম নাম মুখত থাকয় যাৰ।
মুকুতি সুখকো থৱে পাশ কৰি আন সুখকোন ছাৰ।।

(নামঘোষা)

গুৰুজনাই নামৰ দ্ৰোহীৰ কি ফল হয় কৈছে —

"যি যি জনো নামৰ দ্ৰোহী পৰম।
নৰকে পচৈ নাহি তাৰ জন্ম।।"

## গুৰু ঃ-

ব্ৰহ্মজ্ঞান লাভ কৰিবলৈ সৎগুৰুৰ প্ৰয়োজন। গুৰু বিহীন কোনো কাৰ্য্য সিদ্ধি নহয়। গুৰুৰ স্থান মান অতি উচ্চ। মহাপুৰুষ শঙ্কৰদেৱে ঈশ্বৰ আৰু গুৰুৰ ভিন্ন নাই বুলিছে। এনে এজন গুৰু বহুগুণৰ অধিকাৰী হব লাগে। সৎগুৰুৰ লক্ষণ কি তাক শাস্ত্ৰত উল্লেখ আছে। যথা —

'শান্তো দান্তঃ কুলীনশ্চ বিনীত শুদ্ধ বেশবান্।
শুদ্ধাচাৰঃ সুপ্ৰতিষ্ঠঃ সুচিদক্ষঃ সুবুদ্ধিবান।।
আশ্ৰমী ধ্যাননিষ্ঠশ সৰ্ব্বশাস্ত্ৰ বিশাৰদঃ।

নিগ্ৰতানুগ্ৰহে শক্তো গুৰুৰিত্যভি ধীয়তে।।

ইয়াৰ তাৎপৰ্য্য প্ৰকৃত গুৰুপদৰ যি বাচ্য তেওঁ হব লাগিব - শান্ত, দান্ত, কুলীন, শুদ্ধ আচাৰ সম্পন্ন, বিনীত, সুপ্ৰতিষ্ঠিত, শুদ্ধ বেশবান, সুদক্ষ, শুচি, সুবুদ্ধিমান, আশ্ৰমী, ধ্যাননিষ্ঠ, সৰ্ব্বশাস্ত্ৰ বিশাৰদ, অনুগ্ৰহত সমৰ্থবান আৰু প্ৰিয়বান।

গুৰুৰ চৰণ যুগল সেৱা কৰিযেই জীৱই ব্ৰহ্মজ্ঞান লাভ কৰি সংসাৰ সমুদ্ৰপাৰ হয়, মুক্তি লাভ কৰে। গুৰু শব্দৰ অৰ্থ শাস্ত্ৰত এনেদৰে আছে -

"গকাৰঃ সিদ্ধিপদঃ প্ৰক্তোৰেফ পাপস্য দাহকঃ।
উকাৰঃ শম্ভুৰিত্যুক্ত স্থিতয়াত্মা গুৰুপৰঃ।।"

অৰ্থাৎ 'গ' কাৰৰ অৰ্থ সৰ্ব্বসিদ্ধি, ৰেফ ('ৰ'কাৰ) অৰ্থ পাপনাসক, আৰু 'উ' কাৰৰ অৰ্থ সাক্ষাৎ শম্ভু। এই তিনিও অৰ্থ একত্ৰে মিলি 'গুৰু' শব্দৰ অৰ্থ সাক্ষাৎ দেৱতা। অন্যভাগে 'গ' কাৰ উচ্চাৰণৰ দ্বাৰা জ্ঞান লাভ, 'ৰ' কাৰ উচ্চাৰণে পাপ ধ্বংস বুজায় আৰু 'উ' উচ্চাৰণৰ দ্বাৰা শিৱ-সাযুজ্য লাভ কৰা বুজায়।

ৰুদ্ৰ যামাল আৰু ভক্তি প্ৰদীপ শাস্ত্ৰত আছে -

"গুশব্দস্বন্দকাৰঃ স্যাদ্ৰুশব্দস্তন্নিৰোধকঃ।
আনন্দকাৰ নিৰোধিত্বাদ্ গুৰুৰিত্যভিধীয়তে।"

অৰ্থাৎ 'গু' শব্দৰ দ্বাৰা অন্ধকাৰ বুজায় আৰু 'ৰু' শব্দই সেই অন্ধকাৰ বিনাশ কৰি জ্ঞান ৰূপ পোহৰ দেখুৱাই দিয়া বুজায়। গতিকে গুৰুৰ উপদেশ বিনা জগতত কোনো কাৰ্য্যই সঠিক ভাবে সম্পন্ন কৰা টান। অন্য বিষয়ত গুৰুৰ উপদেশ যিদৰে অপৰিহাৰ্য্য সেইদৰে ধৰ্মবিষয়টো গুৰু অতি প্ৰয়োজন।

মাধৱপুৰুষে লিখিছে -

"মাধৱ দীন, মুৰুখ মতি কহয়, বাণী শুণসব লোই।
বিনাগুৰু চৰণ, ভকতি কৰতি, মুকুতি কবহু নোহুই।। (গুৰুভটিমা)

গুৰুজনাই ভক্তি ৰত্নাকৰত লিখিছে -

"সামান্য বিদ্যাক গুৰু উপদেশে পায়।
হৰি ভকতি গুৰুসেৱা বিনে নাই।।

বিশেষকৈ ধৰ্মকাৰ্য্যত গুৰু নহলে বা গুৰুৰ ওচৰত শৰণ নললে ধৰ্মৰ নামত

ধৰ্মান্ধতা আৰু নীতিৰ নামত ব্যভিচাৰহে শিকা হয়। শাস্ত্ৰই কৈছে -

"গুৰুবিনা মগুমূঢ় পুস্তকাদি বিলোকনাৎ।

জপবন্ধং সমাপ্নোতি কিল্বিষং পৰমেশ্বৰ।"

অৰ্থাৎ যিলোকে গুৰু বিনা কেৱল কিতাপ আদি লৈ শিকিবলৈ চেষ্টাকৰে, সেইজনে কেৱল পাপকে গ্ৰহণ কৰে বা পাপকে শিকে। তেওঁ প্ৰকৃত শিক্ষা লাভ কৰিব নোৱাৰে।

জগতত জ্ঞান ভক্তি আৰু ধৰ্মই সৰ্ব্বশ্ৰেষ্ঠ। ইয়াৰ ব্যতিৰেকে মানৱ গৰ্ভজাত জীৱক জন্তুৰ শ্ৰেণীত ধৰা হয়। গুৰুৱেই সেই জ্ঞান ভক্তি ধৰ্মৰ পথ প্ৰদৰ্শক। সেই হেতু গুৰু সকলোৰে পূজ্যতম্।

গুৰুক তিনি প্ৰকাৰে ভাগ কৰা হয় ঃ-

সাধন সৎসঙ্গ গুৰু-যিজনে উপদেশ দি দীক্ষা গুৰুক চিনাই দিয়ে। ফল সৎসঙ্গ গুৰু-যিজনে দীক্ষা মন্ত্ৰদি তৰণৰ উপায় দেখুৱায়।

সাধৰ্মী সৎসঙ্গগুৰু - একান্ত ভকত সঙ্গী সকল এই ভাগৰ গুৰু। দুৰ্জয় মন মানুহৰ পৰম শত্ৰু। মনৰ বশবৰ্ত্তী হৈ ঈশ্বৰৰ পৰাবঞ্চিত হব লগা হয়। গুৰুৰূপ হৰিপদ সেৱাক অস্ত্ৰৰূপে ব্যৱহাৰ কৰি আমাৰ ৰিপুবোৰ ছেদন কৰা প্ৰয়োজন। ইয়াৰ অবিহনে মনক জীণিব পৰা নহয়।

গুৰুজনাই ভক্তি ৰত্নাকৰত প্ৰকাশ কৰিছে -

জ্ঞানদাতা গুৰুবিনে সেৱা নাহি আন।

গুৰুসেৱা বিনে ধৰ্ম নাহিকে প্ৰধান।।

সংসাৰক তৰে গুৰু চৰণ সেৱাই

হেনজানি গুৰুসেৱা কৰিও সদায়। (ভক্তিৰত্নাকৰ)

মহাপুৰুষ শঙ্কৰদেৱেই আমাৰ গুৰু। মাধৱ পুৰুষে লিখিছে -

শঙ্কৰে সংশয় ছেদি শাস্ত্ৰৰ তত্বক ভেদি

প্ৰচাৰিলা কৃষ্ণৰ ভকতি।

তাঙ্ক এৰি কিকাৰণে আনক বোলয় গুৰু

কিনো লোক মহামূঢ় মতি।। (নামঘোষা)

ভগৱান শ্ৰীকৃষ্ণই নিজৰ গুৰুৰ পৰিচয় এইদৰে দিছে -

মোৰ গুৰু ভকতেসে স্বৰূপ স্বভাৱ।
যেন বায়ু আকাশৰ নাই ভিন্ন ভাৱ।।

শঙ্কৰদেৱে কৈছে -

"সৰ্বতত্ত্ব ভকতক মই গুৰু মানো।
ভকত গুৰুত পৰে আনক নজানো।"

মায়া শব্দ মা ধাতুৰ পৰা উদ্ভৱ। এবিপলুৱে যেনেকৈ নিজ মুখেৰে সূতা উলিয়াই নিজে নিজে সজা লেটাত (বাহ) আবদ্ধ হৈ থাকে, সেইদৰে মানুহেও নিজং চিন্তা আৰু কৰ্মৰ দ্বাৰা ৰচিত কাৰাগাৰত বা পৰিবেশত আবদ্ধ হৈ থাকে। তাৰ পৰা মুকলি হ'বলৈ ইচ্ছা নকৰে; মায়াৰ ইমানেই প্ৰভাৱ। মন শত্ৰুক জয় কৰি নিজৰ স্বৰূপক বোধ কৰিবলৈ হ'লে গুৰু সেৱাৰ বাহিৰে অন্য একো উপায় নাই।

সকলো জীৱই পৰমাত্মাৰ অংশ। পৰমাত্মাই স্বৰূপ আৰু নিজক পৰমাত্মাৰ অংশ বুলি উপলব্ধি কৰিব পৰাটোৱেই হৈছে স্বৰূপ উপলব্ধি। গতিকে মনৰ শৃঙ্খলাৰ পৰা মুক্ত হৈ সেই পৰমাত্মাৰ সৈতে একাত্মা উপলব্ধি কৰিবলৈ হ'লে গুৰুৰ শ্ৰীচৰণ আশ্ৰয়ৰ বাহিৰে আন উপায় নাই। ধৰ্মপালনৰ প্ৰধান কথা হৈছে - গুৰুক অনুশৰণ কৰা, আৰ্থাৎ শৰণ লোৱা। গুৰুজনাই লিখিছে -

গুৰুৰূপে হৰি পদ সেৱা অস্ত্ৰ ধৰি।
সাৱধান হুয়া ছেদিয়োক মনবৈৰী।।
গুৰুসেৱা বিনে আন যতেক উপায়।
দুৰ্জ্জয় মনক আৰু জীণন নাযায়।। (ভক্তিৰত্নাকৰ)

কোনো শাস্ত্ৰই আকৌ গুৰুক অন্য তিনি প্ৰকাৰে দেখুৱাইছে -

আদিগুৰু (পিতৃ-মাতৃ), শিক্ষাগুৰু (যাৰ ওচৰত জ্ঞান বিদ্যা আহৰণ কৰে), দীক্ষাগুৰু (যিজনে ইহসংসাৰৰ দুখ, শোক, তাপ আদিৰ পৰা পৰিত্ৰাণ হৈ পৰম পুৰুষক লাভ কৰাৰ পথ দেখুৱাই) দামোদৰ বিপ্ৰখ্যানত এই দীক্ষা গুৰুকেই শ্ৰেষ্ঠ বুলি কৃষ্ণই দামোদৰ বিপ্ৰক কৈছে -

"মই যেন ঈশ্বৰ পৰমপূজ্যতম্।
সিয়ো গুৰু সোহিমতে পূজনী উত্তম।।
সব আশ্ৰমীত কহে ঈশ্বৰ জ্ঞানক।
দেয় উপদেশ যিটো ভকতি পন্থক।।
সিয়োজন জানা মই সাক্ষাতে ঈশ্বৰ।
জগতত পূজ্য আৰ নাহি তাত পৰ।।
যিটোজনে ভকতি জ্ঞানক দান কৰে।
তাঙ্ক সেবা কৰি সিটো সংসাৰক তৰে।।
এতেকে সেহিসে বুদ্ধিমন্ত নৰোত্তম।
জগতত আন আৰ নাহি তাক সম।।
ভক্তি জ্ঞান দাতা গুৰু বিনে, সেৱানাই।
কহিলোহো প্ৰতি প্ৰতি তোমাক বুজায়।।" (ভাগৱত)

গুৰুগীতা নামৰ শাস্ত্ৰত গুৰু পাঁচ প্ৰকাৰ বুলিছে।

পিতৃগুৰু, মাতৃগুৰু, আদিগুৰু, অনাদিগুৰু আৰু পৰমগুৰু। যিজন গুৰুৰ দ্বাৰা ইহকাল পৰকালৰ শব্দৰূপ ব্ৰহ্মমন্ত্ৰ শুনা যায় তেৱেঁই সাক্ষাৎ পূৰ্ণব্ৰহ্ম স্বৰূপ বুলি গুৰু গীতাই কয়। মহাপুৰুষ মাধৱদেৱে প্ৰকাশ কৰিছে -

গুৰুক ঈশ্বৰ আত্মা বুলি মানি মনে।
কৰিব ভকতি এক কৃষ্ণৰ চৰণে।।
যদিহও সমস্তৰে আত্মা অন্তৰ্য্যামী।
তথাপিতো গুৰুসেৱাতেহে তুষ্ট আমি।। (ভক্তি ৰত্নাৱলী)

ৰামচৰণ ঠাকুৰে লিখিছে -

নিবন্ধিলা গুৰুসেৱা গ্ৰন্থৰ আদ্যত।
লাগয় গুৰুৰ সেৱা সমস্ত কাৰ্য্যত।।
সামান্য বিদ্যাক গুৰু উপদেশে পায়।
হৰিত ভকতি গুৰুসেৱা বিনে নাই।।

এতেকে প্ৰথমে গুৰু সেৱা মহা ধৰ্ম।
নিৰূপিলা গ্ৰন্থত জানিবা তত্ত্ব মৰ্ম।। (গুৰুচৰিত)

গুৰুপদৰ অনুপযুক্ত লোকৰ কথাও শাস্ত্ৰত উল্লেখ আছে -

যিৰোগী, যাৰ চকু নখ বেমাৰী, যি বিকলাঙ্গ, যি অধিকাঙ্গ, যি তিৰোতা সেৰুৱা, যি কুচক্ৰান্তকাৰী, যি বহু আশাবাদী, যি বহু বিষয়ী, যি ঠগ, খল, প্ৰৱঞ্চক, ধূৰ্ত্ত, যি বামনাকৃতি, কুৰূপা, কৰ্কশ, মিছলীয়া আৰু হিংসুক তেনে লোক গুৰুপদৰ অনুপযুক্ত। ৰুদ্ৰযামাল শাস্ত্ৰত উল্লেখ আছে - যি অভিশপ্তা, সন্তানহীন, নিত্য নৈমিত্তিক কৰ্ম বৰ্জিত, প্ৰতাৰক, ষড়যন্ত্ৰকাৰী, খঙাল তেওঁ গুৰু পদৰ অনুপযুক্ত।

লোভ মোহ কাম ক্ৰোধ মদ মান
দম্ভ দ্বেষ আদি ভাৱ।
যি গুৰু জনত ইসব নেথাকে
প্ৰণামো তাহান পাৱ।। (নামঘোষা)

পূৰ্বে উল্লেখকৰা সৎগুণৰাজি যিজন মহৎ লোকৰ গাত সৰ্ব্বতোভাৱে পৰিলক্ষিত হয় তেৱেঁই গুৰু পদৰ সম্পূৰ্ণ উপযুক্ত। উপযুক্ত গুৰুত শৰণ লৈ সংসাৰৰ শোক, ৰোগ, তাপ, ভয়, দুখ-কষ্ট, দৰিদ্ৰতাৰ পৰা হাত সাৰি বিষ্ণুৰ পৰম পদ লাভ কৰিব পাৰে।

## ভকত ঃ-

ভকতৰ মহিমা অসীম। ভকত বাক্য সিদ্ধ, জিতেন্দ্ৰীয় শাস্ত্ৰজ্ঞ, ব্ৰহ্মজ্ঞ, গম্ভীৰ, অহঙ্কাৰ শূন্য, শান্তিৰ প্ৰতীক, ত্যাগী কৃষ্ণত অচলা ভক্তি আদি গুণেৰে বিভূষিত। ভাগ্যৰ বলত হে ভকতৰ দৰ্শন পোৱা যায়। ভকতক দৰ্শন কৰিলে, পদধূলা পালে পাপ খণ্ডন হয়, পুণ্য অৰ্জ্জন হয় বুলি শাস্ত্ৰই কৈছে। সনক, সনাতন, সনতকুমাৰ, সদানন্দ এই চাৰিসিদ্ধই বৈকুণ্ঠত ভগৱানক দৰশন কৰিবলৈ যাওতে তেওঁলোকক দেখি ভগৱানে কৈছিল -"তোমাসবৰ পদধূলা পৰি মোৰ বৈকুণ্ঠ আজিহে পবিত্ৰ হল।"

পঞ্চৰাত্ৰত মহৰ্ষি নাৰদে ভকতৰ সংজ্ঞা দিছে —

"ভ" পদে ভগৱন্ত ভৱবিমোচন। ভজন ভক্তিত তুষ্ট হোৱন্ত সিজন।।
"ক" পদে কৃষ্ণ ভক্তি পবিত্ৰ পৰম। আত্মাকো মানন্ত কৃষ্ণ সমস্ততে সম।।

"তঃ" পদে তৰণৰ উপায় শৰণ। হৃদয়পদ্মত ধৰে কৃষ্ণৰ চৰণ।।

সকলো পূজাতকৈ বিষ্ণু পূজা শ্ৰেষ্ঠ। কিন্তু ভক্তৰ পূজা বিষ্ণুপূজাতকৈ শ্ৰেষ্ঠ। পদ্ম পুৰাণত কৈছে -

আৰাধনানং সৰ্ব্বেষাং বিষ্ণু আৰাধনাং পৰম্।

তস্মাৎ পৰতৰং দেৱতদীয়ানাং সমৰ্চনম্।।

মাধৱ পুৰুষে নামঘোষাৰ আদিতে লিখিছে -

মুক্তিতো নিস্পৃহ যিটো, সেহিভকতক নমো, ৰসময় মাগোহো ভকতি।

সমস্ত মস্তক মনি, নিজ ভকতৰ বশ্য, ভজোহেন দেৱ যদুপতি।। (নামঘোষা)

সাধুৰ চৰিত্ৰ শ্ৰৱণ কৰিলেও পাপ খণ্ডন হয়।

সাধুৰ চৰিত্ৰ, পৰম অমৃত, তাক যিটো নুশুনয়।

গীতাভাগৱত, আদিশাস্ত্ৰ চয়, মিছাতে সিটো পঢ়য়।। (ভাগৱত)

কৃষ্ণক পাইবাৰ জানা ভকতেসে পন্থ।

ইহাকেহে কহে গীতা ভাগৱত গ্ৰন্থ।।

দেৱত তীৰ্থত কৰি ভকতেসে বৰ।

ভকতক ভুঞ্জাইলে গুছে কৰ্ম্মজড়।।

পৰম ঈশ্বৰ কৃষ্ণ, দেৱক নেপায় লাগ, তপজপ যাঁগ যোগ দানে।

ভকতৰ পদৰেণু, শুদ্ধচিত্তে মাথে, অভিষেক নকৰয় মানে।।

- - - - - - - - - - - - - - -

বিষ্ণুৰ ভকত দেখি কৰে নমস্কাৰ।

হৰে কোটি জনমৰ পাতক তাহাৰ।। (ভাগৱত)

কৃষ্ণদেৱে উদ্ধৱক কৈছে —

মোৰ দ্ৰোহী ভৈলে তাক ৰাখিব ভকতে।

ভকত দ্ৰোহীৰ মই নুহিকো শকতে।।

গুৰুত লাগিলে ভকতত ৰব।

ভকতত লাগিলে অধঃপাতে যাব।।

- - - - - - - - - - - - - - - - -

অৰ্জ্জুনক সম্বুধি মাতন্ত শ্ৰীহৰি।
কলিত বৈষ্ণৱে বিষ্ণু জানা নিষ্ট কৰি।।
ভকতৰ গুৰু মই জানা ধনঞ্জয়।
জগতৰে গুৰু ভক্ত জানিবা নিশ্চয়।।
মোৰ গুৰু ভকতেসে স্বৰূপ স্বভাৱ।
যেন বায়ু আকাশৰ নাহি ভেদভাৱ।।
ভকত সমান সখি মোৰ কোন আছে।
ময়ো মহাভকতৰ ফুৰো পাছে পাছে।।
মোৰ উদৰতে আছে ব্ৰহ্মাণ্ড যতেক।
ভকতৰ ধূলাপৰি পবিত্ৰ প্ৰত্যেক।। (ভাগৱত)

ভকত চাৰি প্ৰকাৰৰ বুলি শাস্ত্ৰই কৈছে –

(১)আচাৰ ভ্ৰষ্ট বা অধম (২) মধ্যম (৩) উত্তম (৪) উত্তমোত্তম।

যথা ঃ অধমে কেৱল দোষ লৱয় মধ্যমে গুণ, দোষলৱে কৰিযা বিচাৰ।
উত্তমে কেৱল গুণ, লৱয় উত্তমোত্তমে, অল্পগুণ কৰিয়া বিস্তাৰ।।

গীতাত ভকত তিনি প্ৰকাৰৰ বুলিছে

(১) আৰুৰুক্ষ ঃ যিজনে ঈশ্বৰ সাধনাত তত্ত্বজ্ঞান আহৰণ কৰিছে।

(২) আৰূঢ ঃ যিজনে ঈশ্বৰ সাধনাত বা তত্ত্বজ্ঞান আহৰণ কৰি সিদ্ধিলাভ কৰিলে।

(৩) অৱৰোহ ঃ যাৰ ঈশ্বৰ সম্পৰ্কে ভ্ৰূক্ষেপ নাই। নিজৰ বাহিৰে একো চিন্তা নকৰে বা ভ্ৰষ্টাচাৰী, অত্যাচাৰী।

একোজন তত্ত্বজ্ঞানী ভক্তকো ভাগৱত বুলি শাস্ত্ৰই কৈছে। যেনে - ব্যাস, শুক, নাৰদ, সুত, শৌনক, উদ্ধৱ, বিদুৰ, মৈত্ৰেয আদি।

ভাগৱত - 'ভা' কাৰং ভাবুকগেযম্ 'গ' কাৰং জ্ঞান উদ্ভাৱন। 'ৱ' কাৰং বৈষ্ণৱ জ্ঞানম্
'ত' কাৰং তত্ত্ব দৰ্শনম্।।
'ভা' পদে ভাবুক হোৱয় সিজন।

'গ' পদে শ্ৰেষ্ঠ জ্ঞান হয় উদ্ভাৱন।।

'ৱ' পদে বৈষ্ণৱত শ্ৰেষ্ঠতম।

'ত' পদে তত্ত্বজ্ঞানে হোৱয় উত্তম্।।

ভগৱানো ভকতৰ বশ্য। ভক্ত প্ৰহ্লাদৰ বাক্য ৰক্ষা কৰিবৰ কাৰণে স্তম্ভতে ভগৱান আবিৰ্ভাৱ হল।

সত্য ৰাখিবাক লাগি নিজ ভৃত্য বাণী।

স্তম্ভতে বেকত ভৈলা প্ৰভু চক্ৰপাণি।।

----- ---

নাৰদত বিষ্ণু আছন্ত কৈ।

বৈকুণ্ঠত মই নাথাকো ৰৈ।।

যোগীৰো হিয়া এৰি সমুদায়।

থাকো ভকতৰ কীৰ্ত্তন চাই।।

মাধৱদেৱে লিখিছে -

একান্ত ভকতসবে নিৰ্গুণ কৃষ্ণৰগুণ

গাৱে সদাবসিয়া যথাত।

বৈকুণ্ঠকো পৰিহৰি যোগীৰ হৃদয়ো এৰি,

থাকা হৰি সাক্ষাতে তথাত।।

------------------

ভগৱন্ত দেৱ নিগদতি শুনিয়ো অৰ্জুন মহামতি

তোমাত কহও পৰম ইটো ৰহস্য।

ঐশ্বৰ্য্য বিভূতি বলসমে জানে যিটো মোক নৰোত্তমে,

সিয়ো ভৈল মোৰ ময়ো ভলো তাৰ বশ্য।।

-(নামঘোষা)

দুৰ্বাসাৰ শাপৰ পৰা ভক্ত তাম্বৰীষক ৰক্ষা কৰিবৰ কাৰণে কৃষ্ণদেৱে চক্ৰ পঠিয়াইছিল। ভক্ত পাণ্ডৱক ৰক্ষা কৰিবৰ কাৰণে দুৰ্বাসা ঋষিক গাধুৱলৈ যোৱা মনোভাৱ সুমুৱাই দি তাতে পেট উখহি আহিব নোৱাৰা কৰিছিল।

অশ্বত্থামাৰ ব্ৰহ্মাস্ত্ৰৰ পৰা ভক্তৰ সন্তান ভক্ত পৰীক্ষিতক ৰক্ষাৰ কাৰণে উত্তৰাৰ গৰ্ভত প্ৰবেশ কৰি গৰ্ভৰ ভিতৰতে ভগৱান কৃষ্ণই গদাৰে কোবাই ব্ৰহ্মাস্ত্ৰ ধ্বংস কৰি পৰীক্ষিতক ৰক্ষা কৰিছিল।

কৃষ্ণই অৰ্জ্জুনক কৈছিল —

নপাৰে মোহোক লাগ যজ্ঞ যোগ দানে।
মহামন্ত্ৰ জাপ্য কোতি শত তীৰ্থ স্নানে।।
নপাৰে সোমোক একাদশী উপবাসে।
নকৰয় বশ্য মোক পৰম সন্যাসে।।
যাগ যজ্ঞ কৰিয়া মিছাতে মৰৈ লোক।
ভকতৰ সঙ্গত সম্যকে পাৱে মোক।।

## আৰাধ্য দেৱতা দৈৱকী নন্দন কৃষ্ণ ঃ-

মহাপুৰুষ শঙ্কৰদেৱৰ নামধৰ্মৰ আৰাধ্য দেৱতা দৈৱকী নন্দন শ্ৰীকৃষ্ণ। ভগৱানৰ জন্ম মৃত্যু নাই। তথাপিয়ো যেতিয়া ধৰ্মৰ গ্লানি হয়, দুষ্টক দমন, শিষ্টক পালন আৰু ধৰ্ম পুনৰ সংস্থাপনৰ কাৰণে যুগে যুগে ভগৱান আবিৰ্ভাৱ হয়। এই কৰ্মৰ বাবেই দ্বাপৰ যুগত ভগৱান্ বিষ্ণু দৈৱকীৰ গৰ্ভত কৃষ্ণৰূপে আবিৰ্ভাৱ হয়।

গীতাত কৃষ্ণই অৰ্জ্জুনক কৈছে -

যদা যদাহি ধৰ্ম্মস্য গ্লানি ভৱতি ভাৰত।
অভুত্থানম্ ধৰ্ম্মস্য তদাত্মানং সৃজ্যামহম্।।
পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্ম সংস্থাপনায়াৰ্থায় সম্ভৱামি যুগে যুগে।।

হে অৰ্জ্জুন! যেতিয়া ধৰ্মৰ গ্লানি অৰ্ধমৰ প্ৰাদুৰ্ভাৱ হয়, দুষ্টক দমন শিষ্টক পালন কৰি ধৰ্মৰ পুনৰ সংস্থাপনৰ কাৰণে মই যুগে যুগে অৱতাৰ হও। শাস্ত্ৰত ভগৱানৰ ৰূপ বৰ্ণনা কৰিছে -

শ্বান্তাকাৰং ভুজংগশয়নং পদ্মন্যাভং সুৰেশং।
বিশ্বাধাৰং গগণ সদৃশং মেঘৰণং সুভাঙ্গম্।।

লক্ষ্মীকান্তং কমল নয়নং যোগীভিঃ ধ্যানগম্যম্।
বন্দে বিষ্ণু ভৱভয়হৰং সৰ্ব্বলোকৈক নাথম্।।

ভগৱান শ্ৰীকৃষ্ণই বিশ্বৰূপ ধাৰণ কৰোতে অৰ্জ্জুনক শঙ্খ, চক্ৰ, গদা, পদ্ম ৰূপ দৰ্শন কৰাইছিল।

মহাপুৰুষ শঙ্কৰদেৱে ভগৱানৰ সাকাৰ ৰূপ কৃষ্ণক শঙ্খ, চক্ৰ, গদা, পদ্ম ৰূপত বিস্তৃত বৰ্ণনা দিছে। পূৰ্বে আদি নাৰায়ণে ব্ৰহ্মাক কৈছে -

**শঙ্খ চক্ৰ গদ পদ্ম হস্তচাৰি খান।**
**শৰণ চাৰিটি আনি ভৈলন্ত প্ৰধান।।**
**শঙ্খে গুৰু, চক্ৰে দেৱ জানিবা নিশ্চয়।**
**গদা নাম, ভক্তে পদ্ম নাহিকে সংশয়।।**

**ভাগৱত ভগৱানৰ শ্ৰীমুখৰ বাণী। ওঠৰ পুৰাণৰ ভিতৰত ভাগৱত সৰ্বশ্ৰেষ্ঠ। গুৰুজনাৰ** নাম ধৰ্মত ভাগৱতত ঈশ্বৰ, আৰোপ কৰি থাপনা কৰা হয়। ভাগৱত ভগৱানৰ বাঙ্ময় মূৰ্ত্তি।

**শাস্ত্ৰত কৈছে - "অব্যক্তো অক্ষৰ ইত্যোক্ত স্তমাহু পৰমা গতিম্।**
**সংপ্ৰাপ্য ন নিবৰ্ত্তন্তে তদ্ধাম পৰমং মম।**

**পদ্মকল্পত ব্ৰহ্মাক ভগৱানে কৈছে –**

"মই মাত্ৰ অৱশেষে থাকোহো অন্তত।
কুণ্ডল ভাঙিলে যেন সোণা স্বৰূপত।।" (ভাগৱত)

প্ৰকৃততে জগতৰ সকলো শুভ বা অশুভ কাৰ্য্য ঈশ্বৰৰ ইচ্ছাতেহে হয় বা ঈশ্বৰেহে কৰায়। গুৰুজনাই কীৰ্ত্তনত প্ৰকাশ কৰিছে -

**তুমি পৰমাত্মা জগতৰ ঈশ এক।**
**একোবস্তু নাহিকে তোমাক ব্যতিৰেক।।**
**তুমি কাৰ্য্য কাৰণ সমস্ত চৰাচৰ।**
**সুবৰ্ণ কুণ্ডল যেন নাহিকে অন্তৰ।।**

- - - - - - - - - - - - - - - - - - -

তুমিসে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানী গণে কৰে হৃদয়তে ধ্যান।। (হৰ মোহন, কীৰ্ত্তন)

ধৰ্মক জানোহো মই তথাপি প্ৰবৃত্তি নাই অধৰ্মতো নিবৃত্তি নোহয়।
হৃদিস্থিত হৈয়া তুমি যেন কৰাবাথ স্বামী হৃষিকেশ কৰিবো তেনয়।।
(নামঘোষা)

বাৰস্কন্ধ ভাগৱতৰ সাৰ বিচাৰি ৰচনা কৰা শঙ্কৰদেৱৰ ভক্তি ৰত্নাকৰত প্ৰকাশ পাইছে-

শুনা নিৰন্তৰে, যিমতে শঙ্কৰে, কৰিলন্ত ৰত্নাকৰ।
বাৰস্কন্ধ সাৰ, বিচাৰি তাহাৰ, কৰিলা সাৰ উদ্ধাৰ।।
দৈৱকী নন্দন, বিনে মোৰ মনে নাই নাই আন দেৱ।
কেৱল ভকতি ভকতে পীৰিতি তান্ত বিনে নাই কেৱ।।
নাম ধৰ্ম বিনে, ধৰ্ম নাই আন, মহাভাগৱতে কয়।
ভৈলো তভো অন্ধ, ভজিবে প্ৰবন্ধ, নকৰো মনে নিশ্চয়।।"
(ভক্তি ৰত্নাকৰ)

বৈকুণ্ঠ নাথ ভট্টদেৱে লিখিছে –

কৃষ্ণে বোলে ধনঞ্জয় সখি এৰাশোক।
সৰ্বধৰ্ম এৰিমোত শৰণ লৈযোক।।
ধৰ্ম এৰিলাত হয় যত পাপচয়।
মই দিটো তযু পাপ কৰিবোহো ক্ষয়।।
মোক সৰ্বকৰ্ত্তা বুলি সখি এৰা শোক।
একে ভগৱন্ত মাত্ৰ শৰণ লৈয়োক।।
(ভক্তি বিবেক)

ভগৱানৰ দশ অৱতাৰৰ ভিতৰত কৃষ্ণ অৱতাৰেই পূৰ্ণ অৱতাৰ। মাধৱদেৱে লিখিছে-

মৎস্য কুৰ্ম নৰসিংহ, বামন পৰশুৰাম, হলি ৰাম বৰাহ শ্ৰীৰাম।
বুদ্ধ কল্কী-নামে দশ, আকৃতি ধৰিছা কৃষ্ণ, তযু পাৱে কৰোহো প্ৰণাম।।
(নামঘোষা)

শঙ্কৰদেৱে কীৰ্ত্তনৰ চতবিংশতি অৱতাৰতো কৃষ্ণকে পূৰ্ণ অৱতাৰ বুলিছে। চাৰিবেদ চৈধ্য শাস্ত্রে কৃষ্ণকে কহয়। কৃষ্ণৰেসে অংশ সবে কহিলো নিশ্চয়।। (ভাগৱত)

দৈৱকী নন্দন কৃষ্ণহে চৈতন্য অন্য সমস্ত জড় ঃ-

"হৰিসে চৈতন্য আত্ম জ্ঞানময়, আৱৰ সমস্ত জড়।
বেদ বেদান্তৰ, সমস্ত শাস্ত্ৰৰ এহিসে বিচাৰ বৰ।।
যিহেতু চৈতন্যপূৰ্ণ, পৰমাত্মাৰূপে হৰি, হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয় গণ, ভূত প্ৰাণ বুদ্ধিমন, প্ৰবৰ্ত্তে যতেক জড় ৰাসি।।"

মাধৱদেৱে লিখিছে -

তুমি প্ৰভু নিৰ্গুণ গুণৰ সীমা নাই।
নিৰ্গুণ হোৱয় জীৱ সেহি গুণ গায়।। (বৰগীত)

অৰ্থাৎ - ভগৱান সৎ, ৰজ, তম্ তিনিগুণৰ উৰ্দ্ধত। এই তিনিটা গুণ তেওঁৰ পৰাই উৎপত্তি যদিও এই তিনিটা গুণে তেওঁক বান্ধি ৰাখিব নোৱাৰে। সেয়ে তেওঁ নিৰ্গুণ। ভগৱান দয়াৰ সাগৰ, সকলোৰে আশ্ৰয়দাতা, শোক তাপ অন্তকাৰী, মহাশক্তিমান, সুন্দৰ, ঐশ্বৰ্য্যশালী, ফলদাতা, সৰ্ব্বব্যাপী, ব্ৰহ্মাণ্ড সৃষ্টিকৰ্ত্তা, বিশ্বব্ৰহ্মাণ্ডৰ আধাৰ আদি গুণ সম্পন্ন। সেয়ে তেওঁৰ গুণৰ সীমা নাই। ভক্তসকলে তেওঁৰ নামগুণ গাই তেওঁক ভক্তি কৰি গুণাতীত হয়। অৰ্থাৎ নিৰ্গুণ হয়। ভক্তসকলে সাৰূপ্য মুক্তি লাভ কৰে, তেওঁতে লীন যায়। অজামিল, গজেন্দ্ৰ আদি ভক্তসকলে তেওঁৰ নাম লৈ মুক্তি লাভ কৰিলে।

## যোগ,কৰ্ম ঃ–

মুক্তি লাভ কৰিবলৈ যোগ সাধনৰ প্ৰয়োজন। যোগ কাক বোলে ইয়াৰ সংজ্ঞা দিয়া কঠিন। তথাপি সত্য, শৌচ, দয়া, ক্ষমা এই চাৰিবস্তুৰে মনক প্ৰক্ষালন কৰি গুৰু, দেৱ, নাম, ভকত আশ্ৰয় কৰি চতুবৰ্গ সাধনৰ লক্ষ্যত যি প্ৰচেষ্টা বা সাধনা কৰা হয় সেয়ে যোগ। সাধাৰণ অৰ্থত আত্মাৰ সৈতে পৰমাত্মাৰ মিলনকে যোগ বুলি কোৱা হয়।

শ্ৰীমদ্ভাগৱতত শ্ৰীভগৱানৰ শ্ৰীমুখৰ পৰাও কৰ্ম যোগ, জ্ঞান যোগ আৰু ভক্তি যোগৰ কথা নিসৃত হৈছে। নিষ্কাম কৰ্মৰ যোগেদি কৰ্মযোগত প্ৰবৃত হোৱাৰ উপদেশ বাৰম্বাৰ উচ্চাৰিত হৈছে। যোগৰ প্ৰকাৰ বিশেষ এই তিনি যোগৰ ভিতৰত

ভক্তি যোগ শ্ৰেষ্ঠ। পণ্ডিতসকলে সৎকৰ্মকে ধৰ্ম বুলি কৈছে। কৰ্মহীন লোকৰ ভক্তি বৃথা চেষ্টা মাথোন। কৰ্মৰ পৰা জ্ঞানৰ জন্ম আৰু জ্ঞানৰ পিছতহে ভক্তিত উপনিত হ'ব পাৰে। যোগী চাৰিসিদ্ধ যেতিয়া কৃষ্ণ দৰশনৰ বাবে বৈকুণ্ঠলৈ গৈছিল, জয় বিজয়ক শাপ দিছিল, তেতিয়া কৃতদোষৰ বাবে ক্ষমা বিচাৰি স্তুতি কৰোতে চাৰি সিদ্ধই কৈছিল -

"তুমি ইষ্টদেৱ এৰি যি সব ব্ৰাহ্মণ।
আন দেৱদেৱীক কৰয় আৰাধন।।
সি সব পামৰ ভাগ্যহীন দুৰাচাৰ।
কোটি কল্প নৰকত ভূঞ্জিবে নিকাৰ।

(ভাগৱত তৃতীয় স্কন্ধ)

কৰ্ম বোলোতে সেই কৰ্ম যদি শাস্ত্ৰ সিদ্ধ নহয়, তাত বন্ধনৰ আশঙ্কা থাকে। ধৰ্মকৰ্মৰ দুটা লক্ষণ প্ৰবৃত্তি আৰু নিবৃত্তি। স্বৰ্গাদি লাভৰ কাৰণে কৰা কৰ্ম প্ৰবৃতি লক্ষণৰ ফলত্যাগ কৰি কৃষ্ণ বিষয়ক শ্ৰৱণ কীৰ্ত্তনাদি কৰি ঈশ্বৰৰ কৰ্মৰ যোগেদি কৰা ভক্তি নিবৃত্তি লক্ষণৰ আৰু এয়েই মুক্তিৰ পথ। যেতিয়া নিজ হৃদয়ত ভগৱানক দৰ্শন কৰা হয় তেতিয়া হৃদয়ৰ গ্ৰন্থী অৰ্থাৎ জীৱৰ অহঙ্কাৰ আদি ছিন্ন হৈ যায়, সকলো সংশয় দূৰীভূত হয় আৰু সকলো কৰ্ম বন্ধ নাশ হৈ যায়।

ঈশ্বৰক অৰ্পিকৰ্ম কৰে ফলত্যাগ।
সেহি মুক্ত যোগীযে পুৰুষ মহাভাগ।।
ঈশ্বৰৰ আজ্ঞা মানি নকৰয় কৰ্ম।
পাপৰাশি মাত্ৰ তাৰ ব্যৰ্থ ভৈল জন্ম।। (ভাগৱত)

## ভক্তি ঃ-

ভক্তি বিহীন জীৱন অসাৰ্থক। নাম ধৰ্মত ভক্তি শ্ৰেষ্ঠ বস্তু। জ্ঞানৰ দ্বাৰা সেই পৰম পুৰুষ যদিও লভ্য তেওঁৰ কৃপাইহে সহজে প্ৰেয়সলৈ নিব পাৰে। গতিকে ভক্তিয়েই প্ৰকৃত পথ।

চাৰিও বেদৰ তত্ত্ব কৰিয়া নিশ্চয়।।
অৰ্জ্জুনতো গীতাত কহিছা কৃপাময়।।

তপ জপ পৰম সন্যাস মহাদানে।
নাপাৰে আমাক সাধ্য যোগ তত্ত্বজ্ঞানে।
কেৱল ভক্তিত মাত্ৰ মোক কৰৈ বশ্য।
কহিলোঁ উদ্ধৱ ইটো পৰম ৰহস্য।। (ভাঃ একাঃ)
"তপজপ যাগ যজ্ঞ সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ।। (কীৰ্ত্তন)

গুৰুজনাই জ্ঞানযোগতকৈ ভক্তিযোগৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিছে। ভক্তি বেদ জ্ঞানৰে মন ধৌত কৰি হৃদয়ৰ অতি আকাঙ্খিত জনক পাবলৈ হোৱা অন্তৰৰ অনুৰাগ বা ধাউতিকে ভক্তি বোলা হয়।

ভক্তিৰ প্ৰথম প্ৰকাশ পাইছে শ্ৰীমদ্ভাগৱত গীতাত। তাত কৃষ্ণ পৰম দেৱতার বাহিৰেও সৃষ্টি স্থিতি প্ৰলয়ৰ মূল কাৰণ। মহাপুৰুষ শঙ্কৰদেৱৰ একশৰণ নাম ধৰ্মৰ মূল এই গীতাই। মানুহৰ মনক ভাগৱানৰ সেৱাত তন্ময় কৰিব পাৰে কেৱল ভক্তিয়ে। সেই বাবেই তেৰাই ভক্তিক প্ৰাধান্য দিছে।

গীতাত ভগৱানে ভক্তিৰ গাম্ভীৰ্য্যতাৰ পূৰ্ণ ব্যাখ্যা দিছে সেয়াই মানুহৰ মন দ্ৰবীভূত কৰিব পাৰে। শঙ্কৰ মাধৱৰ এটি গীত শুনিলে তাতকৈ বেটি দেহ ৰোমঞ্চিত, দ্ৰবীভূত ভক্তিৰ আবেগিক অশ্ৰুৱে টৌৱাই নিপীড়িত মনত সন্তাপ আতৰাই যেন অমৃত পিয়ায়।

যি ভগৱন্তৰ অনন্ত মহিমা চাৰিবেদ চৈধ্য শাস্ত্ৰ ওঠৰ পুৰাণেও সীমা দিব নোৱাৰে তেনে ভগৱন্তক বশ কৰিব পাৰে, জীণিব পাৰে একমাত্ৰ ভক্তিয়েহে। বলিয়ে ভক্তিৰ বলতে সূতল পুৰৰ দুৱাৰত ভগৱানক দুৱৰীৰূপে দেখিবলৈ পাইছিল। গুৰুজনাই প্ৰকাশ কৰিছে -

যি দেৱ ভগৱন্ত, নাহিযাৰ আদিঅন্ত, বেদেও নাপাৰে যাৰ সীমা।
তেন্তে ভকতিত বশ্য, হেনসে ভকতি হিত, কি কহিবো ভকতি মহিমা।।
জানি এৰা আন মতি, ভকতিত কৰা ৰতি, ভকতিসে সাধিবে কল্যাণ।
ভকতিত দিয়া মন, ভকতিসে মহাধন, নাহি আন ভকতি সমান।।"

গুৰুজনা দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণলৈ যাওতে ব্ৰহ্মানন্দ সন্ন্যাসীৰ এজন শিষ্যই গুৰুজনাক দৰ্শন কৰোতে গুৰুজনাই কৈছিল -

শঙ্কৰে কহিলা পাছে সন্নাসীক চাই।
ভকতিৰ মাধ্যম সৎসঙ্গ বিনে নাই।।
কেৱল ভক্তিৰ ভাগ ভকত পীৰিতি।
এই বুলি কাৰণক জানিলা সম্পতি।।

ভক্তি একাশীবিধ। এই একাশী বিধ ভক্তিৰ কথা কপিলে মাতৃ দেৱহুতীৰ আগত কৈছিল। তাৰ ভিতৰত ন বিধ শ্ৰেষ্ঠ।

শ্ৰৱনং কিৰ্ত্তনং বিষ্ণুস্মৰনং পদ সেৱনম্।
অৰ্চ্চনং বন্দনং দাস্য সাখ্য আত্ম নিবেদনম্।।

গুৰুজনাই প্ৰকাশ কৰিছে -

শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ অৰ্চন পদ সেৱন।
দাস্য সখিত্ব বন্দন বিষ্ণুত কৰিব দেহ অৰ্পণ।।

এই ন বিধ ভক্তিৰ ভিতৰত শ্ৰৱণ, কীৰ্ত্তনকহে প্ৰধান বুলি কৈছে -

যদ্যপি ভকতি নৱ বিধ মাধৱৰ।
শ্ৰৱণ কীৰ্ত্তন তাতো মহা শ্ৰেষ্ঠতৰ।।
(প্ৰথম স্কন্ধ ভাগৱত)

আকৌ শ্ৰৱণ কীৰ্ত্তন ভক্তিৰ ভিতৰতো কীৰ্ত্তনতহে অধিক গুৰুত্ব দিছে।

"চাৰিও বেদক ব্ৰহ্মায়ে আনি।
বিচাৰিলা তিনিবাৰ প্ৰমাণি।।
এহি মান মাত্ৰ কৰিলা সাৰ।
হৰি কীৰ্ত্তনে সে তৰৈ সংসাৰ।। (কীৰ্ত্তন)

শাণ্ডিল্য সূত্ৰত কৈছে -

"সা পৰানুৰক্তি ৰীশ্বৰে।"

অৰ্থাৎ ভক্তি হ'ল ঈশ্বৰৰ প্ৰতি একান্ত অনুৰক্তি। একান্ত ভক্তৰ আকুল আহ্বানত ভগৱান বিচলিত হোৱা আৰু ভক্তৰ সাক্ষাতলৈ লৰি অহা, ভক্তই ভক্তিৰে ঈশ্বৰক বশীভূত কৰা দৃষ্টান্ত ধৰ্ম শাস্ত্ৰত বহুত পোৱা যায়। ভক্তিৰ বলেৰে যশোদাই অনন্তৰ কৌটি ব্ৰহ্মাণ্ডৰ অধিকাৰী কৃষ্ণক বান্ধিব পাৰিছিল।

"ভকতি সমান বলী নাহি নাহি আৰ।

কহয় মাধৱ গতি নন্দৰ কুমাৰ।।" (বৰগীত)

ভক্তি দুই প্ৰকাৰৰ- হেতুকী আৰু অহেতুকী (সকাম, নিষ্কাম)। ধন-ঐশ্বৰ্য্য বিভূতি, পুত্ৰ ভাৰ্য্যা যশ মান আদিৰ কামনা নাই, ধৰ্ম, অৰ্থ, কাম, মোক্ষতো কামনা নাই তেনে ভক্তিক অহেতুকী বা নিষ্কাম ভক্তি বোলে। তাৰ বিপৰীতে এইবোৰ কামনা কৰি বা এইবোৰ পাই তাৰ ৰক্ষাৰ বাবে কৰা ভক্তিক হেতুকী বা সকামী ভক্তি বোলে। অহেতুকী বা নিষ্কামী ভক্তিকহে শ্ৰেষ্ঠ বুলি শাস্ত্ৰই কৈছে। হেতুকী ভক্তিত প্ৰথমে মন দৃঢ় ভাবে লগাব পাৰিলেও শেষত অহেতুকী ভক্তি লাভ কৰিব পাৰে।

ধ্ৰুৱই পিতৃতকৈয়ো উচ্চ পদ প্ৰাপ্তিৰ কামনাত তপস্যা কৰোঁতে কৰোঁতে ক্ৰমশঃ ঈশ্বৰত ভক্তি জন্মি উদ্দেশ্য সিদ্ধিৰ বৰ লবলৈ পাহৰিলে। তথাপিয়ো ভগৱন্তই সোধৰাই দিলে "তোমাক কি বৰ লাগে লোৱা।" ধ্ৰুৱই কলে "যাক যোগী, ঋষি মুনি সকলে ধ্যানত নেপায় তেনে দিব্য ৰত্ন হাতত পাই মই আৰু কি বৰ লম প্ৰভু।" ধ্ৰুব হেতুকী ভক্তিৰ পৰিবৰ্ত্তে অহেতুকী ভক্তিত প্ৰতিষ্ঠিত হল। অহেতুকী ভক্তিৰ ধাৰাই হৃদয় প্লাৱিত কৰিলে। হেতুকী ভক্তিৰ যোগে ধ্ৰুৱে অহেতুকী ভক্তি লাভ কৰি উচ্চপদ পালে।

গুৰুজনাই লিখিছে -

"সপত্নী মাতৃৰ বাক্যে বিদাৰিলা মন।

ধ্ৰুৱে আহি আৰাধিলে তোমাৰ চৰণ।।

ত্ৰৈলোক্যৰ উপৰে তাহাঙ্ক থৈলা থাপি।

গোধিকাৰ পুচ্ছ ভাগে দেখিয়ো অদ্যাপি।।" (কীৰ্ত্তন)

শঙ্কৰদেৱৰ ধৰ্ম দাস্য ভক্তিৰে পৰিপুষ্ট। দুজনা গুৰুৰ-শঙ্কৰদেৱে নিজক কৃষ্ণৰ কিঙ্কৰ আৰু মাধৱদেৱে নিজক মূৰুখ মতি বুলিছে। তেৰা সমস্তৰ শাস্ত্ৰ সমূহতো এই দাস্য ভক্তিৰ ভাৱেই প্ৰকাশ পাইছে। দুজনা গুৰুৰ শাস্ত্ৰ সমূহৰ বিশেষকৈ আধ্যাৰ শেষত স্পষ্ট কৈ লিখিছে।

যথা -

"কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে ভনে।

বোল হৰি হৰি সমস্ত জনে।।

- - - - - - - - - - - - - - - -

মাধৱ মুৰুখ মতি, তযু পাৱে যদুপতি, সত্যে সত্যে পশিলো শৰণ।।

ভক্তি আকৌ দুই দিশত প্ৰতিফলিত হয়। নিৰাকাৰ ব্ৰহ্ম কৰ্ম আৰু সাকাৰ ব্ৰহ্ম কৰ্ম।

নিৰাকাৰ ব্ৰহ্মাকৰ্ম - নাম কীৰ্ত্তন, শাস্ত্ৰপঠন, শ্ৰৱণ, স্মৰণ, উপাসনা আদি নিৰাকাৰ ব্ৰহ্ম কৰ্ম।

সাকাৰ ব্ৰহ্মাকৰ্ম - জীৱশ্ৰেষ্ঠ মানৱ প্ৰমুখ্যে বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো জীৱৰ (উৰণ, বুৰণ, গজন, ভ্ৰমণ) কল্যাণ কৰ্ম। শোকাতুৰক শান্তনা, ভোকাতুৰক আহাৰ, কষ্ট- ভোগী জীৱক উদ্ধাৰ, দৰিদ্ৰক ধন দান আদি সাকাৰ ব্ৰহ্মাকৰ্ম। সাকাৰ ব্ৰহ্মাকৰ্মক গুৰুজনাই শ্ৰেষ্ঠ বুলিছে।

গুৰুজনাই লিখিছে -

সমস্ত ভূতত ব্যাপি আছোমই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।।

- - - - - - - - - - - - - - - - - - - -

সমস্ত ভূতত দেখিয়োক নাৰায়ণ।
আতপৰে আন ধৰ্ম সবে বিড়ম্বন।। (কীৰ্ত্তন)
কৃষ্ণৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্ত ভূতত।।
হেন জানি প্ৰাণীক কৰিব সত কাৰ।
তেবেসে কৃষ্ণত ৰতি হৈবেক সবাৰ।।

ন্যায়, দয়া, ক্ষমা, সত্য, পৰোপকাৰ আদিৰে মানুহে পৰস্পৰে পৰস্পৰৰ কল্যাণ কৰি সুখী কৰিবলৈ কৰা কৰ্মতে ধৰ্ম নিহিত আছে।

## শৰণ ঃ-

শ শব্দই আত্মা, ৰ শব্দই গতি, ণ শব্দই জ্ঞানক বুজায়। অৰ্থাৎ আমাৰ আত্মাৰ সদ্‌গতি বিষয়ে গুৰুৰ ওচৰত জ্ঞান লাভ কৰাকে শৰণ বোলা হয়। নাৰদৰ পৰা ধ্ৰুৱে শৰণ লাভ কৰাৰ পাচতহে ভগৱানে ধ্ৰুৱক দেখা দিছিল।

যাৰ ধৰ্ম নাই, শৰণ নাই ভক্তি নাই তেওঁ নাস্তিক। তেওঁৰ মোক্ষতো নায়েই

তেওঁ পৃথিবীত জীয়াতু ভোগী নৰ্কগামী হয়। বিশ্বব্ৰহ্মাণ্ডৰ গৰাকী ভগৱন্ত পুৰুষৰ ভক্তি মনুষ্যৰ বাহিৰে আনে কৰিব নোৱাৰে। মাধৱ পুৰষে লিখিছে "বিষয়ৰ সুখ শুকৰীতোপায়। হৰিপদ সেৱা মানৱী বিনে নাই।" (বৰগীত)

শৰণ বিহীন জীৱন শুদ্ধ নহয়। বিনা শৰণে ভক্তি সিদ্ধি নহয়। উপযুক্ত গুৰুৰ ওচৰত শৰণ গ্ৰহণ কৰা প্ৰয়োজন। বিভিন্ন যোনিত চৌষষ্ঠি লক্ষ জন্মৰ পাছত মনুষ্য জন্ম লাভ কৰা জীৱন শৰণ ভক্তিৰ দ্বাৰাহে সাৰ্থক হয়।

"ভকতিৰ বীজ, শৰণেসে নিজ, প্ৰেমানন্দ তাৰ ফল।
শৰণ বিনাই, ভকতি কৰয়, এৱা ঘটে যেন জল।।" (ভাগৱত)
"মাধৱ দীন, মুৰুখ মতি কহয়, বাণীশুণ সব লোই।
বিনাগুৰু চৰণে, ভকতি কৰতি, মুকুতি কবহু নোহোই।।(গুৰু ভটিমা)

উদ্ধৱে কৃষ্ণক সুধিছিল হে প্ৰভু, একে বেদ বাক্যত ঋষিসকলৰ মতভেদ কিয় ? কৃষ্ণদেৱে কলে -

"মইবিনে বেদে কিছুআন নবাখানে।
চাৰিওবেদৰ অৰ্থ এহিমানে।।
কতো মন্দমতি শাস্ত্ৰ নকৰে বিচাৰ।
কৰে কুল ধৰ্ম পূৰ্ব্ব পুৰুষ আচাৰ।।
তপ যজ্ঞ পৰম সন্ন্যাস মহাদানে।
নপাৱে আমাক সাংখ্য যোগ তত্ত্ব জ্ঞানে।।
কেৱল ভকতি মাত্ৰ মোক কৰে বশ্য।
কহিলো উদ্ধৱ ইটো তোমাত ৰহস্য।।" (ভাগৱত)

ভক্তি বিহীন জীৱন শুদ্ধ নহয়।

হৰিত ভকতি নকৰে যিজনে
পৰম মলিন বুদ্ধি
কৰে প্ৰায়চিত্ত কোটি শত যদি
তথাপি নাহিকে শুদ্ধি।।
(ভাগৱত)

## ভক্তি পন্থৰ কন্টক ঃ-

'জাতি বিদ্যা মহত্ত্বঞ্চ ৰূপ যৌৱন মেব চ।

যত্নতঃ স্তুতিবৰ্জ্জেৎপঞ্চৈতে ভক্তি কন্টকাঃ।।

জাতিৰ গৌৰৱ, বিদ্যা দম্ভ, ৰূপ, যৌৱন এই পঞ্চগৌৰৱ থাকিলে ভক্তি সিদ্ধি নহয়। বাহিৰৰ কিছুমান পৰিবেশো ভক্তিৰ কন্টক। কুসঙ্গ, কুচৰিত্ৰ দৰ্শন, কুবাক্য কথন, কুগীত শ্ৰৱণ, কুগ্ৰন্থ পাঠ, কুদৃশ্য আদি ভক্তিৰ অন্তৰায়। প্ৰাণীৰ অৱস্থা বিশেষে মৈথুনী, ভূত দৰ্শনত পৈশাচিক ভাৱ উদয় হয়। এইবোৰ পৰিবেশৰ পৰা আঁতৰ হোৱা বাঞ্ছনীয়। দেহৰ ছয় ৰিপু-লোভ, মোহ, কাম, ক্ৰোধ, মদ, মাৎসৰ্য্য এই ছয় ৰিপু ভক্তিৰ অন্তৰায়। তাৰ ভিতৰত তিনিবিধ প্ৰধান।

"যতেক অনৰ্থ আছে সংসাৰত

তাতে তিনিবিধ সাৰ।

কাম ক্ৰোধ লোভ আপোন নাশন

জানি কৰা পৰিহাৰ।।

অভ্যাসৰ বলত দেহৰ এই ৰিপুবোৰ দমন কৰিব পাৰি। অভ্যাসৰ বলত অসাধ্যও সাধন হয়।

"অভ্যাসৰ নৰ, কৰ্ণপথে কৰে শৰ।"

## শঙ্কৰদেৱৰ নাম ধৰ্মত জাতি ভেদ নাই ঃ-

সৃষ্টিৰ প্ৰাৰম্ভণিতে মানৱ নামৰ জাতিটো এটা জাতি বুলিহে পৰিচিত আছিল। কালক্ৰমত গুণকৰ্ম অনুসৰি চাৰিজাতিত বিভক্ত হল। গীতাত কৈছে -

চাতুৰ্বৰ্ণং ময়াসৃষ্টং গুণকৰ্ম বিভাগশ্চ।

মহাভাৰতত কৈছে -

"এক বৰ্ণ মিদং বিশ্বং পূৰ্ব্বমাসীত যুধিষ্ঠিৰ।

ক্ৰিয়া কৰ্ম প্ৰভেদেন চতুৰ্ব্বৰ্ণং প্ৰতিষ্ঠিতম্।।

প্ৰকৃততে সৃষ্টিকৰ্ত্তাই জগতত উৰণ, বুৰণ, গজন, ভ্ৰমণ এই চাৰি জাতিৰহে সৃষ্টি কৰিছিল, যাৰ যি গুণ কৰ্ম কোমোমতেই কোনো জাতিৰ লগত মিল হব নোৱাৰে। কালক্ৰমত ঋষি মুনিসকলে ঈশ্বৰৰ নিয়ন্ত্ৰিত সেই চাৰি জাতিৰ পৰিবৰ্ত্তে

মানুহে চাৰি জাতি কৰিলে। যিদিন জীৱ মানৱ যোনিত স্থিতি হয় তাকে জীৱই জাত লোৱা বুলি কয়। কৰ্ম অনুসৰি ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ এই চাৰি জাতি হল। কালৰ গতিত ব্ৰাহ্মণৰ পুত্ৰ ব্ৰাহ্মণ, ক্ষত্ৰিয়ৰ পুত্ৰ ক্ষত্ৰিয় বৈশ্যৰ পুত্ৰ বৈশ্য শূদ্ৰৰ পুত্ৰ শূদ্ৰ নহৈ গুণ কৰ্ম অনুসৰি বিপৰীতো হোৱা দেখা যায়। যেনে ক্ষত্ৰিয়ৰ পুত্ৰ বিশ্বামিত্ৰ ঋষি হল; চাণ্ডালনীৰ পৰা পৰাশৰ মুনি হল; কৈৱৰ্ত্তণীৰ পৰা বেদব্যাস ঋষি হল; নৰ্ত্তকীৰ পুত্ৰ বশিষ্ঠ মহাঋষি হল; দাসীৰ পুত্ৰ নাৰদ অৱতাৰী পুৰুষ দেৱৰ্ষি হল; মহাঋষি বষিষ্ঠৰ পুত্ৰ কামদেৱ চাণ্ডাল হল; উয়ৈশ্ৰৱা ব্ৰাহ্মণৰ পুত্ৰ ৰাৱণ আৰু কুম্ভকৰ্ণ ৰাক্ষস হল; কিন্তু ৰাক্ষস ৰাৱণৰ ভাতৃ বিভিষণ ভকত হল। কাশ্যপ মুনিৰ পুত্ৰ হিৰণ্য কশিপু, হিৰণ্যক্ষ দৈত্য হল। দৈত্য হিৰণ্যকশিপুৰৰ পুত্ৰ প্ৰহ্লাদ পৰম বৈষ্ণৱ হল।

চন্দ্ৰবংশৰ দুগৰাকী ভাৰ্য্যাৰ ক্ষত্ৰিয় গৰাকীৰ গৰ্ভত নন্দৰ পিতাক বৈশ্য গৰ্জ্জণ্য অসবৰ্ণ সন্তান। প্ৰসেনজিতৰ কন্যা ৰেণুকাৰ গৰ্ভজাত জমদগ্নিৰ ঔৰষত হোৱা ব্ৰাহ্মণ পৰশুৰাম অসবৰ্ণ সন্তান ইত্যাদি। মুঠ কথাত কবলৈ গলে মানৱ যোনিত জন্ম ললে গুণ কৰ্ম অনুসৰি উচ্চ নীচ ভেদাভেদ আহি পৰে। কিন্তু ব্ৰহ্ম বিচাৰত মহাভাৰতৰ মতে -

"সৰ্ব্বেবৰ্ণা ব্ৰাহ্মণা ব্ৰহ্মজাঃ। অৰ্থাৎ ব্ৰহ্মাৰ পৰা উৎপন্ন হোৱা কাৰণে সকলো বৰ্ণই ব্ৰাহ্মণ।

ব্ৰহ্মাই বিশ্বামিত্ৰক কৈছিল --

"জন্মনি জায়তে শূদ্ৰঃ সংস্কাৰাৎ দ্বিজ উচ্যতে,<br>
বেদপাঠে ভবেৎবিপ্ৰঃ ব্ৰহ্মাং জানাতি ইতি ব্ৰাহ্মণঃ।"

জন্মমাত্ৰেই মানুহে শূদ্ৰ নাম পায়। গুৰুৰ ওচৰত দীক্ষালৈ জ্ঞান আহৰণৰ আৰম্ভণিত দ্বিজ, বেদ অধ্যয়ণ বা ব্ৰহ্মজ্ঞান আহৰণৰ দ্বাৰা বিপ্ৰ আৰু পৰমজ্ঞান বা ব্ৰহ্মতত্ত্ব আহৰণ কৰিলে ব্ৰাহ্মণ নাম পায়। "ব্ৰহ্ম জানতি ব্ৰাহ্মণঃ।"

শান্তি পৰ্ব্বত ভীষ্মই যুধিস্থিৰক কৈছিল --

"নকুলেন ন জাত্যাৱা ক্ৰিয়াৰ্ভিব্ৰাহ্মণো ভবেৎ।<br>
চাণ্ডালোহপি হি বৃত্তস্থো ব্ৰাহ্মণঃ স যুধিষ্ঠিৰঃ।।"

অৰ্থ - কুল, জাতি, কৰ্ম আদিৰ দ্বাৰা ব্ৰাহ্মণ হব নোৱাৰে। বৃত্ত যদি শুদ্ধ থাকে চাণ্ডালৰ কুলত জন্ম হলেও তেৱেঁই ব্ৰহ্মণ।

·যুধিষ্ঠিৰে নহুষক কৈছিল —

"সত্যং দানং ক্ষমাশীলমানৃশংস্যং তপোঘৃণা।

দৃশ্যন্তেযত্ৰ নাগেন্দ্ৰ স ব্ৰাহ্মণ ইতি স্মৃত।।"

(মহাভাৰত)

অৰ্থ - সত্য, দান, ক্ষমা, সুশীলতা, ক্ৰুৰতাৰ অভাৱ, তপস্যা আৰু দয়া এই সদগুণ বিলাক যিজনত দেখা যায় তেৱেঁই ব্ৰাহ্মণ।

শাস্ত্ৰীয় নীতিৰে মন প্ৰখ্যালন কৰি শুদ্ধ বৃত্ত, সত্য শূদ্ধ পথত থাকি ব্ৰহ্মাতত্ত্ব আহৰণ কৰাজনেই ব্ৰাহ্মণ। এনে জনকে মহাপুৰুষ শঙ্কৰদেৱে শ্ৰেষ্ঠ বুলিছে। উচ্চ বৰ্ণৰ ভ্ৰষ্টাচাৰীজন ব্ৰাহ্মণ হব নোৱাৰে। গুৰুজনাই যত জীৱ তত শিৱ বুলিছে। সকলো জীৱতে ব্ৰহ্ম আৰোপ কৰিছে। দুখৰ বিষয় গুৰুজনাৰ মহান লিখনিয়েও আজিৰ শিক্ষিত সমাজৰ এচামক সৈমান কৰিব পৰা নাই। আজি অসমীয়াই নিজৰ ভিতৰতে উচ্চ নীচ মনোভাৱ লৈ নিজৰ ধ্বংস মাতি আনিছে।

ড° হীৰেণ গোহাই মতে " এচাম ব্ৰাহ্মণে এই জাতিভেদৰ পলায়ন বাদী মনোভাৱ বিধিবদ্ধ কৰিলে।"

শঙ্কৰদেৱৰ ধৰ্মীয় দৰ্শনত আধ্যাত্মবাদ, ভক্তিবাদ, মানৱতাবাদ, সাম্যবাদ, প্ৰজ্ঞাবাদ প্ৰকাশ পাইছে। আগতে প্ৰচলিত আছিল ব্ৰাহ্মণ ক্ষত্ৰিয়, বৈশ্যৰ কাৰণেহে বেদৰ বাণী। তেওঁলোকেহে বেদ অধ্যয়ণ কৰিব পাৰে। সেইবাবে স্ত্ৰী শূদ্ৰ এই দুই শ্ৰেণীক চিৰকাল বঞ্চিত কৰি ৰাখিছিল আৰু শাস্ত্ৰ চুলে বা পঢ়িলে চকু অন্ধ হয় বুলি কৈছিল। ভগৱন্তই বেদৰ বাণীত ঘোষণা কৰিছে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ, স্ত্ৰী সকলো নৰদেহ ধাৰীয়ে বেদ অধ্যয়ণ কৰিব পাৰে আৰু গ্ৰহণীয়। বেদৰ এই মহান বাণী সকলোৱে উপলব্ধি কৰিব পৰাকৈ গুৰুজনাই ভাঙনি দিছে -

কিৰাট কছাৰী, খাছী, গাৰো, মিৰি
যৱন কঙ্ক গোৱাল।
ৰজক তুৰুক অসম মুলুক
কুবাচ ম্লেছ চাণ্ডাল।।
আনো পাপী নৰ কৃষ্ণৰ সেৱক
সঙ্গত পবিত্ৰ হয়।

ভকতি কৰিয়া সংসাৰ তৰিয়া, বৈকুণ্ঠে সুখে চলয়ন্ত।”

শঙ্কৰদেৱে ঈশ্বৰ (পৰমাত্মা) জড় পদাৰ্থ (প্ৰকৃতি) আৰু আত্মা (পুৰুষ) এই তিনিকে আদি সত্বাৰূপে স্বীকাৰ কৰিছে। জগতৰ সকলো বস্তুৱেই ঈশ্বৰৰ মহিমা আৰু শক্তিৰ বিভিন্ন প্ৰকাশ মাথোন। এই বিভিন্ন বৈচিত্ৰময় জগতৰ মাজত ঐক্যৰ সন্ধানত উপনিত হৈছে। জগতৰ সকলো বস্তুতে এক ঈশ্বৰেই বিৰাজমান। সেয়েহে গুৰুজনাই লিখিছে ঃ—

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাক ব্যতিৰেক।।
তুমি কাৰ্য্যকাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডল যেন নাহিকে অন্তৰ।। (কীৰ্ত্তনৰ হৰিস্তুতি)

গীতাত স্বাৰ্থসিদ্ধিৰ বাবে কৰা কামক সকাম আৰু নিঃস্বাৰ্থ ভাবে কৰা কাম বা পৰৰ কল্যাণৰ বাবে কৰা কামক নিষ্কাম বুলিছে। গুৰুজনাই প্ৰকাশ কৰিছে (কৃষ্ণই উদ্ধৱক কৈছে) (ভাগৱত)

সমস্ত ভূতত ব্যাপি আছোমই হৰি।
সবাকো মানিবা তুমি বিষ্ণুবুদ্ধি কৰি।।
ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
চোৰত দাতাত যাৰ দৃষ্টি সমতুল।।
নীচত সাধুত যাৰ ভৈল একজ্ঞান।
তাহাকে পণ্ডিত বুলিয় সৰ্ব্বজান।।
কুকুৰ শৃগাল গদৰ্ভৰো আত্মাৰাম।
জানিয়া কৰিবা তুমি সবাকো প্ৰণাম।।
স্ত্ৰীশূদ্ৰে কৰে যদি আমাত ভকতি।
তাহাকো কহিবা ইটো তত্ত্ব মহামতি।।
দাম্ভীক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিবা বৈষ্ণৱজন।। (ভাগৱত ১১শ স্কন্ধ)

পুনঃ- কুকুৰকো খাই, হেন ম্লেছ সবো, হৰিনাম লয়ে মাত্ৰ।
এতেকে তেখনে, সিসবো হোৱস, যজ্ঞ কৰিবাৰ পাত্ৰ।।

কৃষ্ণই উদ্ধৱক কৈছে। গুৰুজনাই প্ৰকাশ কৰিছে -

চাৰি বৰ্ণ মাজে যিটো মোক ভক্তি কৰে।
অশেষ পাতক নাশি মোক্ষলাভ কৰে।।
জাতিকুল বিচাৰিয়া বৈষ্ণৱ নিন্দয়।
পঞ্চম পাতকী হৈয়া নৰকে পৰয়।।
মোৰ ভকতৰ সখি নলৈবা বিচাৰ।
দাতত চোৰত যেন দৃষ্টি একাকাৰ।। (ভাগৱত)

আজি অসমীয়া জাতিয়ে শঙ্কৰ-মাধৱ, লাচিত, চিলাৰায়, জয়মতী-মূলাগাভৰু, বিষ্ণুৰাভা-জ্যোতিপ্ৰসাদক জাতিৰ জনক বুলি মহা উল্লাসেৰে 'দিৱস' উদ্‌যাপন কৰে, গুণ গায়। ই জাতিৰ সুভ লক্ষণ জীয়া জাতিৰ লক্ষণ। কিন্তু সেই সকলৰ গুণগান গাই, জাতিৰ জনক বুলি সেৱা জনাই যদি সেই সকলৰ আদৰ্শ গ্ৰহণ কৰা নহয় তেন্তে তেনে উত্তৰ পুৰুষ সকলক জাৰজ সন্তান বুলি কলে বোধকৰো অত্যুক্তি কৰা নহব। জাতীয় ধৰ্ম সংস্কৃতি ৰক্ষা কৰা, মহৎ লোকৰ আদৰ্শ গ্ৰহণ কৰা, জাতীয় পৰম্পৰা ৰক্ষা কৰা আমাৰ কৰ্ত্তব্য। সেইবুলি সেই সকল মহান পুৰুষে ধুই পখালি থৈ যোৱা পৰম্পৰা ৰক্ষা নকৰি যদি কিছুমান পুৰণি কদৰ্য্য গোষ্ঠী অন্ধ বিশ্বাস ৰক্ষা কৰি থাকো, তেন্তে এদিন অসমীয়া জাতিয়ে অস্তিত্ব হেৰুৱাব তাত কোনো সন্দেহ নাই। গুৰুজনাৰ ধৰ্ম গ্ৰহণ কৰি গুৰু ধৰ্ম বিৰোধী বৰ্ণ বিদ্বেশ ভাব আজিও নাতৰিল। লাচিত, চিলাৰয়, বিষ্ণুৰাভা উৎসৱ পতা হয়, মূৰ্ত্তিকো ফুলদি সেৱা জনোৱা হয় কিন্তু সেইসকলৰ বংশধৰ সকল নিম্ন বৰ্ণৰ লোক বুলি ঘৃণা কৰা ভাব দূৰ নহল। গুৰুজনাৰ বাণী সাৰোগত কৰি সকলো ভেদাভেদ পাহৰি অসমত বসবাস কৰা সকলো জাতিয়েই পৰস্পৰে পৰস্পৰক ভাই-ককাই বাই ভনী বুলি সাৱতি লব পাৰিলেহে অসমীয়া জাতি জীয়াই থাকিব পাৰিব। অন্যথাই বিশ্বৰ বুকুৰ পৰা অসমীয়া জাতিৰ নাম মোচা যাব।

আচাৰ্য্য বিনোৱা ভাৱে অসমলৈ আহি 'কীৰ্ত্তন' পুথি, 'নামঘোষা'ৰ অৰ্থ বুজি অসমবাসীক কৈছিল "গুৰুৱে যি কৰিছিল নকৰিবা, গুৰুৱে যি কৈছিল নুশুনিবা। কিন্তু গুৰুৱে যি লিখি থৈ গৈছে সেইটোহে সত্য, আৰু সেইটোকে সদায় মানিবা

পালন কৰিবা।”

জীৱশ্ৰেষ্ঠ মানৱ সেৱাৰ যোগেদি ঈশ্বৰক লগ পাব পাৰে। ঈশ্বৰ সকলো দেহতে বিৰাজমান।

মহাপুৰুষ শঙ্কৰদেৱে ভক্তি ধৰ্মৰ যোগেদি ব্যক্তি জীৱন মহিয়ান কৰাতকৈ সমাজ জীৱন মহীয়ান কৰাতহে অধিক গুৰুত্ব আৰোপ কৰিছিল। কলিযুগ বিৰোধী তপ, জপ, যাগ-যজ্ঞ, যোগধ্যান আদিত গুৰুত্ব নিদিয়াৰ ইয়ো এটা কাৰণ।

## যুগ ধৰ্ম ঃ-

দুষ্টক দমন, শিষ্টক পালন আৰু ধৰ্মপুনৰ সংস্থাপনৰ কাৰণে যেনেকৈ ভগৱানে যুগে যুগে অৱতাৰ ধাৰণ কৰিছে, তেনেকৈয়ে যুগ অনুযায়ী পৃথিবীত ধৰ্মৰো পৰিবৰ্ত্তন ঘটি আহিছে।

মহাপুৰুষ মাধৱদেৱে যুগধৰ্ম সম্পৰ্কে সহজভাৱে বুজাই দিছে -

সত্যযুগে ধ্যান, ত্ৰেতাযুগে যজ্ঞ, দ্বাপৰ কালত পূজা।
কলিত হৰিৰ, কীৰ্ত্তন বিনাই, আৱৰ নাহিকে দুজা।।
কলিত হৰিৰ, কীৰ্ত্তন বিনাই, অন্যত্ৰ ধৰ্ম আচৰে।
মিছাতে কেৱল শ্ৰমমাত্ৰ কৰে, একোৱে ফল নধৰে।।
কলিত হৰিৰ, কীৰ্ত্তন এৰিয়া, আনমতে চাহে গতি।
যেনকুলবধূ, নিজস্বামী তেজি, ভজে গৈয়া উপপতি।।
সংসাৰ তৰিতে, ইচ্ছা আছে যাৰ, কৰিয়া হৰি কীৰ্ত্তন।
পৰম নিৰ্মল, গতি পায়া সুখে, চিণ্ডিয়া কৰ্ম বন্ধন।।
পৰম কৃপালু, শ্ৰীমন্ত শঙ্কৰ, লোকক কৰিয়া দায়া।
হৰিৰ নিৰ্মল, ভকতি প্ৰকাশ, কৰিলা শাস্ত্ৰক চায়া।।

(নামঘোষা)

গুৰুজনাই লিখিছে -

নাম বিনে নাই কলিত গতি।
কলিৰ লোকে হইবে পাপমতি।।

অন্যত্র ধৰ্মে নাহি অধিকাৰ।
জানিবা কলিত নামেসে সাৰ।। (কীৰ্ত্তন)

ভাগৱতৰ উপদেশত লিখিছে -

শুনিয়োক সৰ্বজন, কৃষ্ণত অৰ্পিয়া মন, কৃষ্ণৰ কথাত দিয়া চিত।
বুজিবা শাস্ত্ৰৰ মৰ্ম, নাম বিনে নাহি ধৰ্ম, ইটো মহা দুৰ্ঘোৰ কলিত।।
চাৰিও বেদৰ মাজে হৰিৰ ভকতি বাজে, গতিদাতা নাই সংসাৰত।
আপুনি ঈশ্বৰ হৰি, অৰ্জ্জুনত নিষ্ঠকৰি, কহিলন্ত কৰি পঞ্চসত্য।।
তথাপি বিশ্বাস নাই, আনক ভজিবে যায়, কিনো ইটো ভৈল বিপৰীত।
দেৱৰো দেৱতা হৰি কহিলন্ত সত্য কৰি, তথাপি নামত নাই চিত।।
কোটি কোটি জনমৰ, আছে পাতেকৰ বল, তাতেসে নামত নাই মতি।
দেখিয়ো নেদেখে অন্ধ, প্ৰবন্ধে আনক ভজি, জানা সিটো গৈল অধোগতি।।
তাৰ সঙ্গ পৰিহৰা, সিটো জীৱন্ততে মৰা, জানি সবে এৰা আন কাম।
কৃষ্ণৰ কিঙ্কৰ কবি, ৰচিলা শঙ্কৰে ছবি, নিৰন্তৰে বোলা ৰাম ৰাম।।

(ভাগৱত)

পৰিবৰ্ত্তনশীল জগতৰ পৰিবৰ্ত্তিত যুগৰ লগত ধৰ্মৰ ৰীতি নীতি বোৰ খাপখুৱাই লব নোৱাৰিলে ধৰ্মই সমাজত বিস্তৃতি লাভ কৰিব নোৱাৰে। মহাপুৰুষীয়া ধৰ্মৰ মূল নীতিক অলপো হেঁৰফেৰ নকৰাকৈ অনুষঙ্গিক আচাৰ নীতি সমূহক আজিৰ এই পৰিবৰ্ত্তিত যুগৰ লগত মিলাই লবই লাগিব। ইয়াৰ অৰ্থ এইটো নহয় যে, মহাপুৰুষ সকলে দিয়া নৈতিকতা ত্যাগ কৰিব লাগে।

গুৰুজনাই শাস্ত্ৰসমূহ অধ্যয়ন কৰি মন্থন কৰি, ভাৰতৰ তীৰ্থসমূহ ভ্ৰমণ কৰি সেই সময়ৰ আহ্বান আৰু হাৱা পানীৰ লগত (পৰিবেশ) খাপ খোৱাকৈ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। ৰীতি নীতি পৰিবৰ্ত্তন কৰিবলৈ যাওতে আমি সদায় বিজ্ঞান সন্মত কথাবোৰত হে গুৰুত্ব দিব লাগে। গুৰুজনাৰ বৈকুণ্ঠীৰ পিছত কালৰ গতিত গুৰুৱে দিয়া আচাৰ নীতিৰ লগত অন্য যে কিছুমান আচাৰ নীতি সোমাল তাক নুই কৰিব নোৱাৰি।

ধৰ্ম পৰায়ন সকল বিপ্লৱী হ্ব লাগে। বিপ্লৱী সকল কেতিয়াও সত্যৰ পৰা বিচলিত নহয়। বিজ্ঞাসন্মত কিবা পৰিবৰ্ত্তন যুক্তি থাকিলে প্ৰকাশ কৰি পৰিবৰ্ত্তনৰ

বাবে চেষ্টা কৰিব লাগে। নীৰবতাই ক্ষতি সাধন কৰে আৰু গুৰু ধৰ্ম প্ৰসাৰত ব্যাঘাট জন্মাব বুলি ধাৰণা হয়। কিছুভকতে এইকথা সহজভাৱে লব নোৱাৰিব আৰু নোৱাৰাটোৱেই স্বাভাৱিক।

এনে কৰিবলৈ যাওতে কেতিয়াবা সমালোচনাৰ পাত্ৰও হ্ব লগা হয়। উদাৰ দৃষ্টি ভঙ্গী আৰু সময়ৰ আহ্বানৰ প্ৰতি লক্ষ্য ৰাখিহে আমি এই কথা অৱতাৰণা কৰিছো। আমি যুগৰ আহ্বানক সহাৰি নজনালে মহাকালে আমাক ক্ষমা নকৰিব।

যুক্তিবাদ আৰু প্ৰযুক্তি বিদ্যাৰ আধাৰ বিজ্ঞান। আধ্যাত্ম্য জ্ঞান বাদ দি কেৱল যুক্তিবাদৰ পথেৰে গৈ মহাপুৰুষ সকলে দিয়া নৈতিকতা ত্যাগ কৰি মানৱ সমাজে পৃথিবীলৈ অশান্তিহে মাতি আনিছে। বিজ্ঞানক আমি বিৰোধিতা কৰা নাই। বিজ্ঞানে বিশ্বৰ বুকুলৈ সুখ শান্তি কঢ়িয়াই আনিছে যদিও আধ্যাত্ম্যজ্ঞান, নৈতিকতা বিসৰ্জ্জন দিলে বিজ্ঞানে এদিন বিশ্বক ধ্বংসৰ পথলৈ লৈ যাব-সন্দেহ নাই।

মানৱ জাতিৰ প্ৰথম কৰ্ত্তব্য হল ধৰ্ম, সাহিত্য আৰু সংস্কৃতি ৰক্ষা কৰা। প্ৰধানতঃ এই বস্তুকেইটাৰ অবিহনে জাতি হিচাবে জীয়াই নেথাকে। আকৌ আধ্যাত্মিক জ্ঞান মানৱৰ অপৰিহাৰ্য্য বস্তু। এই জ্ঞানৰ দ্বাৰাহে ইহকাল পৰকালৰ শান্তিৰ পথ নিৰ্ণয় কৰিব পাৰি।

অসম নৱ বৈষ্ণৱ ধৰ্মৰ চিন্তাধাৰাই অসমৰ জনসাধাৰণক প্ৰেম আৰু ভক্তিৰ বাতৰি যোগাইছিল-মহাপুৰুষ শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱে। তেৰা সমস্তৰ সকলো প্ৰকাৰৰ সাহিত্য গ্ৰন্থৰাজিৰ মাজেদি ভক্তিৰ উপযোগিতা আৰু ভগৱত প্ৰাপ্তিৰ শ্ৰেষ্ঠ পন্থাৰূপে ইয়াৰ বিস্তৃত আলোচনা কৰিছে। তেৰা সমস্তৰ গ্ৰন্থ সমূহৰ মাজতে অসমবাসীয়ে দুজনা গুৰুক সদায় পাই আহিছে আৰু পাব।

সাম্য মৈত্ৰী ভাতৃত্ববোধ সমৃদ্ধ, শাস্ত্ৰ সিদ্ধ, যুগধৰ্ম-'হৰিনাম ধৰ্ম' প্ৰবৰ্ত্তক বিশ্ববৰেণ্য সৰ্ব্বগুণাকৰ অসমীয়া জাতিৰ পিতা 'জগতগুৰু' শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শত অনুপ্ৰাণিত হৈ উচ্চবৰ্ণ নিম্নবৰ্ণ জাতি ভেদাভেদ পৰিহাৰ কৰি অসমৰ জনজাতি অজনজাতি সকলোকে ভাতৃত্ববোধ স্নেহ প্ৰীতিৰে বুকুত সাবতি গুৰুজনাক, অসমীয়া জাতিক, বিশ্বদৰবাৰত প্ৰতিষ্ঠা কৰো আহক। লগে লগে মেঘাচ্ছন্ন তিমিৰাচ্ছন্ন অসমত নৱ সূৰ্য্য উদয় হ্ব, মৃতপায় অসমীয়া জাতিয়ে সঞ্জীৱনী শক্তি পাব, অসমৰ সৰোবৰত পদুম ফুল ফুলিব, অসম জয় জয়, ময় ময় হ্ব, অসম ফুলনিবাৰীত পৰিণত হ্ব।

## নমস্কাৰ ঃ-

ওঁ নমঃ শঙ্কৰায় মাধৱেন সমন্বিতং।
ভাগৱত ধৰ্ম প্ৰৱৰ্ত্তকায় জগৎ হিতায়।।
কুসুম তনয়ং ৰাজীৱ লোচনম্।
চাৰণাবিন্দং নমোনমঃ স্তুতে।।
সুললিত ৰাগছন্দৈৰ্বৰ গীতম্ বিৰচিতম্।
কৃষ্ণস্য চৰিতা কলিকল্মষ বিনাশং।।
সুমধুৰ ভক্তিগ্ৰন্থৈঃ কীৰ্ত্তনাঘোষাদি।
নৰলোকে সুপ্ৰসিদ্ধং শঙ্কৰং প্ৰণামামম্।।
ভক্তানাং পৰমোগুৰুঃ কল্পতৰু গুণাকাৰঃ।
কৃষ্ণস্য কিঙ্কৰঃ ইতি কেৱলং ভক্তিলালসঃ।
মহাভক্তং মহাজনং শান্তমূৰ্ত্তিং বলশালীনম্।
বৈষ্ণৱাচাৰ্য্যং সাহিত্যাচাৰ্য্যং নাট্যাচাৰ্য্যাং নমোস্যহম্।। (সংগ্ৰহ)

জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণকু ৰেণু শতকোটি
বাৰেক কৰোহো প্ৰণাম।। (গুৰুভটিমা)

## স্তুতি ঃ-

মূৰ্খৰ লিখনি বুলি নকৰিব ঘিণ।
কিঞ্চিত হলেও তাত আছে কিছু চিন।।
জলমিশ্ৰ দুগ্ধ যেন ৰাজহংস চয়।
জলত্যাগি দুগ্ধ ভাগ গ্ৰহণ কৰয়।।

গঙ্গাজলে বৃষ্টিজলে হয় একাকাৰ।
গ্ৰহণ কৰিলে তাতো আছে উপকাৰ।।
কৰিয়োক ক্ষমা আমি অতি মূঢ়জন।
কৰোহো প্ৰণাম পৰি সবাৰো চৰণ।।
হে কৃষ্ণ তযু পাৱে পশিলো শৰণ।
মই অনাথক দয়া কৰা নাৰায়ণ।।
য'তে জন্ম লও প্ৰভু কৰ্মৰ নিদানে।
তাতো যেন থাকে চিত তোমাৰ চৰণে।।

(লিখক)

সমাপ্ত

# সহায় লোৱা গ্ৰন্থ পুঞ্জ ঃ-

শ্ৰীমদ্ভাগৱত
শ্ৰীকৃষ্ণগীতা
কীৰ্ত্তনঘোষা
নামঘোষা
ৰত্নাৱলী
ভক্তি ৰত্নাকৰ
ভক্তি প্ৰদীপ
ৰুদ্ৰ যামল
গুৰুগীতা
মহাভাৰত
সন্তাৱলী
অনাদি পাতন
ব্ৰহ্মা বৈবৰ্ত্ত পুৰাণ
গুৰুচৰিত - ৰামচৰণ ঠাকুৰ
গুৰুচৰিত - দৈত্যাৰি ঠাকুৰ
গুৰুচৰিত - ৰামানন্দ দ্বিজ
গুৰুচৰিত - নীলকণ্ঠ দ্বিজ
কথা গুৰুচৰিত
বৰদোৱা চৰিত
পদ্ম পুৰাণ (পৃথিৱী খণ্ড) - শ্ৰীতীৰ্থনাথ গোস্বামী
শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ - লক্ষ্মীনাথ বেজবৰুৱা
শ্ৰীশ্ৰী শঙ্কৰদেৱ - ডঃ মহেশ্বৰ নেওগ
মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ - শ্ৰীযোগেন্দ্ৰ নাথ ভূঞা
কমতাপুৰত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ - শ্ৰীঅম্বিকা চৰণ চৌধুৰী
শ্ৰীশ্ৰীশঙ্কৰদেৱ - শ্ৰীৰজনী কান্ত কলিতা
অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা - ডঃ হীৰেণ গোহাই।
বৰপেটাত শ্ৰীমন্ত শঙ্কৰদেৱৰ পঞ্চশত বাৰ্ষিক জন্মোৎসৱত সভাপতি হিচাবে

গড়মূৰীয়া সত্ৰাধিকাৰ শ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ লিখিত ভাষণ।
শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীৰ জীৱনী গ্ৰন্থ।
জগতগুৰু শঙ্কৰদেৱ - সম্পাদক- পাপুল বৰা, কিশলয় সাংস্কৃতিক গোষ্ঠী (নগাঁও)।
শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ বৰপেটা বাৰ্ষিক অধিবেশনত (ফেব্ৰুৱাৰী/৯৬) প্ৰকাশিত স্মৃতিগ্ৰন্থ 'বৈকুণ্ঠ প্ৰকাশ'ত শ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ সিদ্ধান্ত।
পৰমাৰ্থ তত্ত্ব বিচাৰ - ড° পূৰ্ণানন্দ শইকীয়া
পৰমাৰ্থ বিচাৰ - শ্ৰীপ্ৰমোদ শইকীয়া
শ্ৰীমন্ত শঙ্কৰদেৱ আৰু ভক্তিবাদ - প্ৰেম কান্ত মহন্ত
ভক্তিতত্ত্ব দৰ্পণ - শ্ৰীতীৰ্থনাথ গোস্বামী
ভক্তি পথ - শ্ৰীগোলোক কাকতি
ভক্তি ৰস - সম্পাদক শ্ৰীমোহন শেনচোৱা
পাটবাউসী শ্ৰীমন্ত শঙ্কৰদেৱ থানৰ চমু ইতিবৃত্ত - ঁপ্ৰহ্লাদ চন্দ্ৰ দাস
শ্ৰীমন্ত শঙ্কৰদেৱ আৰু তেওঁৰ যুগৰ বৈষ্ণৱাচাৰ্য্য সকল - ড° শিৱনাথ বৰ্মন
নাম ধৰ্ম - শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ
মহাপুৰুষ মাধৱদেৱ - সম্পাদনাত শ্ৰীহেমচন্দ্ৰ খাটনিযাৰ
মণিকাঞ্চন
চিন্তামণি
বিভিন্ন আলোচনী, বাতৰি কাকত আদি
এৰদোৱা আলিপুখুৰীৰ সংক্ষিপ্ত পৰিচয় - শ্ৰীগজেন ৰাজখোৱা।

# লিখকৰ পৰিচয়

গ্ৰন্থকাৰ শ্ৰীআনন্দি শইকীয়াৰ ১৯২৬ চনত বুৰঞ্জী প্ৰসিদ্ধ বঢ়মপুৰৰ জলাহ গাৱত জন্ম। শইকীয়া মজলীয়া স্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক। তেখেত শঙ্কৰী কলা-সংস্কৃতিত পাৰদৰ্শিতা থকা লোক। শইকীয়া নামাচাৰ্য্য, সূত্ৰধাৰী আৰু বায়কো। বিভিন্ন সমাজ সংগঠনৰ লগত জৰিত শ্ৰীশইকীয়া এজন সমাজ কৰ্মী আৰু কবিও।

"জগত গুৰু শঙ্কৰদেৱ' গ্ৰন্থৰ বাহিৰেও তেখেতৰ 'সেৱা লহৰী' নামৰ এখন কবিতা পুথি প্ৰকাশ পাইছে। "ফকৰা যোজনা পুঞ্জ" "বোটলা মণি" "পৰমাৰ্থ তত্ত্ব মঞ্জৰী, নামৰ তিনিখন পুথি প্ৰকাশৰ পথত।

শ্ৰীশইকীয়া চলচলী সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু অসম সাহিত্য সভাৰ আজীৱন সদস্য। আমি তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলো আৰু চিৰচেনেহী ভাষা জননীৰ সাহিত্য ভৰাললৈ আৰু অৱদান আশা কৰিলোঁ।

শ্ৰীজয়ৰাম বৰা
উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক
উপ-সভাপতি, শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ
বঢ়মপুৰ পাঞ্চজন্য আঞ্চলিক।
গোমোঠা গাঁও ঃ নগাঁও
৪/১/২০০০

# শুধৰণী

| পৃষ্ঠা নং | ভুল | শুদ্ধ |
| --- | --- | --- |
| | প্ৰবিত্ৰ | পবিত্ৰ |
| | উগুণ থুগুল - | উগুল থুগুল |
| | প্ৰাধ্যন্য - | প্ৰাধান্য |
| | স্লেচ্চাচ্ছন - | স্লেচাচ্ছন্ন |
| ১ - | বানী - | বাণী |
| ৬ - | কণিষ্ঠ - | কনিষ্ঠ |
| ১১ - | কেশ - | কেশব |
| ২১ - | স্লেচ্চাচ্ছন্ন - | স্লেচাচ্ছন্ন |
| ৪২ - | ব্ৰহ্মণ - | ব্ৰাহ্মণ |
| ৫৫ - | গুৰুজনাৰ - | গুৰুজনা |
| ৬৩ - | জগনাথ - | জগন্নাথ |
| ৬৩ - | জগন্নথ - | জগন্নাথ |
| ৭১ - | সকলে - | সকলো |
| ৭৮ - | মাদৱ - | মাধৱ |
| ৮৪ - | পাটাবাউসী - | পাটবাউসী |
| ৮৮ - | আঘাট - | আঘাত |
| ৯৫ - | আসম - | আসাম |
| ৯৭ - | লোন - | লোণ |
| ১০৩ - | চাইল - | চাউল |
| ১০৭ - | গণকুচি - | গণককুচি |
| ১০৮ - | বোলম - | বোলয় |
| ১১৭ - | শণি - | শনি |
| ১২০ - | কুঠাৰাঘাট - | কুঠাৰাঘাত |
| ১২৪ - | মোক - | লোক |
| ১২৫ - | মাধন - | মাধৱ |
| ১২৭ - | অদ্যাপিত্ত - | আদ্যাপিণ্ড |

| | | | |
|---|---|---|---|
| ১২৮ | - | ভুবনেশ্বৰী - | ভুবনেশ্বৰী |
| ১৩৬ | - | আনেছো | আনিছো |
| ১৩৯ | - | আটা - | আতা |
| ১৭২ | - | গুৰুৰে - | গুৰুৰে |
| ১৭৪ | - | অধ্যয়ণ - | অধ্যয়ন |
| ১৭৫ | - | ধৰ্ম্মচাৰ্য্য - | ধৰ্ম্মাচাৰ্য্য |
| ১৭৯ | - | নিৰ্ম্মান - | নিৰ্ম্মাণ |
| ১৮৩ | - | বৰগয়া - | বনগয়া |
| ১৯০ | - | সৰুণজাৰ - | সৰুজনাৰ |
| ২০৪ | - | অনস্থাতো - | অৱস্থাতো |
| ২১৮ | - | বৌধ - | বৌদ্ধ |
| ২৪৬ | - | তাম্বৰীষ - | অম্বৰীষ |
| ২৪৭ | - | অজ্জুন - | অৰ্জ্জুন |
| ২৫৩ | - | কিৰ্ত্তনং - | কীৰ্ত্তনং |
| ২৫৭ | - | কোমোমতে - | কোনোমতে |
| ২৫৮ | - | উষ্যৈশ্ৰৱা | উচ্চৈশ্ৰৱা |
| ২৫৯ | - | শৃদ্ধ - | শুদ্ধ |